GAJARĀJ, PREM ĀRU BANDITYA · An Assamese novel written by Purabi Barmudoi and Published by Sri Nagen Sarmah, on behalf of M/s Jyoti Prakashan, Panbazar, Guwahati- 781001.
First Published October 1999. Price Rs. 50/- only.

গজৰাজ, প্ৰেম আৰু বন্দীত্ব
পূৰবী বৰমুদৈ

প্ৰকাশক
জ্যোতি প্ৰকাশন
পাণবজাৰ ঃ গুৱাহাটী-১

প্ৰথম প্ৰকাশ ঃ
অক্টোবৰ, ১৯৯৯

প্ৰচ্ছদ ঃ
ত্ৰৈলোক্য দত্ত

মূল্য ঃ ৫০.০০ টকা মাত্ৰ

ডি.টি.পি.
কস্তুৰী লেজাৰ প্ৰিণ্ট
ৰাজগড় লিঙ্ক ৰোড-১
গুৱাহাটী-৩

ছপা কৰোঁতা
ডায়মণ্ড এছ'চিয়েটছ
গুৱাহাটী-৩

# কিছু কথা

কোনে ঋণী কৰা নাই মোক? কাৰ ওচৰত স্বীকাৰ নকৰিম মোৰ কৃতজ্ঞতা?

সামান্য মানুহ এজনীক ঋণী কৰে সমগ্ৰ পৃথিবীয়ে। আকাশে বতাহে। প্ৰকৃতিয়ে। পৃথিৱীৰ সমস্ত জীৱ-জন্তু, কীট-পতঙ্গ, চৰাই-চিৰিকটি, গছ-লতিকাই পুষ্ট কৰি মোক লালন-পালন কৰিছে। মা, দেউতা, ভাই-ভনী, আত্মীয়-কুটুম্ব, ওচৰ-চুবুৰীয়া, বন্ধু-বান্ধৱ, চিনাকি-অচিনাকি সকলোৰে মাজত মই এটা জীৱন পাইছোঁ— অন্য এটা জীৱনৰ পৰিপুষ্টি লাভ কৰিছোঁ। সকলোৰে ওচৰত মই ঋণী। কাৰ ওচৰত স্বীকাৰ কৰোঁ এই ঋণ? যি ঋণে মোক চিৰকৃতজ্ঞ কৰিছে?

কাৰো নামেই সেয়ে মই উল্লেখ কৰিব নোখোজোঁ। উল্লেখ কৰিব নোখোজোঁ হাতে লিখা অৱস্থাতে কিতাপখন পঢ়ি তাৰ এটা বিচাৰ কৰি মোক উপকৃত কৰা শ্ৰীযুতা অৰ্পণা মহন্তৰ নাম, উল্লেখ কৰিব নোখোজোঁ মোক সহায় কৰা হৃদয়ানন্দ গগৈ আৰু জ্যোতি প্ৰকাশনৰ স্বত্বাধিকাৰী আৰু কৰ্মীবৃন্দৰ নাম, উল্লেখ কৰিব নোখোজোঁ মোক বৰ ভাল পোৱা, মোৰ দুখ-সুখ, ভুল-শুদ্ধৰ অনুক্ষণৰ সংগী আনন্দ বৰমুদৈৰ নামো।

**পূৰৱী বৰমুদৈ**

# উছৰ্গা

শ্ৰীযুত চন্দ্ৰপ্ৰসাদ শইকীয়াক—
স্নেহেৰে যি মোক চিৰঋণী কৰিছে।

—পূৰবী বৰমুদৈ

## ।। এক ।।

দুশাৰী কাঞ্চন গছৰ মাজৰ পদূলিটোৰে ভগীৰথ মৌজাদাৰৰ হাউলিটোলৈ হাতী এজনী সোমাই আহিল। হাতী মাউত প্ৰেমধৰে হাতীজনী চলাইছে। হাতীজনীৰ লগে লগে সৰু হাতী এটাও আহিছে। কিশোৰ হাতী, হাতীটো বুকুৰে-পিঠিয়ে বান্ধি প্ৰেমধৰৰ হাতীজনী ৰহিমলাৰ সৈতে জুঁটি দিয়া হৈছে। ৰহিমলাই কি ভাবিছে ক'ব নোৱাৰি, কিন্তু প্ৰেমধৰৰ মুখত সন্তুষ্টিৰ চিন পৰিস্ফুট।

কিশোৰ হাতীটো ৰহিমলাৰ পিছে পিছে গৈ আছে। ভগীৰথ মৌজাদাৰৰ দীঘল পদূলিটো তাৰ বাবে আচহুৱা। সি বোধহয় কিছু ভয় খাইছে। তাৰ খোজ-কাটল আৰু চাৰনিত সেই ভীতিৰ ভাব দেখা যায়। হাতীৰ পিছে পিছে সৰু সৰু ল'ৰা-ছোৱালীৰ জাক। বয়সীয়া মানুহো আছে। ল'ৰা-ছোৱালীবোৰে হাই-উৰুমি কৰিছে। দীঘল পদূলিটো পাৰ হৈ হাতী আহি মৌজাদাৰৰ আগ চোতালত ৰ'লহি। ৰহিমলা বহিল, জাঁপ মাৰি প্ৰেমধৰ ৰহিমলাৰ পিঠিৰ পৰা নামিল। সি নতুন হাতীটো নি আগ চোতালৰ কঁঠাল গছ জোপাত বান্ধি থ'লৈগে। ব্যস্তভাৱে ভগীৰথ মৌজাদাৰ ওলাই আহিল। পিছে পিছে নতুন ৰিহা-মেখেলা পিন্ধি মৌজাদাৰণী। লোটাৰ পানীৰে মৌজাদাৰণীয়ে নতুন হাতীটোৰ ভৰি ধুৱাই দিলে। নতুন গামোচাৰে ভৰি মচিলে। তেল মিহলোৱা সেন্দূৰেৰে হাতীটোৰ কঁপালত এটা ফোঁট দিয়া হ'ল। উৰুলিৰে ঠাইকণ তল-ওপৰ হ'ল। নতুন হাতীটোক সেৱা কৰি মৌজাদাৰণীয়ে তাৰ মুখৰ আগলৈ আগবঢ়াই দিলে এপাচি ধান, এথোক পকা ক'ল। ধূনাদানীটো ফুৰাই হাতীটোৰ গাত মৰমেৰে হাত বুলাই দিওতে মৌজাদাৰণীৰ ওৰণিৰ তলত থকা চকু দুটা চলচলীয়া হৈ আহিল।

হাতী চাবলৈ অহা মানুহ কিছু থাকিল, কিছু গ'লগৈ। থকা মানুহখিনিক আলধৰা ছোৱালীজনীয়ে কল আৰু বুটমাহৰ পাত দিলে। প্ৰেমধৰে ল'ৰা-ছোৱালীৰ জাকটোক হাতীটোৰ ওচৰ নেচাপিবলৈ আৰু হাই-উৰুমি কৰি হাতীটোৰ খং নুতুলিবলৈ সকীয়াই থাকিল। এসময়ত ল'ৰা-ছোৱালীবোৰো গ'লগৈ। মৌজাদাৰৰ নিজম হাউলি আকৌ নিজম পৰিল।

মৌজাদাৰৰ লগত কিবাকিবি কথা পাতি চাহ-জলপান খাই প্ৰেমধৰ যাবলৈ ওলাল। মৌজাদাৰে ক'লে, 'আহি গৈ থাকিবি, প্ৰেমধৰ। নতুন হাতীটোক বন শিকাব লাগে।'

'বাৰু' প্ৰেমধৰে শলাগিলে। তাৰ ঘৰলৈ যাবলৈ তৎ নোহোৱা হৈছে। হাতী ধৰিবলৈ গৈ সি বহুত দিন হাবিতে আছিলগৈ। অৱশ্যে সি ফান্দী নহয়, ফান্দী ফজৰতহে। প্ৰেমধৰ হাতীৰ মাউতহে। বৰ মাউত।

প্ৰেমধৰ ৰহিমলাৰ ওচৰলৈ আহিল। 'শিকনি বুজনি লবি দেই—' বুলি আহোঁতে নতুন হাতীটোৰ গাত হাত ফুৰালে। 'বৈঠ'; ৰহিমলা বহিল, প্ৰেমধৰ ৰহিমলাৰ ওপৰত উঠিল। তাই পিঠিত প্ৰেমধৰক লৈ থিয় হ'ল। 'আগেত'— প্ৰেমধৰে তাইক নিৰ্দেশ দিলে। ৰহিমলাই আগলৈ খোজ দিলে। এসময়ত ৰহিমলা এন্ধাৰৰ লগত মিলি নেদেখা হৈ পৰিল। নতুন হাতীটোৱে ৰহিমলা যোৱালৈ কিছুপৰ একেৰাহে চাই থাকিল। তাৰ চকু দুটা চলচলীয়া হ'বলৈ ধৰিলে। মানুহৰ জগতখনত সি নিজকে এতিয়াও খাপ খুৱাব পৰা হোৱাগৈ নাই। নতুন পাচিত তাক এপাচি ধান দিয়া হৈছে। কঁাহৰ লোটাৰ পানীৰে ভৰি ধুৱাই নতুন গামোচাৰে তাৰ ভৰি মোহাৰি দিয়া হৈছে, সেন্দুৰৰ ফোঁট আৰু উৰুলিৰ জোকাৰেৰে তাক স্বাগতম জনোৱা হৈছে, প্ৰেম আৰু আনন্দৰ আশ্বাস দিয়া হৈছে। তথাপিও তাৰ মনৰ পৰা অসহায় ভাবটো যোৱা নাই। মানুহক তাৰ এতিয়াও বিশ্বাস হোৱা নাই। অনবৰতে ত্ৰাসৰ ভাব এটাই তাক যেন বিতত কৰি আছে।

বাৰীত ৰামধনক বান্ধি থোৱা হৈছে। কিছুদিনৰ আগলৈকে নগা পাহাৰৰ ফালে কাঠৰ কুণ্ডা কঢ়িওৱা কামত ৰামধনক লগোৱা হৈছিল। ঘৰলৈ অহা বৰ বেছি দিন হোৱা নাই। কাঠৰ কুণ্ডা কঢ়িয়াই কঢ়িয়াই ৰামধনৰ ভাগৰো লাগিছিল। বনৰীয়া কঁাইটীয়া লতাৰ আঁচোৰত তাৰ গাটোত ঘা লাগিছিল। ৰামধন দুৰ্বলো হৈছিল। এতিয়া কিছু দিনলৈ ৰামধনৰ জিৰণি। কানায়ে ৰামধনৰ যত্ন লৈছে, দিনৰ দিনটো তাৰ লগতেই কানাই লাগি থাকে। নতুন হাতীটো ধৰাৰ খবৰ পোৱাৰ পৰা মৌজাদাৰৰ চিন্তা লাগি আছে। কানাইৰ সময় নহ'ব। নতুন মাউত এটাৰ প্ৰয়োজন হৈ পৰিছে।

ঘৰৰ বাৰাণ্ডাৰ হেলনীয়া চকীখনত মৌজাদাৰ বহি আছে। হাতত ৰূপৰ গুড়গুড়িৰ নলিচাডাল যেন নিজে নিজেহে মৌজাদাৰৰ মুখলৈ উঠি গৈছে। বিচাৰ-খোচাৰ কৰিলে নতুনকৈ ঘৰলৈ অহা হাতীটোৰ মাউত এটা নেপাব, তেনে নহয়। তথাপিও তেওঁৰ চিন্তা লাগিল। মুখত লাগি থকা গুড়গুড়িৰ নলিচাডাল মুখৰ পৰা আঁতৰাই তেওঁ কানাইক চিঞৰি মাতিলে, 'কানাই, কানাই'

'গৈছো' পিছফালৰ বাৰীৰ পৰা কানাইৰ উত্তৰ আহিল। হাতৰ পৰা গুড়গুড়িৰ নলিচা আকৌ ভগীৰথ মৌজাদাৰৰ ওঁঠলৈ উঠিল।

সন্ধিয়া লাগি ভাগিল। মৌজাদাৰণীয়ে আখলত ৰন্ধা-বঢ়া কৰিব নেলাগে, কিন্তু ৰান্ধনিক দিহা-পোহা দিব লাগে। বনকৰা মানুহবোৰ ভাগে ভাগে। মৌজাদাৰৰ আলধৰা ল'ৰাটো দুদিন হ'ল ঘৰলৈ গৈছে। ঘৰখন নিজান, কোঠাই কোঠাই লেম জ্বলিছে। বাৰাণ্ডাতো। মৌজাদাৰৰ ওচৰত মাথোঁ কলিকতীয়া ধপাতৰ মলমলীয়া গোন্ধ আৰু ৰূপৰ গুড়গুড়িৰ টোৰোক-টোৰোক শব্দ। আচলতে মাক ঢুকুৱাৰ পিছৰে পৰাই ঘৰখন বেছিকৈ নিজান হৈ পৰা হ'ল। মাক থকা হ'লে ওচৰতে বহি থাকিলহেঁতেন। খুন্দনাত খুটখুটকৈ তামোল খুন্দি খুন্দি কথা পাতি থাকিলহেঁতেন। মূৰৰ ওপৰত ঘৰৰ চালখনৰ দৰে মাক মৌজাদাৰৰ আচ্ছাদন আছিল। মাক সাধাৰণ মানুহ আছিল ঠিকেই, কিন্তু কথা-বতৰাৰে মানুহক সাহস দিব পৰা মানুহ আছিল। মাক ঢুকুৱাৰ পাছৰে পৰাই তেওঁ বৰ নিঃসঙ্গ হৈ পৰিল।

কানাই আহিল। মানুহটো হেবাং, দায়িত্বজ্ঞান তাৰ বৰকৈ নাই। সিনো কি মাউতটো বিচাৰি দিব? তথাপি তাকে মৌজাদাৰে সুধিলে, 'নতুন হাতীটোৰ বাবে মাউত এটা লাগিছিল নহয় কানাই।'

'হয় দেউতা লাগিছিল।'

'তই বিচাৰিব পাৰিবি জানো?'

'মই ক'ত বিচাৰিব পাৰিম, সৰু ককাইদেউক ক'ব। এনেয়েও ৰাইজে গম পাইছেই, মাউত ঘৰতে ওলাবহি—' কানাইৰ খাৰাংখাচ উত্তৰ।

'হয় নেকি? বাৰু তই যা। অ' যাচোন, পদুমীৰ মাককে ক, ধপাতৰ জুই নুমাল বুলি।'

কানাই গ'লগৈ। তাক খং কৰিব নোৱাৰি। হেবাং মানুহ, ক'ত কি কৰিব লাগে, কাক কেনেকৈ কথা ক'ব লাগে সি নেজানে। নিশিকেও বা শিকিবৰ জোখাৰে তাৰ তিমান বিদ্যা বুদ্ধি, মন অথবা মগজু একো নাই। সি নিজে কৰিবলগীয়াখিনি ঠিকেই কৰে। তাৰ নিজৰ ঘৰলৈ কেতিয়াবা গ'লেও দুই-এদিন থাকিয়েই গুচি আহে। ৰামধনৰ সম্পূৰ্ণ দায়িত্ব কানাইৰ ওপৰতহে। আৰু কানায়ে ৰামধনৰ দায়িত্বহে সম্পূৰ্ণভাৱে পালন কৰে।

পদুমীৰ মাকে চিলিমত অঙঠা ভৰাই দি থৈ গ'লহি। আখলৰ দিহা-পোহা দি শেষ হ'লেহে মৌজাদাৰণী আহি তেওঁৰ ওচৰতে সৰু মুঢ়া এটাত বহিবহি। এইকণ সময় কোনোবা নোলালেহি তেওঁ অকলে থাকিব লাগিব।

কোনোবা আহিছে নেকি? আগফালৰ ফুলনিৰ ওচৰৰ নঙলাডাল কোনোবাই খোলাৰ শব্দ হৈছে। বাটচ'ৰাৰ ওচৰত থকা নঙলা ৰাতিপুৱাই খুলি ৰাতিহে মৰাৰ নিয়ম। ফুলনিৰ ওচৰৰ নঙলাহে সদায় মৰা থাকে। কোনোবা এটা আহিছে হয়,

কোন নো? বহি থকাৰ পৰাই মৌজাদাৰে মাতটো ডাঙৰ কৰি সুধিলে. 'কোন সেইটো—'

'দেউতা, মইহে', সিফালৰ পৰা উত্তৰ দি দি মানুহটো আগবাঢ়ি আহি চোতালৰ লেমৰ পোহৰ পৰা অংশত ৰ'লহি।

নাই, আগেয়ে দেখা মানুহ নহয়। অৱশ্যে মৌজাটোৰ সকলো মানুহকেই তেওঁ চিনিও নেপায়। নোপোৱাই স্বাভাৱিক। বিশাল মৌজা, সকলো মানুহকে নামে-মানুহে চিনি পাব কেনেকৈ? মানুহটোৰ গাৰ ৰংটো মাটি-বালি লাগিয়েই নেকি, মটীয়া ৰঙৰ। পিন্ধিছে আঁঠুমূৰীয়া চুৰিয়া এখন আৰু এটা বনিয়ন। দুইটাই লেতেৰা, কঁকালৰ চুৰিয়াৰ খোচনাত এখন সৰু হাত দা।

তইনো কোন'? মৌজাদাৰে আকৌ সুধিলে।

দেউতা মই নন্দ।'

'তোক কি লাগে?'

'দেউতাই আজি ঘৰলৈ নতুনকৈ হাতী এটা আনিছে বুলি শুনিছো।' নন্দৰ কথা শেষ হ'বলৈ নেপালে, ক'ৰবাৰ পৰা কানাই ওলালহি। 'দেউতা, মই অৰ্থনিতেই নকৈছিলোনে গম পালেই হ'ল মানুহ ঘৰ ওলাবহি। ই নন্দ মাউত', নন্দৰ মুখৰ কথাখিনি কানায়েই কৈ দিয়াত নন্দই যেন স্বস্তিহে পালে।

'হয় নেকি? তই কিমান দিনৰ পৰা হাতী চলাইছ?'

'জানো দেউতা, হ'ব নেকি পাঁচ-ছবছৰমান', মূৰ খজুৱাই খজুৱাই নন্দই উত্তৰ দিলে।

'কাৰ হাতী?'

'প্ৰেমধৰৰ হাতী দেউতা', কানায়ে উত্তৰ দিলে নন্দৰ হৈ।

'সি এৰিলেনে, তই এৰিলি?'

'দেউতা, দুইটাই—' আকৌ কানাইৰ উত্তৰ।

'বাৰু হ'ব যা কানাই, তাক লৈ যা।'

ইমান সোনকালে সমস্যাৰ সমাধান হ'ব বুলি মৌজাদাৰে ভাবিবই পৰা নাছিল। হেবাং অঁকৰা মানুহ হ'লেও কানায়ে মাজে মাজে বুধিয়ক মানুহৰ দৰেই কথা কয়। লাহে লাহে ভগীৰথ মৌজাদাৰ থিয় হ'ল। তেওঁৰ মনটো পাতল পাতল লাগিবলৈ ধৰিলে। দীঘল পদূলিটোৰ এমূৰৰ কঁঠাল গছডালত শিকলি লগাই বান্ধি থোৱা নতুন হাতীটোৱে এন্ধাৰতে থিয় হৈ আছে। এন্ধাৰৰ লগত সি মিলি আছে। কিন্তু সি নেজ মৰা আৰু কাণ-মূৰ জোঁকাৰি থকা শব্দ শুনিবলৈ পোৱা গৈছে। নতুন হাতীটোৰ নামকৰণো হৈ গৈছে। তাৰ নাম গণেশ, ফজৰতে দিয়া নাম। ভগীৰথ মৌজাদাৰ চোতালৰ পৰা নামিল। তেওঁ গৈ ফুলনিৰ ওচৰৰ বননিখন পালেগৈ। বাৰী তদাৰকী

কৰা মানুহটোৱে বননিখন চিকুণকৈ থৈছে। বননিখনৰ এমূৰত বৈ তেওঁ নতুনকৈ ধৰা কিশোৰ হাতীটোলৈ চালে। খুব মৰমেৰে তেওঁ মাতিলে, 'গণেশ, গণেশ, গণেশ।' পিলখানাত ৰাখি গণেশক শিক্ষা দি অনাই থৈছে, তথাপি গণেশৰ মনৰ পৰা কিজানি সি বাস কৰা হাবিখনৰ স্মৃতি হেৰাই যোৱা নাই। নেযাবই, কোনেনো জন্ম হোৱা ঠাইকণ পাহৰি যাব পাৰে? কোনেও নোৱাৰে। মানুহেও নোৱাৰে, হাতীয়েও নোৱাৰে। মানুহজনৰ মনটোও লাহে লাহে ডেকা কালৰ উলাহ এটাই ভৰ কৰিবলৈ ধৰিলে। উলাহ-উলাহ-উলাহ, উলাহৰ ডেউকা কোবাই তেওঁ যেন উৰণীয়া হ'ব। ঘৰখনলৈ এটা নতুন হাতী অনা হৈছে। সি বাস কৰি থকা হাবিৰ মাজৰ ঘৰখনৰ পৰা তাক ধৰি অনা হৈছে। তাক এখন নতুন ঘৰ দিব লাগিব—নতুনকৈ মৰম চেনেহ, আদৰ-সাদৰ দিব লাগিব। তাৰ মনৰ মাজৰ পৰা হাবিৰ ঘৰখনৰ স্মৃতি পাহৰাই দিব লাগিব। ভগীৰথ মৌজাদাৰৰ এইখন ঘৰৰ দায়িত্ব কম নহয়।

ভগীৰথ মৌজাদাৰ বহুত সময় বননিখনৰ এমূৰতে বৈ থাকিল। নতুনকৈ ধৰা কিশোৰ হাতীটোৱে কাণ-মূৰ লৰাই থাকিল। আকাশত শেষ বহাগৰ তৰা জিলিকি থাকিল।

## ।। দুই ।।

ৰজাৰ মাকে ক'লে, 'মোৰো দিন চমু চাপিছে যেন পাইছোঁ, তোৰ ঘৰখনকে চাই যাব পৰা হ'লে।'

ৰজাই কোৰখন শালি আছিল। জুইৰ ওচৰত বহোঁতে বহোঁতে ধোঁৱা লাগি লাগি ক'লা হৈ পৰা চাদৰ এখনেৰে ভৰিৰ পৰা মূৰলৈকে ঢাকি ফেবেকা-ফেৰেককৈ খোজ কাঢ়ি মাক ৰ'দ কাঁচলিলৈ ওলাই আহিছে। মাকৰ মাত গেনগেনীয়া। পানী লাগিছে, ৰাতি অকণমান জ্বৰো উঠিছিল হ'বলা। বুঢ়া আৰু তৰ্জনী আঙুলিৰে নাকটো চেপি সোঁওৎকৈ সেঙুন পেলাই মাকে গাৰ কাপোৰতে হাতটো মচি থ'লে। বুঢ়ী ওচৰ চাপি আহিল যেতিয়া হ'ল আৰু — কেনেকৈনাই থাকিব, ৰজাই মনতে ভাবিলে। পানী অকণ লাগিব নোবাৰে বুঢ়াজনীৰ! পানী লাগিলেই মৰিম নে জীম নে কৰি হাই ঐ বিঐ লগাই থাকিব। মাক আহি চোতালৰ মূৰৰ কৰ্দৈজোপাৰ গাতে আঁউজি বহিল।

'বোপাই, বিয়াখন পাত। মোৰো দিন চমু চাপিছে, বোৱাৰীজনীক চাই যাওঁ। বাপেৰতো গ'লেই তেনেকৈয়েই।' মাকে ৰজাক ক'লে। ৰজাৰ চকু ঘোপা হ'ল। 'হাতত ফুটা কড়ি এটা নাই। লোকে বোলে মোক ৰজা, বিয়াখন পাতো কিহেৰে?'

'হ'ব দে। তই মন মেলচোন।'

'নেপাতো মই বিয়া। তই খুৱাবি নেকি?'

'নিজেই খাব, কৰিব, মেলিব। কোনে খুৱাব?' মাকে উত্তৰ দিলে। কোৰখন ভঁৰালৰ গাধৈলৈ উঠাই থৈ ৰজা ওলাই গ'ল। কৰ্দৈ গছজোপাৰ তলতে বহি মাকে, গোজগোজাই থাকিল।

সুখ নাই, সুখ নাই। ছটা ল'ৰা-ছোৱালী মৰি যিবা এটা থাকিলগৈ, সিও হ'ল কেলেহুৱা। ল'ৰাটোৰ কথা বুজি পাবলৈ নাই। ভাল কথা এষাৰ ক'লে সি বেয়া পায়। জ্বলি-পকি উঠে। কোনোবাই আহুদি-কাহুদি কৰিলে নেকি, নে কোনোবা পাখৰিৰ পাকত সোমাল? ক'বতো নোৱাৰি, পাখি গজা ল'ৰা।

কৰ্দৈ গছৰ তলৰ পৰা উঠি আহি ৰজাৰ মাক ঘৰৰ কামত লাগিল। বেমাৰ হ'ল বুলিয়েই বিছনাত পৰি থাকিব নোৱাৰি। চোতাল সাৰিলে, গা ধুলে, পানী-দুনি

আনিলে। বাৰীৰ পৰা বন শাক এমুঠি গোটাই আনি গাঁৱৈ মাছৰে সৈতে আঞ্জা ৰান্ধিলে। মাছ দুটা পুৰি জুহালৰ ওচৰতে মাটিতে বাটি এটাৰে ঢাকি থৈ ৰজাৰ মাক ফুৰিবলৈ ওলাল। পুতেক ওলাই গৈছে, কেতিয়া ঘৰ সোমায় ক'ব নোৱাৰি।

ৰেৱতীয়ে তাঁত লগাইছিল। ৰজাৰ মাকক বহুদিনৰ পৰাই তাঁতখনত লাগি দিবলৈ কৈ আছিল। যাবলৈ সময় পোৱা নাই। ৰজাৰ মাক ৰেৱতীহঁতৰ ঘৰলৈকে বুলি যাবলৈ ওলাল। সিখন গাঁৱত ৰেৱতীহঁতৰ ঘৰ। পথাৰে পথাৰে গোনাই দিলে এখন তামোল খোৱাৰ বাটহে, তেনেই চমু। বাৰিষা ঘূৰণ বাটেদি যাব লাগে, দূৰ হয়। বাৰিষাই-খৰালিয়ে ইখন গাঁৱৰ পৰা সিখন গাঁৱলৈ মানুহৰ যাতায়াত নুগুচেই।

ৰজাৰ মাকে মেখেলাখন সলাই ল'লে। চাদৰ এইখনেই হ'ব, ভাত-পানী ৰান্ধি উঠি ৰান্ধনি কাপোৰ সলাই পিন্ধিছিলহে। বেছি লেতেৰা হোৱা নাই। ব্লাউজ নিপিন্ধা গাটো চাদৰ-মেখেলাৰে লুকুৱাই ল'লে। তামোল এখন মুখত ভৰাই তামোলৰ ৰঙা হাঁচতিখন কঁকালৰ খোঁচনাত সুমুৱাই, মূৰৰ ওপৰত গামোচাখন পেলাই, দুৱাৰত ডাং মাৰি ৰজাৰ মাক বাহিৰ ওলাল।

নঙলাডাল মাৰি থৈ ৰজাৰ মাক পদূলি পাৰ হ'ল। কোনোবা উতনুৱা ল'ৰাই নঙলা খুলি থ'বহি পাৰে। উদঙীয়া গৰু-ছাগলী সোমাবলৈ পালে বাৰী তহিলং কৰিব। ইফালে নগ'লেও নহয়, ৰেৱতীয়ে বতৰাৰ উপৰি বতৰা পঠিয়াবই লাগিছে। কেলেহুৱা ল'ৰাটো জানো ক'লৈ যায়গৈ। বুঢ়ী হ'ল, এতিয়াও ঘৰ-দুৱাৰ চম্ভাল কৰাৰ দায়িত্বৰ পৰা হাত সাৰিব পৰা হোৱাগৈ নাই। ৰজাৰ মাকৰ জামৰিব খোজা খংটো বেলিটো উঠি অহাৰ দৰে আকৌ উঠি আহিল। সোঁওৎ কৰে সেঙুন পেলাই ৰজাৰ মাকে যি হয় হৈ থাকক এনে ভাবত আকৌ আগলৈ খোজ ল'লে।

বাঁহনিৰ তলে তলে যোৱা বাটটো পাৰ হ'লেই পথাৰখন পাবগৈ। গৰাটো খালি ওখ। ওখ গৰাটোত উঠা-নমা কৰিবলৈ খোপ এটা আছে। গৰাটো নামি ৰজাৰ মাকে পথাৰত ভৰি দিলেগৈ। বহাগৰ নতুন পানীৰে হাল বাই তল-ওপৰ কৰা পথাৰখন সেমেকি আছে যদিও পথাৰখনৰ ক'তো পানী জমা হৈ থকা নাই। বেলিটো আকাশৰ মাজলৈ উঠি আহি আছে। বিশাল পথাৰখনৰ ওপৰত ৰ'দৰ আস্বাদন। লাহে লাহে ৰজাৰ মাকৰ মনটো মুকলি হৈ আহিবলৈ ধৰিলে। পথাৰখনৰ দৰে মুকলি। ৰজাৰ মাকৰ মনৰ মাজলৈকো ৰ'দজাক সোমাই আহিল। মনটো ভাল লাগিবলৈ ধৰিলে।

পদূলিৰ পৰাই তেওঁ দেখিলে, ৰেৱতী তাঁতৰ পাটত। তাই হাউলি সূতা জোৰাইছে। ৰজাৰ মাক গৈ ৰেৱতীৰ ওচৰত থিয় হ'লগৈ। তাইৰ খোপাটো খোল খাই চুলিবোৰে পিঠিখন ঢাকি পেলাইছে। তাই এখন সেউজীয়া ৰঙৰ কপাহী মেখেলা আৰু নীলা পাৰিৰ কপাহী চাদৰ পিন্ধিছে। স্বাস্থ্যৱতী, কৰ্মঠ ছোৱালী।

এঘৰলৈ গ'লে তাই অষ্টম দৰিদ্ৰটোকো ৰজা কৰিহে এৰিব। ৰজাৰ মাকৰ বুকুখনে চাঁতকৈ মাৰিলে। এৰা, ৰেৱতী সঁচাকৈয়ে ঘৰ ধৰিব পৰা ছোৱালী।

খোজৰ শব্দ শুনি ৰেৱতীয়ে মূৰ তুলিলে। মুখ ঢাকি ধৰা চুলিৰ মাজৰ পৰা তাইৰ তেজগোৰা বৰণৰ মুখখনৰ হাঁহিটো জিলিকি পৰিল। 'ৰৰবৌ নে? বতৰা পঠিয়াওঁহে পঠিয়াও ৰৰবৌৰ খবৰেই নাই। কিবা অসুখ-বিসুখেই নেকি?'

মাক নোহোৱা ছোৱালী। কথা-বতৰা পাতিব জানে। তাই তাঁতৰ পাটৰ পৰা উঠিল। ৰজাৰ মাক তাঁতশালত বহিলগৈ আৰু তাঁতখন পৰীক্ষা কৰিবলৈ লাগিল। পাক মাৰি গৈ ৰেৱতীয়ে তামোলৰ বটাটো গোটাই আনিলে। তাই তামোল কটাত লাগিল।

'তেনেই শালিকীজুটীয়া কৰিলি অ' আই। বাঁচ নো কোনে ভৰাইছিল?'

'কোনে আৰু, ময়ে ভৰাইছিলো। নেজানো নহয়, ৰৰবৌ।'

'এৰা জানিবিনো কেনেকৈ? মাবজনী থকা হ'লে শিকালেহেঁতেন, এতিয়ানো কোনে শিকাব?'

ৰজাৰ মাকে মুখত তামোলখন ভৰালে। 'গান্ধ পাণ হ'বলা? দুবিৰামান বান্ধি দিবি। হেৰি অ' মেখেলানো লগাইছ কেইখন?'

'পাঁচখন ৰৰবৌ। ফুল নেবাছোঁ, পাঁচৰ জুটিতহে বাচিম, মোক হ'লে শিকাই দিব লাগিব।'

'শিকাম অ' আই শিকাম।' কথাকেইটাৰ স'তে ৰজাৰ মাকৰ অন্তৰখনহে যেন লেটি-পেটি হৈ ওলাই আহিল। 'আমাৰ ৰজাকে কবিচোন ফুল বছা কাঠি কেইটামান চাঁচি দিব।'

'ৰজা ককাইদেউক? হৈছে ৰৰবৌ। ৰজা ককাইদেউৰ সময় ক'ত?'

ৰজাৰ মাক মনে মনে থাকিল।

তামোল পাগুলি পাগুলি ৰজাৰ মাকে ৰেৱতীৰ তাঁতৰ শালিকীজুটীয়া ভাঙিবলৈ লাগিল। ৰেৱতীয়ে বাটি এটাত ৰঙা চাহ আৰু লেৰেলা কলপাত এখিলাত গুড় অকণমান আনি ৰজাৰ মাকক খাবলৈ মাতিলে। ৰজাৰ মাক তাঁতৰ পাটৰ পৰা উঠিল। 'এহ পানীনো কেলেই আনিলি, ভাতেই খামগৈ।'

'শুদা চাহকণহে। মোৰ হাতেৰে জলপান নচলে কাৰণে জলপান দুটামানো নিদিলো।'

'নেলাগে নেলাগে হ'ব।' বাটিৰ চাহকণ শেষ কৰি ৰজাৰ মাকে ঘটীৰ পানীৰে মুখখন আওখালি ল'লে, 'উস বৰ বেলি হ'ল হ'বলা,' থিয় হৈ লৈ কঁকালটো পোনাই ৰজাৰ মাকে ক'লে, 'মই যাওঁহে, ৰজাও ঘৰত নাই। কালিলৈ আকৌ

এপাক আহি তাঁতখন ভাল কৰি দি থৈ যামহি। আজি থ'ক। বাপেৰেনো কেনি গ'ল?'

'জানো, পিতাই কেনি গ'ল—' ৰেৱতীয়ে লেনিয়াই উত্তৰ দিলে।

গান্ধ পাণকেবিৰা বান্ধি লৈ ৰজাৰ মাক ঘৰলৈ উলটিল। ৰজা ঘৰ সোমাবহি পায়। বেলিও মূৰৰ পোন পাইছেহি। আকৌ পথাৰৰ মাজৰ বাট। ৰেৱতীৰ মূৰৰ চুলিৰ মাজৰ সেওঁতাটোৰ দৰে পথাৰৰ মাজৰ বাটটো পোন আৰু বগা। ৰেৱতী সঁচাকৈয়ে বৰ ভাল ছোৱালী। বাপেকৰ ৰোৱা মাটি দুবিঘামান আছে। ভঙুৱা মানুহ। ঘৈণীয়েক মৰাৰ পৰা সেই শোকতে বেছিকৈহে ভাং খাবলৈ ল'লে। এতিয়া বলিয়া মানুহৰ দৰে অনাই-বনাই ঘূৰি ফুৰে। ৰেৱতীকে ৰজালৈ খুজিলে কেনে হয়?

নামতহে ৰজা। ইফালে অষ্টম দৰিদ্ৰ বুলিলেও হয়। এবিঘা বাৰী মাটি, দুবিঘা ৰোৱাতলী। থকা ঘৰটো আৰু সৰুকৈ পাগঘৰ। ঘৰ একোঠালি বঢ়াব লাগে, কালিলৈ পৰহিলৈ নতুন ছোৱালী এজনী ঘৰ সুমুৱাবলৈকে, ৰজাৰ কাণষাৰ নাই। হ'বচোন, ৰচোন, কৰিমচোন, এনেকৈ থাকিব। ঘৰৰ চালখনো উৰুখিছে, বেৰবো জলঙা ওলাইছে। কোনোবা দিনা শিয়াল-কুকুৰ সোমাই আহিব। এনেয়ে হ'লে গাত সাত ভতৰাৰ বল। নিজৰ গাঁওখনতেই নহয়, ওচৰৰ আটাইকেইখন গাঁৱতে ৰজা নহ'লে নচলে। তাঁতৰ সঁজুলিৰ বাবেও ৰজা, পথাৰৰ কামতো ৰজা। হাটে-বজাৰে যাবৰ হ'লেও ৰজা, খৰি বিচাৰি হাবিলৈ যাবলৈ হ'লেও ৰজা। নৰীয়াক পৰ দিবলৈকো ৰজা, মৰা পুৰিবলৈকো ৰজা। আচলতে গাঁৱৰ মানুহৰ কাকো বাদ দি কাৰো নচলে।

ৰজালৈ ৰেৱতীক খুজিব পাৰিনে? ৰজাৰ মাকে আকাশ-কুসুম কল্পনা কৰিবলৈ ধৰিলে। এনেয়ে ল'ৰাটো বেয়া নহয়। মদ, ভাং, বিড়ি, চুৰটত মুখ দিছে বুলি শত্ৰুৱেও ক'ব নোৱাৰে। খালি ঘৰুৱা কামত মন নাই। কেলেহুৱা। নছোৱালী এজনী ঘৰ নোসোমোৱালৈ এনেয়েও ডেকা ল'ৰাৰ দায়িত্বজ্ঞান নাহে। বিয়াখন পাতি নছোৱালী ঘৰ নোসোমোৱালৈকে ডেকা ল'ৰা আৰু হাবিৰ অকলশৰীয়া গুণ্ডা হাতী একে। কৰিবলগীয়াটো নকৰে, নকৰিবলগীয়াটো কৰে। ডিঙিত পঘা নলগোৱালৈকে উৰণীয়া।

ৰজাৰ মাকৰ খোজ খৰ হ'ল। বহুত সময় হ'ল। ৰজা আহি কিজানি পদূলিমুখলৈ চাই বাহিৰতে বহি আছে। অথনিতে ওলাই যোৱা ল'ৰা, কি বা খাইছে। দেহি ঐ ল'ৰাটো কিজানি ভোকতে শুকাল!

নঙলাডাল খুলি ৰজাৰ মাক ঘৰৰ পদূলিৰ ভিতৰ সোমাল। বাহিৰৰ পৰা ৰজা বহি আছে নেকি উমান লৈ চোতাল পালেগৈ। চোতালত শালিকা দুটামান চৰি আছিল। উৰা মাৰিলে। ৰজাৰ উমান পোৱা নগ'ল। বাহিৰতে থকা কাণ ভগা কলহটোৰ পানীৰে ভৰি-হাত ধুই ৰজাৰ মাকে দুৱাৰৰ ডাং খুলি ভিতৰ সোমাল।

ক'লৈনো গ'ল ল'ৰাটো? জুহালৰ ওচৰত অথনি ঢাকি থৈ যোৱা ভাগেই পোৰা মাছকেইটা বাটিটোৰ তলতে পৰি আছে। ৰজাৰ মাক আকৌ বাহিৰলৈ ওলাই আহিল।

'ৰজাৰ মাক, অ' ৰজাৰ মাক—' সিফালৰ ঘৰখনৰ কলগছজোপাৰ তলত ৰৈ নামঘৰীয়ানীয়ে চিঞৰিলে।

'কি হ'লনো?' ৰজাৰ মাকে সুধিলে।

'ভদ্ৰেশ্বৰৰ ল'ৰাটোক খৰি কাটিবলৈ যাওঁতে ম'হে খুঁচিলে। তাকে লৈ ৰজা আৰু কেইটামান তেজপুৰৰ আস্পতাললৈ গৈছে। কেতিয়া আহে ঠিক নাই। তোক খবৰটো দিবলৈ কৈছে।'

'কি হ'ল, কি হ'ল?' ৰজাৰ মাক জেওৰাখনৰ ওচৰ পালেগৈ।

## ।। তিনি ।।

'নন্দ—'

'দেউতা—'

'ৰামধন কেনি গ'ল?'

'ৰামধনক কানায়ে গা ধুৱাবলৈ নিছে।'

'গণেশক গা ধুওৱা হ'ল জানো?'

'ধুৱালো দেউতা।'

হাতীগিৰি দুঘৰেই। ভগীৰথ মৌজাদাৰৰ ঘৰ, আৰু প্ৰেমধৰ হাতী মাউতৰ ঘৰ। হাতীগিৰি যদিও প্ৰেমধৰ হাতীগিৰিৰ দৰে নেথাকে। তাৰ ঘৰ খেৰ-বাঁহৰ। সাধাৰণ। ঘৰৰ চাল উৰুখা, বৰষুণত পানী পৰে। উৰুখা চালখন বাটি ল'ব পৰা অৱস্থা প্ৰেমধৰৰ যে নাই তেনে নহয়, কিন্তু সি মন-কাণেই নকৰে। প্ৰেমধৰৰ ঘৈণীয়েক বতাহীয়ে চৰিয়া এটাত পানীবোৰ টোকে আৰু মুখেৰে বকি থাকে, 'হুঃ হাতীগিৰি। বৰষুণ দিলেই মজিয়াত বাটি, চৰিয়া পাতিব লগা হোৱা এনেকুৱা হাতীগিৰিৰ মই নাম নেজানো। আই-বোপায়ে কাটি ছোৱা ছোৱা কৰি মোক লুইতত উটুৱাই দিব লাগিছিল, এনে হাতীগিৰিলৈ বিয়া দিয়াতকৈ।' তাই হাতেৰে বৰষুণৰ পানী টুকি থাকে আৰু মুখেৰে বকি থাকে। বতাহীৰ হাতে-মুখে সমান। প্ৰেমধৰে দিনটো হাতীৰ লগতেই লাগি থাকে। হাতী পালিলেই নহ'ব— হাতীৰ সকলো কাম নিজহাতে কৰিব লাগে বুলি সি বিশ্বাসো কৰে। হাতী চলোৱাত সি পাকৈত, যদিও এতিয়ালৈকে সি মাউতেই হৈ আছে, হাতী ধৰা কামো সি জানে। এইবোৰ দেখি দেখি শিকা কথা। ফজৰতে তাক কৈছিল, 'তই ফান্দী হ অ', প্ৰেমধৰ, হাতী ধৰিবলৈ ল।' ফজৰতে তাক দীক্ষা দিবলৈকো সাজু হৈছিল। ফান্দী হ'লে সি গুপুত মন্ত্ৰ কেইটামান শিকি ল'ব পাৰিব। মন্ত্ৰকেইটা নিশিকাকৈ ফান্দী হ'ব পৰা নেযায়। প্ৰেমধৰে মন নকৰিলে। হ'ব এনেকৈয়ে ভাল। মাউতৰ পৰা সি বৰমাউত হৈছে। হ'ব। হাতী ধৰাতকৈ হাতী পালন কৰা কামটো বেছি আনন্দদায়ক। আঁঠুৰ মূৰত লেতেৰা চুৰিয়া এখন পিন্ধি কংকালৰ খোঁচনাত সৰু হাত দা এখন লৈ সি দিনৰ

দিনটো হাতীৰ লগতেই লাগি থাকে। হাতী চৰাবলৈ নিব লাগে, কাম কৰাবলৈ নিব লাগে, বন লগাব লাগে, গা ধুৱাব লাগে। হাতীৰ কাম বহুত। গতিকেই দিনৰ দিনটো হাতীৰ লগত লাগি গধূলি ঘৰ সোমাওঁতে ঘৰৰ গৰাকীৰ মুখখন বাজি থকা দেখিলে সি বৰ আমনি পায়। কেতিয়াবা বেছিকৈ খং উঠিলে হেঁপাহ পলুৱাই এজাৰণ দিয়েও। দিলেও লাভ নাই, ঘৰণীৰ মুখ বেছিকৈহে বাজে। হালোৱা এছাৰিৰ কোব নোখোৱাকৈ কেইজনী গাঁৱলীয়া তিৰোতাই ভাত খাব পাৰিছে ? মই সেই কথা, কথা বুলিয়েই গণ্য নকৰে। সেয়ে, প্ৰেমধৰে আজিকালি মনে মনে থাকিবলৈকে ভাল পায়। উস্ এনে জুই দিলেও নোপোৱা মুখ ত্ৰিভুৱনত নাই। পাঁচটা ল'ৰা-ছোৱালীৰ মাক হ'ল তেও লাজ নাই। মই কিবা ভগীৰথ মৌজাদাৰ নেকি যে, তোক পকা ঘৰ লাগে? মাৰ-বাপেৰে দিলে বুলিয়েই তই আহিব লগা হৈছিল, তেহে। তইনো নেজানিছিলিনে মই ভগীৰথ মৌজাদাৰৰ ঘৰৰ হাতী মাউতহে আছিলোঁ, মোৰ বোপায়ো বুঢ়া মৌজাদাৰৰ আমোলত হাতী মাউতেই আছিল, তই এতিয়া পকা ঘৰ বিচাৰিলে কেনেকৈ হ'ব?

মিছাও নহয়। কিছু কথা শুনা, কিছু কথা দেখা। প্ৰেমধৰৰ এতিয়া বয়স হৈছে। ভগীৰথ মৌজাদাৰৰ সমানেই বয়স। পাঁচটা ল'ৰা-ছোৱালীৰ বাপেক। তিনিজনী ছোৱালী বিয়া দিলে। সৰুজনী ডাঙৰ হোৱা ছমাহমান হৈছে। তাইলৈকো দৰা চাইছে। মনে-পিতে মিলিলেই তাইকো এই বছৰতে উলিয়াই দিবৰ ইচ্ছা। উলিয়াই দিয়া তিনিজনী ছোৱালী দূৰে দূৰেই থাকে। দুজনী লক্ষীমপুৰত এজনী ব্ৰহ্মপুত্ৰৰ সিপাৰে। এইজনী দূৰলৈ দিবলৈ মন যোৱা নাই। ওচৰে-পাঁজৰে এজনীমান ছোৱালী থাকিলে ভাল।

এই প্ৰেমধৰৰ বাপেকেই এসময়ত বুঢ়া মৌজাদাৰৰ আমোলত হাতীৰ মাউত আছিল। পিছলৈ বুঢ়া হ'লত হাতী চলোৱা কাম বাদ দি মৌজাদাৰৰ ওচৰে-পাঁজৰে থাকি কথা-বতৰা পাতি, লাচনি-পাচনি কৰা কামটো ল'লে। বাপেকৰ হাতী মাউতৰ চাকৰিটো পালে প্ৰেমধৰে। নিজৰ হাতী হোৱাত প্ৰেমধৰো মৌজাদাৰৰ ঘৰৰ পৰা ওলাল। কেতিয়াবা প্ৰয়োজন হ'লে মৌজাদাৰে মাতে, প্ৰেমধৰ যায়। গণেশ বোলা হাতীটো ধৰাৰ সময়ত ফজৰত ফান্দীৰ বৰমাউত আছিল প্ৰেমধৰ। মৌজাদাৰে ক'লে, 'তয়ো ওলাবি প্ৰেমধৰ। ফজৰতে তোকহে ক'বলৈ কৈছে।'

'হয় নেকি—' পদুমীৰ মাকে আগবঢ়াই দিয়া বটাৰ পৰা চূণে ধপাতে তামোল এখন মুখলৈ নি প্ৰেমধৰে কৈছিল। 'পিছে, মোৰহে বৰকৈ ওলাবলৈ মন নাই। গাটো বৰ ভালেৰে নোযোৱা হৈছে। বয়সো হ'ল নহয়।' 'বয়স কিবা অকল তোৰহে হৈছেনে? ফজৰতৰো হৈছে। তাতে তই মাউতহে।'

ফজৰত ফান্দীৰ সৈতে মৌজাদাৰৰ হাতী ধৰি অহাৰ পিছৰ পৰাই প্ৰেমধৰৰ গাটো বেছিকৈ বেয়া হ'বলৈ ধৰিছে। এতিয়া কেতিয়াবা গাটো ভাল পায়, কেতিয়াবা নেপায়। গাটো ভালে থাকিলে নিজৰ হাতীৰ লগত লাগে, নহ'লে হাতীজনী পুতেক দেৱধৰে চায়।

শেষ বয়সত বুঢ়া মৌজাদাৰৰ লগৰীয়াই হৈ পৰিছিল প্ৰেমধৰৰ দেউতাক হেমধৰ। বুঢ়া মৌজাদাৰে ধপাত খাইছিল। উলামুলা ধপাত নহয়, কলিকতীয়া ধপাত। ভগীৰথ মৌজাদাৰে বাপেকৰ পৰা উত্তৰাধিকাৰ সূত্ৰে ৰূপৰ গুড়গুড়ি আৰু ধপাতৰ নিচা— এই দুয়োটা বস্তুৱেই চাবেককৈ পাইছিল। বুঢ়া মৌজাদাৰৰ হিচাপৰ ধপাত জ্বলাব জানিছিল হেমধৰেহে। হিচাপ মতে পকা অঙঠা, হিচাপ মতে ধপাত, হিচাপ মতে ধপাতৰ ওপৰত আঙুলিৰ টিপা। সকলোৰে হিচাপ আছে। চিলিমত ধপাত লগাই ৰূপৰ গুড়গুড়িৰ মূৰত চিলিমটো গুঁজি গুড়গুড়িৰ নলিচাডাল বুঢ়া মৌজাদাৰৰ হাতত হেমধৰে তুলি দিব লাগিব। দিনৰ ভাগত জাৰকালি আবেলি চোতালৰ ৰ'দ পৰা ঠাইত, জহকালি বাৰাণ্ডাৰ বতাহ বলি থকা জুৰ ঠাইকণত বুঢ়া মৌজাদাৰ বহে। ওচৰতে সৰু মেজ এখনৰ ওপৰত ৰূপৰ ধোঁৱা খোৱাটো তুলি থৈ দিয়া থাকে। বিলাসী মেজাজেৰে অৰ্ধনিমীলিত চকুৰে মৌজাদাৰে গুড়গুড়িৰ নলিচাত হোঁপা মাৰে। কলিকতীয়া ধপাতৰ ৰাগি লগা ধোঁৱাৰে ঠাইকণ ধূঁৱলি-কুঁৱলি হয়, ৰাগি লগা ধপাতৰ আমোল-মোলোৱা গোন্ধে ঠাইকণ ভৰি পৰে। বিলাসী ভংগীৰেই ধোঁৱা খোৱাৰ নলিচা হাতলৈ লৈ বুঢ়া মৌজাদাৰে প্ৰেমধৰৰ লগত গলগলীয়া স্বৰেৰে কথাও পাতে।

'হেম।'

'দেউতা'

'সৰৈগুৰিৰ ধ্যনখিনি চপোৱা হ'লনে?'

'হৈছে দেউতা,' নহ'লেবা 'আৰু দুদিনমান লাগিব'

বা—

'কলিকতাৰ পৰা চিঠি আহিছে। পৰীক্ষা পালেহিয়েই, ৰূপ কিছু সৰহকৈ লাগিব।'

'হৈছে দেউতা!'

কলিকতা সম্পৰ্কীয় কথাত বুঢ়া মৌজাদাৰে হেমধৰৰ পৰা উত্তৰ প্ৰত্যাশা নকৰে। হেমধৰেও 'হয়' বা 'হৈছে দেউতা'ৰ বাহিৰে অইন উত্তৰ নিদিয়ে।

সন্ধিয়াবেলা বুঢ়া মৌজাদাৰৰ ওচৰত হেমধৰহে বহি থাকিব লাগে। মৌজাদাৰণী আই আহি বহিলেও নহ'ব। সেই সময়ত বুঢ়া মৌজাদাৰে বটলৰ ৰঙাপানী পান কৰে। প্ৰত্যেক সন্ধিয়া মৌজাদাৰক বটলৰ ৰঙাপানী লাগে। অনুপান

হিচাপে হেমধৰে ৰান্ধনিশালৰ পৰা বাপুটি ৰান্ধনিক খুজি বানকাঁহী এখনত মাছৰ ভজা, নহ'লেবা পাৰৰ মাংস ভজা, নিদানপক্ষে আলু ভজাকে দুচকলমান আনি ভিতৰৰ কোঠাত মৌজাদাৰৰ সন্মুখত সৰু মেজ এখনত থয়হি। চ'ডাপানী আৰু বটলৰ ৰঙাপানী হিচাপ মতে মিহলাই হেমধৰে মৌজাদাৰক দি থাকে। এগিলাচ শেষ হোৱালৈকে মৌজাদাৰ মনে মনে থাকে। দুগিলাচ শেষ হ'বলৈ নৌপাওঁতেই প্ৰয়োজনতকৈ অধিক কথা নোকোৱা মৌজাদাৰৰ মুখত কথাৰ আখৈ ফুটে।

'বুজিছ, হেম, মই আজিকালিৰ পাবত গজা মৌজাদাৰ নহয়। সাতামপুৰুষীয়া মৌজাদাৰ। বোপা-ককাৰ দিনৰে পৰা আমাৰ মৌজা। মোৰ ককাদেউতা মৌজা চলায়েই স্বৰ্গলৈ গ'ল। পিতাদেউ সৰুতে ঢুকাল। ককাদেউতা ঢুকুৱাত মই তেনেই সৰু। মৌজা চলাবলৈ মানুহ নাই—'

'হয় দেউতা।'

হেমধৰে প্ৰত্যেক সন্ধিয়া শুনা কথা, কিন্তু শলাগি থাকে। 'মৌজা চলাবলৈ মানুহ নাই। মৌজা যাওঁ যাওঁ। তেতিয়াই ওলাই আহিল মোৰ আই। আয়ে গুৰিবঠা নধৰা হ'লে মই আজি এই মৌজা নেপাওঁ। তই মোৰ আইক দেখিছিলি নহয়?'

'দেখিছিলো দেউতা।'

হেমধৰে বুঢ়ী মৌজাদাৰণী আইক দেখিছিল। দেখাত দুৰ্গা-গোসাঁনীৰ দৰে মহিমাময়ী। কাকো তঞা-হঞা নকৰে। মুগাৰ ৰিহা-মেখেলাৰ ওপৰত পাটৰ খনীয়া চাদৰখনেৰে অনবৰতে ওৰণি লৈ থাকে। ভৰিৰ পতা দুটা সৰু সৰু। লাটুমণি গুটিৰ দৰে ৰঙা। খোজকেইটা কোমল। খোজত যেন পৰুৱা এটা মৰিবলৈকো, বা বন-বাট এডাল মাৰিবলৈকো তেখেতে কষ্ট পায়। কাকো তঞা-হঞা নকৰাকৈ, ডাবি-হুকি নিদিয়াকৈ কোমল কোমলকৈ কথাকেইটা কয়। মৌজাৰ কামত অলৈ-তলৈ যাবলগীয়া হ'লে দোলাত যায়। বুঢ়ী মৌজাদাৰণী আইৰ সেই দোলাখন এতিয়াও ভঁৰাল ঘৰৰ মূধত ওলমি আছে। দোলাখনৰ হেঙুল হাইতাল বোলোৱা। কাঠৰ ফুলবোৰৰ ৰং এতিয়া নিস্প্ৰভ হৈ পৰিছে। কথাটো মানুহৰ জীৱনৰ নিচিনাই। এসময়ত সপ্ৰভ, এসময়ত নিস্প্ৰভ।

দুৰ্গা গোসাঁনীৰ দৰে সময়ে সময়ে দৃঢ়চেতা, সময়ে সময়ে কোমল সেই বুঢ়ী মৌজাদাৰণী আইৰ কথা-বতৰা, খোজ-কাটল, হাব-ভাব সকলোবোৰ হেমধৰৰ এতিয়াও মনত আছে। কোনেও মানুহগৰাকীৰ মুখৰ ওপৰত কথা এষাৰ কোৱাৰ সাহ নকৰিছিল। ওখ-পাখ, তেজগোৰা বৰণৰ মানুহগৰাকীৰ নামটোও বৰ ধুনীয়া আছিল, ফুলপাহি। পূৰ্বতে যোৰহাটৰ ফালৰ কাঠবৰুৱা বংশৰ ছোৱালী আছিল, বিয়াৰ পিছত শইকীয়ানী হ'ল। সেই ফুলপাহিৰে আইতাক মানৰ আক্ৰমণৰ সময়ত তিনিমহীয়া কেঁচুৱা আছিল। তিনিমহীয়া ছোৱালীজনী তামোলৰ ঢকুৱাৰে বান্ধি

বাৰীচুকত পেলাই থৈ, ঘৰে-ঘৰোৱাহে মান সেনাৰ ভয়ত হাবিলৈ পলাই গ'ল। তিনিদিনৰ পিছত ঘূৰি আহি দেখেহি ছোৱালীজনী কান্দি-কাটি মাত ভাগি কান্দিব নোৱৰা হৈ পৰিছে। মৰা নাই, নতুবা শিয়াল-কুকুৰেও খোৱা নাই। ধুই-পোখালি ছোৱালী কোলালৈ লওঁতে গম পোৱা গ'ল, তাইৰ গোটেই গা পৰুৱাই খাইছে। দৰৱ-জাতি কৰা হ'ল, ছোৱালী বাচিল।

সেইজনী মানুহৰে পো-নাতি ফুলপাহি। সাহ-পিত, কলিজা ডাঙৰ হোৱাৰেই কথা। হেমধৰে তেনেকৈহে ভাবে। নহ'লে, মৌজাদাৰ, মৌজাদাৰ মানে আকৌ ৰজাৰ দৰে, ৰজাৰ দৰে কি, ৰজাই; সেই মৌজাদাৰৰ বাব ল'বলৈ ফুলপাহিয়ে সাহ কৰেনে?

দুটা মতা হাতী, সৰুকণ আৰু জয়দ্ৰথ। মাইকী হাতীজনীৰ নাম ৰুক্মিণী। এই তিনিটা হাতীলৈ ভয় নকৰা মানুহ সেই মৌজাটোতে নাই। ভয়ংকৰ চেহেৰাৰ ঐৰাৱতৰ সঁচ। সৰুকণ হ'ল ৰুক্মিণীৰ পুতেক। জয়দ্ৰথ বুঢ়া হাতী। মানুহৰ দৰে হাতী বুঢ়া হ'লেও নানা বেমাৰ-আজাৰে ধৰে। মাটিৰ দেহাহে সকলোৰে! হাতীৰো, মানুহৰো। জয়দ্ৰথৰো বেমাৰ হ'ল। খাব-বব নোৱাৰে। কোনো মানুহকে ওচৰ চাপিবলৈ নিদিয়ে। আনকি, সদায় গাতে লাগি থকা চিনাকি মাউতটোও ওচৰ চাপিব নোৱৰা হ'ল। পদূলিমূৰৰ বৃহৎ বকুল গছজোপাৰ তলত পৰিল যি পৰিলেই।

বুঢ়ী মৌজাদাৰণী আই ফুলপাহিয়ে গম পালে, জয়দ্ৰথ আৰু নেবাচে। শহুৰেকৰ দিনৰ হাতী। তেতিয়াৰ দিনত মাককে পোৱালিকে একেলগে ধৰিলে মাকজনীক ৰাখি পোৱালিটো গুলীয়াই মাৰি নৈত উটুৱাই দিয়া হৈছিল। জয়দ্ৰথৰ মাককো তাৰ স'তে একেলগে খেদা চিকাৰত ধৰা। জয়দ্ৰথকো গুলীয়াই মাৰি পেলাবলৈ ধৰা হৈছিল। কিন্তু বুঢ়ী মৌজাদাৰণী আইৰ শহুৰেকৰ মৰম লাগিল, পোৱালিটো লৈ আহি পালন কৰিবলৈ ধৰিলে। দুবাৰ-এবাৰ যে সি হাবিলৈ পলাই যোৱা নাই তেনে নহয়। পলাই যেনেকৈ যায় তেনেকৈ গুচিও আহে। যেন ঘৰৰ ল'ৰাটো ফুৰিবলৈ ওলাই গৈছে। বনৰীয়া ল'ৰা। দুদিনৰ ঠাইত চাৰিদিন কৰিব, কিন্তু উলটি আহিব ঠিকেই। দৰাচলতে সৰুৰে পৰা থাকি থাকি ঘৰখনৰ ল'ৰা এটাৰ দৰে হৈ পৰিছিল জয়দ্ৰথ। ইয়াতে সি ডেকা হ'ল, বুঢ়াও হ'ল। আজি-কালি তাক কাম কৰিবলৈ পঠোৱা নহয়। বুঢ়া হাতী, ঘৰতে থাকে। ঘৰত বুঢ়া মানুহ এজন থাকিলে ঘৰখন শুৱনি হৈ থকাদি জয়দ্ৰথেও ঘৰখন শুৱনি কৰি থয়। লাহে লাহে সি দুৰ্বল হৈ আহিল। কি কাৰণ কোনেও নেজানিলে। হাতী নিদানৰ পুথিৰ পাত চালি-জাৰি চোৱা হ'ল। জয়দ্ৰথৰ বেমাৰৰ কাৰণ আৰু তাৰ ঔষধ নোলাল।

কি কৰা যায়? শিকলি লগাই থোৱা অৱস্থাতে জয়দ্ৰথ মৰিব নেকি? কোনো কোনোৱে গুলীয়াই মাৰি পেলাবলৈকো পৰামৰ্শ দিলে। জয়দ্ৰথক গুলীয়াই মাৰিবলৈ

মানুহো ঠিক কৰা হ'ল। বুঢ়ী মৌজাদাৰণীৰ মনে নসহিলে। 'যি কৰিব লাগে মই কৰিম। তোমালোকে একো নকৰিবা।'

'আই, আপুনি কি কৰিব?'

'কৰিম।' তেওঁ নতুন পাচি এটাত এপাচি ধান ল'লে। ধানপাচিৰ ওপৰত এখন নতুন গামোচা। নিজেও গা-পা ধুই নতুন কাপোৰ এসাজ পিন্ধি বকুলজোপাৰ ওচৰলৈ ওলাল।

'আই, কি কৰে, কি কৰে? জয়দ্ৰথৰ মগজৰ ঠিক নাই, কি কৰিব ক'ব নোৱাৰি। আপুনি নেযাব।'

'মোক কোনেও একো নক'বা, কি কৰিব পাৰো চাওঁ— মোৰ ঘৰত শিকলি লাগি থকা অৱস্থাত জয়দ্ৰথ মৰিব নোৱাৰে।'

ঘৰৰ সকলো মানুহৰে আপত্তি। বুঢ়ী মৌজাদাৰণীয়ে কাৰো আপত্তিলৈ কাণ নিদিলে। ইফালে ভিতৰ চোতালত ঘৰে ঘৰোৱাহে ভয়ত বিতত। কি হয় ঠিক নাই। শুঁৰেৰে পাক মাৰি জয়দ্ৰথে আইক এচাৰ মাৰি পেলাইনেকি!

ফুলপাহি গৈ জয়দ্ৰথৰ ওচৰত মাটিতে লেপেটা কাঢ়ি বহিল। তেওঁৰ চকুৰ ইঙ্গিতত মাউতে হাতীৰ ভৰিৰ শিকলি খুলি দিলে। 'তই মোৰ বোপাইৰ লগৰ বোপাই, পোৰ লগৰ পো। তই মোক গচকি মাৰিলেও মাৰ, এচাৰ মাৰি মাৰিলেও মাৰ। তোক প্ৰতিপালন কৰিব লাগিছিল নোৱাৰিলো। দেখিছই বাঁৰী দুখুনী মানুহ। শিকলি বন্ধা অৱস্থাত তই মৰিব নেলাগে। তোক মই মুকলি কৰি দিলো। হাবিৰ জীৱ, হাবিলৈ যাগৈ, হাবিতে মৰগৈ। ইয়াত নমৰিবি।'

জয়দ্ৰথে তাৰ সৰু সৰু চকু দুটা মেলি পিতপিতকৈ ফুলপাহিলৈ চালে। তাৰ দুচকুৰে সৰসৰকৈ পানী ববলৈ ধৰিলে। তাৰ গায়ে-মূৰে হাত ফুৰাই ফুলপাহিয়ে নিজেও কান্দিবলৈ লাগিল। এপাকত সি বৰ লাহে লাহে বহাৰ পৰা উঠিল, ধান পাচি খালে আৰু এখোজ দুখোজকৈ হাবিৰ ফালে গতি কৰিলে। সি পিছলৈ নেচালেও। এবাৰ পিছলৈ চালেই জানোচা বুঢ়ী মৌজাদাৰণী আই চকুৱে চকুৱে পৰে, জানোচা সেই চকুপানীসিক্ত চকু দুটাই তাক এবেলি ৰবলৈ কয়।

হাবিৰ ওপৰত শগুণ বনাবলৈ ধৰিলে। হাবিলৈ যোৱা মানুহ এটাই ফোপাই-জোপাই উধাতু খাই আহি ক'লেহি, 'আই, আপোনালোকৰ বুঢ়া হাতীটো হাবিৰ মাজত পৰি মৰি আছে।'

বুঢ়া মৌজাদাৰে কৈ যায়, হেমধৰে ও-আ নকৰাকৈ শুনি থাকে। মাজে মাজে বুঢ়া মৌজাদাৰে সোধে, 'হেমধৰ, টোপনি গ'লি নেকি?'

'নাই যোৱা দেউতা, শুনি ভাল লাগিছে।'

'ও শুন।'

হেমধৰৰ টোপনি কেনেকৈ আহিব? কথাবোৰ ইমান সোৱাদ লগা কথা। সাধুকথাৰ দৰে। এনেকুৱা কথা সাদিন সাত ৰাতি চকুৰ টিপ নমৰাকৈ শুনি থাকিব পাৰি।

'তাৰ পিছত আই তীৰ্থ ভ্ৰমণ কৰিবলৈ ওলাল। মই তেতিয়া সৰু। গুৱাহাটীৰ পৰা মটৰ-গাড়ী ওলাইছে বুলি শুনিছোঁ। শুনিছোঁহে অহুকাণে পহুকাণে। আৰু মানুহ ওলাল। যোৰহাটৰ পৰা কোনোবা সম্পৰ্কীয় মানুহো ওলাল। জগন্নাথ শ্ৰীক্ষেত্ৰ চাবলৈ আইৰ বহুতদিনৰ পৰাই হেঁপাহ এটা আছিল। এইবাৰ জানিবা ফলিয়ালে। তেজপুৰলৈকে ঘোঁৰাবাগীত গৈ আইহঁত তেজপুৰত গুৱাহাটীলৈ বুলি জাহাজত উঠিল।

সকলোখিনি কথা হেমধৰে জনা কথা। এবাৰ নহয়, বহুবাৰ শুনা কথা। কিন্তু তাৰ পিছৰ কথাখিনি বুঢ়া মৌজাদাৰে নকয়। ক'বলৈ ভাল নেপায় চাগৈ। পুৰীতে কলেৰা হৈ ফুলপাহি ঢুকাল।

সেই সময়ত বুঢ়া মৌজাদাৰ সৰু। তেনেই সৰু নহয়, দহ-এঘাৰ বছৰীয়া। ককায়েক কলিকতাৰ কলেজত পঢ়ে। তেওঁক মাতি পঠিওৱা হ'ল। পঢ়া আধাখনীয়াকৈ এৰি তেওঁ মৌজাদাৰ হ'লহি। দিন-ৰাতি যাবলৈ ধৰিলে। মৌজাদাৰ হোৱাৰ চাৰি নে পাঁচ বছৰৰ পিছত লক্ষীমপুৰৰ ফালৰ ছোৱালী এজনীও বিয়া কৰাই দিয়া হ'ল। 'নিয়মতকৈ ককাইদেৱে কিছু পলমকৈহে বিয়া পাতিছিল', বুঢ়া মৌজাদাৰে কয়— হেমধৰে শুনে। 'কি কাৰণ আমি নেজানো। কোনো কোনোৱে কয়, ওচৰৰে ছোৱালী এজনীৰ সৈতে ককাইদেউৰ মনৰ মিল হৈছিল, বহুত খাট-বান্ধ কৰাৰ পিছতহে বিয়া কৰালে।

বিয়াৰ পিছতো তিনি বছৰমানলৈকে ল'ৰা-ছোৱালী নাই। ঘৰত তো ডাঙৰ মানুহ নাছিলেই। ককাইদেৱেই ডাঙৰ। সৰুতেই বিধৱা হোৱা পেহী এগৰাকী আছিল অৱশ্যে। কোনো কোনোৱে ককাইদেউক আকৌ বিয়া কৰাবলৈ উপদেশ দিলে। নবৌৱেও ধৰিলে। হয়, বিয়া আকৌ কৰাব লাগে, ল'ৰা লাগে, বংশৰ ধাৰা অব্যাহত হৈ বৈ যাব লাগে।' হেমধৰে জানে। অ'ত-ত'ত আলেঙে আলেঙে ছোৱালী চোৱাও হ'ল। কিন্তু ঠিক সেই সময়তেই গম পোৱা গ'ল, বুঢ়া মৌজাদাৰৰ নবৌৱেক সন্তান-সম্ভৱা।

দিন-ৰাতি আকৌ যাবলৈ ধৰিলে। নদীৰ পানী আৰু দিন-ৰাতি সদায়েই গুচি যায়। সকলোৱে ভাবিলে, দিনবোৰ সুকলমেই পাৰ হৈ গৈছে।

কিন্তু সুকলমে দিন পাৰ নহ'ল। কাৰণ এটাই—হাতী। সৰুধন আৰু ৰুক্মিণী আছিলেই— ঘৰলৈ আৰু এটা হাতী অনা হ'ল। দীঘল পদূলিটো তিনিটা হাতীয়ে গুৱনি কৰিবলৈ ধৰিলে। সাতামপুৰুষীয়া হাতীগিৰিৰ ঘৰ। হাতী নেথাকিলে ঘৰৰ

মানুহ থাকিব নোৱাৰে। বুঢ়া মৌজাদাৰৰ ককাকৰ সাতটা হাতী আছিল। চিংফৌৰ লগত লগা ৰণত তেওঁ কেউটা হাতীয়েই বৃটিছক দিব লগা হৈছিল। সাতটা হাতী, ধনো পাইছিলে বহুত। তিনিভাগ কৰি তিনিটা তামৰ কলহত ভৰাই চিকা ৰূপবোৰ পুতি থোৱা হৈছিল। ক'ত পুতিলে কোনেও নেজানিলে। বুঢ়া বয়সত হঠাতে মানুহজনৰ একাংগী হ'ল। মুখৰ মাত-কথা নোহোৱা হৈ সাতদিন শেতেলিত পৰি থাকিল। মৰিবৰ সময়ত আকাৰে-ইংগিতে কিবা ক'লে হয়— কোনেও নুবুজিলে। এবাৰ বাৰীৰ পিছফালে শিলিখাজোপাৰ তলত কিবা কাৰণত গাঁত এটা খান্দোতে একলহ ধন পোৱা গ'ল। বাকী দুকলহ নোলাল।

সৰুধন বলিয়া হ'ল। বলিয়াই হ'ল নে কোনোবাই ভাঙেই খুৱালে বুজ পোৱা নগ'ল। মাউতে গা ধুৱাবলৈ নৈৰ পাৰলৈ নিছিল। গা ধুৱাই উঠি নৈৰ পাৰৰ গছ এজোপাতে শিকলি লগাই বান্ধি থৈছিল। তাৰ পিছৰে পৰাই হাতীটোৰ ওচৰলৈ কোনো যাব পৰা নাই। বুঢ়া মৌজাদাৰৰ ককায়েক তেতিয়া তেনেই গজলীয়া ডেকা। তেওঁৰ ওচৰত সৰুধন বৰ জাতি হৈ থাকে। কাৰো হাক-বচন নুশুনি তেওঁ হাতী বলাবলৈ গ'ল।

পিছে কি হ'ব? তেওঁ ওচৰ নেপালেই। একো বুজিও নেপালে। সৰুধনে একে চোঁচাই আহি শুঁৰেৰে পাক মাৰি মানুহজনক গচকি পেলালে। চাৰিওফালে হুৱা-দুৱা লাগিল। বুঢ়া মৌজাদাৰৰ নবৌৱেক বাউলি হৈ নৈৰ পাৰলৈকে দৌৰি গ'ল আৰু তাতেই অচেতন হৈ পৰিল। বিশেষকৈ মানুহজনীৰ গাত তেতিয়া পাঁচমহীয়া লেঠা।

সৰুধনৰ ভৰিৰ ওচৰত চেপেটা হোৱা মৰাশটো। গছৰ ওপৰৰ পৰা পকা কঁঠাল মাটিত পৰিলে কঁঠালটোৰ যিটো ৰূপ হয়, মৰাশটোৰো তেনে ৰূপ। তেজেৰে ঠাইখন তুম্‌ৰলি দিছে। মৰাশটোৰ ওচৰত কিছুপৰৰ পিছত সৰুধন বহিল। বহিল যি বহিলেই। তাৰ দুচকুৰে অবিৰামভাৱে পানী ব'বলৈ ধৰিলে। বেলি দুপৰ গৈ ৰাতি হ'লগৈ। সৰুধন নুঠিল। ৰাতি পুৱাল। মৰাশত মাখি পৰিবলৈ ধৰিলে। ওচৰে-পাঁজৰে কাউৰী দুটামানো বহিলহি। আকাশত শগুণ বনাবলৈ লাগিল। সৰুধন নুঠিল। মৰাশত কাউৰী, শগুণ হে নেলাগে, মাখিও পৰিব নোৱৰা হ'ল। সি কাকো ওচৰেই চাপিবলৈ নিদিলে। দুদিন তেনেকৈ থকাৰ পিছত সৰুধন মৰিল। মানুহে তাৰ ভৰিৰ তলৰ পৰা মৰাশটো তেতিয়াহে উলিয়াই আনি দাহ কৰিলে।

'বুইছ, হেমধৰ,' মৌজাদাৰৰ ৰাগিয়ে তেতিয়া পক ধৰেগৈ। হেমধৰে গম পায়। বাপুটি ৰান্ধনিৰ ভাত হয়গৈ। ল'ৰা-ছোৱালীবোৰে ভাত খাবলৈ লয়। 'ককাইদেউ ঢুকুৱাৰ পিছত মই মৌজাৰ বাব ল'ব লগা হ'ল। নবৌৰ আগতীয়াকৈ ছোৱালী এজনী হৈ দুদিন থাকি ঢুকাল। হাতীয়ে থান-বান কৰা আমাৰ ঘৰখনৰ

পৰা হাতী কিন্তু নগ'ল।' তাৰ পিছতেই বুঢ়া মৌজাদাৰ ভাত খাবলৈ যায়গৈ। হেমধৰো উঠি আহে।

মৰিবৰ সময়ত বুঢ়া মৌজাদাৰে হেমধৰক হাতী পোৱালি এটা দিছিল। মানুহজন বৰ আপোনভোলা আৰু খেয়ালী আছিল। তেওঁ কৈছিল, 'তইতো ইমান দিনে মোৰ লগতেই লাগি থাকিলি। তোক কিবা এটা নিদিলে মোক পাপে চুব। যমুনাকে দিলো। হাতী মাউতৰ ঘৰ একো কৰি খাবও নোৱাৰ। পালিবি। কষ্ট নিদিবি।'

সেই যমুনাৰ পৰাই হাতীগিৰি হ'ল হেমধৰ। হেমধৰ জীয়াই থাকোতেই যমুনা এবাৰ পলাই যায়। বহুত বিচাৰ-খোচাৰ চলিল, পোৱা নগ'ল। তিনি বছৰমানৰ পিছত তাই নিজেই ঘৰ ওলালহি। লগত এটা পোৱালি। হেমধৰ তেতিয়া নাই। ঢুকাল।

এতিয়া প্ৰেমধৰৰ হাতী দুটা। দুটা হাতীৰ মালিক যদিও মৰি গ'লেও প্ৰেমধৰে মৌজাদাৰৰ ঘৰৰ খিতাপত থাকিব নোৱাৰে। যিটো কাম বাপেক হেমধৰে পৰা নাছিল, পুতেক প্ৰেমধৰে কেনেকৈ পাৰিব? বতাহীয়ে সেই কথাটো বুজি নেপায়।

## ।। চাৰি ।।

ৰজাৰ মাকৰ কঁকালৰ বিষ ভাল হোৱাই নাই। তাৰেই লেকেচকেচকৈ কামবোৰ কৰি থাকে। নকৰিলেনো কোনে কৰিব? মানুহ বুলিবলৈ নায়েই। ৰজাই যে মাকক মাজে মাজে সহায় নকৰে তেনে নহয়। কিন্তু ঢেঁকী দি দিয়া আৰু ৰাতিপুৱা গধূলি পুখুৰীৰ পৰা পানী আনি দিয়াৰ বাদে সি মাকক সহায় কৰি দিব পৰা আৰু একো কাম নাই। তাৰো সময় নাই। আৰু মাকেও নিদিয়ে। ভাতৰ চৰু থকা কোঠাটোলৈ তাৰ সোমোৱাৰ অধিকাৰ নাই। মাকে, সি পথাৰ-সমাৰ সমকাৰ কৰি আহে বাবে, আৰু য'তে-ত'তে খাই ফুৰে বাবে ভাত ৰন্ধা কোঠাটোলৈ সোমাবলৈ নিদিয়ে। মাক যিমানেই বুঢ়ী হৈছে, সিমানেই ধুতি-নীতিবোৰো বেছিকৈহে ধৰিবলৈ লৈছে। ৰজাৰ মাকে কাম-বনবোৰ আঁজুৰি থাকিব, আৰু মনে মনে গোজগোজাই থাকিব। কাকনো আৰু বকিব? ৰজাকে বকে। 'সেয়া, সেই বেলি তেজপুৰ পালেগৈ, মই গমকে নেপাওঁ। গম পালেওনো কি হ'ল, মোৰ কথানো কোনে শুনিব? নেলাগে শুনিব, মৰিলে গম পাবি—' ওচৰত ৰজা থাকিলে উত্তৰ নিদিয়ে, বা উত্তৰ দিলেও বুঢ়ীয়ে তালৈ কাণ নকৰে। 'ঘৰখন পাত বুলি ক'লো, সি ঘৰ পাতিবহে হয়। ৰজা ওলাইছে। লাট গৱৰ্ণৰ ওলাইছে। আজি অ'ত, কালিলৈ ত'ত। কাম কি? অমুকৰ গৰু হেৰাল, বিচাৰিব লাগে। তমুকৰ নৰীয়া টান, ৰাতি পৰ দিব লাগে। আৰ পাণ পাৰিব লাগে, তাৰ ঘৰ চাব লাগে। বিয়া পাতিব লোকে, ৰজা নহ'লে বিয়া নহয়। ৰভা পৰলা দিব লাগে। খোল পটুৱা সাজিব লাগে। কণা গোসাঁয়ে মোক নেদেখে। ক'ত দেখিব, চকু ফুটিল।'

ৰজাৰ মাকে চোতাল সাৰি আছিল। কাৰোবাৰ ঘৰত নৰীয়া পৰ দি ৰজা ৰাতিপুৱাহে ঘৰ সোমাইছেহি। সি শুই উঠাই নাই। কঁকালৰ বিষটোৱে বৰকৈ ধৰাত ৰজাৰ মাকো শুই উঠাত পলম হ'ল। বেলি ওলাই চোতাল চিকমিকাবলৈ লাগিল। লৰালৰিকৈ গাখীৰ খীৰাই, ছাগলীৰ টঙীত জখলাডাল লগাই দি চোতাল সাৰি এতিয়া এয়া পদুলিমূৰ পাইছেহি। কঁকালৰ বিষত ঠাই সাৰিব পৰা নাই। মাজে মাজে কঁকালটোত ধৰি পোন হয়, আকৌ তল-মূৰকৈ সাৰিবলৈ লয়। এনেতে দেখিলে গজং গজংকৈ চেনিৰাম আহি আছে। সি মাত লগালে,

'খুৰী কি কৰিছ?'

'কিনো কৰিবি বোপাই—' ৰজাৰ মাকে উত্তৰ দিলে।

'পিছে তইনো যাৱ কেনি?'

'হাটলৈ যাওঁ—' চেনিৰামে ক'লে। 'হেৰি অ' খবৰ পাবি। আমাৰ সৰুটোৰ বিয়া পাতিছো—'

'ৰজাৰ মাক একেকোবেই পোন হ'ল। 'কাৰ? সোণাধৰৰ নে? হৰি হৰি। মই খবৰেই নেপাওঁ পাক এটা মাৰিবলৈকো। ছোৱালী ক'ত? কি কথা? কি বতৰা।'

'ছোৱালী তই চিনি পাবিয়েই। গুণকান্তৰ জীয়েক। মাজুজনী—'

চেনিৰামে খোজ আগবঢ়ালে। ৰজাৰ মাকে হাতৰ বাঢ়নি পেলাই দৌৰি গৈ তাৰ হাতত ধৰিলে।

'ৰ চোন, ৰ। সি আমাৰ ইয়াতকৈ বছৰেকত সৰু নহয় জানো? মোৰ কাল হোৱাটোৰ লগৰহে। বোপাই ঐ বধ লাগে। যেনেতেনে ধৰি বান্ধি আমাৰ ইয়াৰ ঘৰখনো পাতি দে। নহ'লে বৰাগী হ'বগৈ যেনহে পাইছোঁ। মইনো ক'ম কাক? আছেনো কোন? তইঁতেইহে—'

'বাৰু হ'ব দেচোন। মই এতিয়া যাওঁ। পিছত আহিম। তেতিয়াই কথা হম—' চেনিৰামৰ হাটলৈ পলম হৈছে। সি গ'লগৈ।

ঠাই সাৰিবলৈ এৰি ৰজাৰ মাকে বাহিৰে বাহিৰেই গাটো তিয়াই ভিতৰ সোমালেহি। ৰজা তেতিয়া শুই উঠাই নাই। তাক দেখি বুঢ়ীৰ খংটো ভমক্কৈ উঠিল। তপত তেলত যেন পানীহে পৰিল। 'কটা অগিয়ানৰ সঁচ। চুৱা চেলেকাৰ জাত। ৰাতিটো কাৰ মেখেলাৰ তলত সোমাই আছিলি? চেনিৰামৰ ভায়েক সোণাধৰৰ বিয়া, কাণত কোনোবাই বিহ তেল ঢালিলে নেকি, মুখেৰে নমতা হলি যে? সি তোতকৈ সৰুহে তেও। লোকৰ ল'ৰাই মাক-বাপেকক সুখত ৰাখে, আমাৰ কি চাবা, সুখে আটিছেগৈ। হৰি ঐ বিধতাই মোক ইয়ালৈকেহে ৰাখিলে—'

মাকৰ চিঞৰত ৰজাৰ টোপনি ভাগিল। সি চকু দুটা মেলি সুধিলে, 'ৰাতিপুৱাইনো কিহৰ চিঞৰ-বাখৰখন লগাইছ অ' বৌটি? ৰাতিৰ ৰাতিটো টোপনি ক্ষতি। সিফালে কিবা এটা হ'ল যদি আকৌ খৰি-কাঠ দিবলৈ যাবই লাগিব। নিচিঞৰ চোন। শুবলৈ দে।'

'লাজ নাই কটা চুৱা চেলেকাৰ সঁচ। সোণাধৰৰ বিয়া। চেনিৰাম হাটলৈ গৈছে, বিয়াৰ বস্তু কিনিবলৈ।'

'মই কি কৰিব লাগে?'

'তই একো কৰিব নেলাগে, অ' বোপাই। এই বুঢ়ীজনীক মূৰতে মাৰ মাৰি ঘাটত পেলাই থৈ আহিবগৈ লাগে।'

মোটোকা মাৰি ৰজা শুই থাকিল। মাকৰ কথা তাৰ কাণত নোসোমালেই। নোসোমায় যে জনা কথা। ৰজাৰ মাক পাগঘৰলৈ আহিল। এই কথাই কথা নহয়। এই অজগৌটোক বন লগাবলগীয়া হ'ল।

ৰাতিৰ ভাত চৰুত আছিলেই। তুহ জুইকুৰাত আলুগুটি দুটা ভৰাই দিলে। ভাতকেইটা বাটি এটাতে উলিয়াই আনি মজিয়াতে ঢাকি থ'লে। ওচৰতে এঘটি পানী। ঘটিটোৰ ওপৰতে সৰু বাটি এটাত লোণ-তেল অকণমান, জলকীয়া এটা। আলুগুটি দুটা উলিয়াই লৈ ৰজাই লোণ-তেলেৰে ভাত খাব।

গাঁৱলৈ ওলাই যোৱা কাপোৰ সাজ পিন্ধি ৰজাৰ মাকে তামোলৰ হাঁচতিখন কঁকালত খুঁচি ল'লে। চেনিৰামহঁতৰ ঘৰৰ পৰাই অহা যাওঁক। ৰজাৰ টোপনি ভাগিছিলেই। কাপোৰ পিন্ধা দেখি মাকক সুধিলে, 'কেনি যাব, বৌটি?' 'যাওঁ এফালে,' ৰজাৰ মাকে কথাটো ভাঙি-পাতি নক'লে।

চেনিৰামহঁতৰ ঘৰত বিয়াৰ খা-খবৰ লৈ ৰজাৰ মাকে ওৰণিৰ আঁৰৰ পৰাই চেনিৰামৰ বাপেকৰ স'তে কথা-বতৰা হ'ল। চেনিৰামৰ বাপেক ৰজাৰ বাপেকতকৈ ডাঙৰ। বৰজনা সম্পৰ্ক।

'ডাঙৰীয়াই কাম কৰি অটালেই। আমাৰহে কপাল ফুটা। বাপেক মৰি দেৱতা হৈ হাত সাৰিলে। মইনো অকলশৰীয়া মানুহজনীয়ে কি কৰো? আমাৰ বাঘে খোৱাটোৰ দিহা এটা লগাবৰ হ'ল।'

'এৰা, কথাটো ময়ো নভবাকৈ থকা নাই।' বেৰখনৰ সিপাৰৰ পৰা চেনিৰামৰ বাপেকে উত্তৰ দিলে। 'সি হ'ল বনৰীয়া ল'ৰা। ঘৰখন পাতি দিব লাগিছিল। ছোৱালী চোৱা হৈছে জানো?'

'ছোৱালী তেনেকৈ চোৱা হোৱা নাই। নাহৰৰ জীয়েকজনী বা ডাঙৰীয়াই কেনে দেখে?'

'কোন বেৰবতী, দেখনে শুননে ছোৱালীজনী বেয়া নহয়। জাত কুলো মিলিব। তাতে মাকমৰা ছোৱালী। সৰুৰে পৰা নিজে নিজেই কাম-কাজ শিকিছে। ঘৰ ধৰিবলৈ শিকাব নেলাগে। ৰজাৰ মতামত কি?'

'চৰুক সুধিনো কোনে চাউল বহায়? ফপৰা কুকুৰ। গাত পানী পৰিলে জোঁকাৰি গুচাই পেলাব। তাৰ গাত কথা লগাই নাই এথোন।'

'হব বাৰু। মই ৰাইজৰ দুই-এজনৰ আগতো কথাটো উলিয়াওঁ। ৰাইজেই সহায় সাৰথি কৰি তাৰ ঘৰখন পাতি নিদিলে কোনে দিব?'

বেৰখনৰ সিপাৰে ওৰণিৰ আঁৰতো ৰজাৰ মাকৰ মাত কঁপিবলৈ ধৰিলে। ৰাইজে নখ জোঁকাৰিলে নৈ বয়। ৰাইজে হেঁচা মাৰি ধৰিলে ৰজাৰ ঘৰখন হ'বগৈ। চেনিৰামৰ মাকে তামোল কাটিছিল। তামোলখন মুখলৈ ভৰাই ৰজাৰ মাকে চেনিৰামৰ

মাকৰ হাতত ধৰিলে। 'বাইদেউ, বাপেকী নোহোৱা ল'ৰা। ৰাইজে চৰণত ঠাই দিলেই হয়' 'হব হব। আমি মৰি হাজি যোৱা নাই নহয়। ইমান বিতত হৈছা কিয়নো? তুমি যি পাৰা যা-যোগাৰ কৰা।'

গামোচাখন হাতলৈ লৈ ৰজাৰ মাকে চাদৰখন মূৰত পেলাই এহতীয়া ওৰণি এখন ল'লে। আগফালে চেনিৰামৰ বাপেক থাকিব পায়। 'বাইদেউ যাওঁ' বুলি ৰজাৰ মাক ওলাই আহিল।

হ'বগৈনে? পদুলি মূৰৰ পৰাই গম পোৱা যাবগৈনে ঘৰখনত এজনী গাভৰু মানুহ ওলাই-সোমাই ফুৰিছে বুলি? যাবগৈনে? ৰজাৰ মাকৰ গাত যেন দেৱতাহে লম্ভিছে। উৰি অহাদি আহি কেতিয়ানো বাটটো চমু কৰিলে ক'বই নোৱাৰিলে। বাটত কোনোবাই মাতিছিল নেকি? মাতিছিল যদিও শুনাই নেপালে। নঙলাডাল খুলি ৰজাৰ মাক পদূলিৰ ভিতৰ সোমাল। ৰজা আজি কেনিও ওলাই যোৱা নাই। চোতালৰ অ'ত-ত'ত বন গজি আছিল। সি কোৰখন লৈ চুৰুকি চাফা কৰিলে। গোহালিৰ গৰুকেইটা পালত দি থৈ আহিল। গোবৰ পেলালে। গোহালিটো সাৰি-পুচি অটাওঁতে মাক পালেহি. 'কেনি গৈছিলি, বৌটি?' সি সুধিলে। ঘৰত সি নেথাকিলে নাই, কিন্তু সি থকা সময়ত মাক ঘৰত থাকিব লাগে। নহ'লে ঘৰখন বাহী-বিয়াৰ দিনাৰ ঘৰৰ দৰে হয়, উৰুঙা উৰুঙা, উদং। 'কেনিনো যাবি অ' বোপাই? এনেই ওলাই গৈছিলো, তই কি খালিনো, গা দেখোন ধোৱাই নাই?'

'কি খাবি, একো খোৱা নাই—'

'দেহি ঐ, ল'ৰাটো মোৰ ভোকতে শুকাল, মই বুঢ়ীজনী বাৰু ঘূৰি ফুৰিছোগৈ। নাকে কাণে জুই দিম, ভাত হৈ যাব, এতিয়া আৰু পঁইতা কৰকৰা খাব নেলাগে—'

ৰজাৰ মাকৰ আজি ভাগৰ লগা নাই। কঁকালৰ বিষটোৱেও খামোচ মাৰি ধৰা নাই। মূৰ ফুৰণিটোৱেও আমনি কৰা নাই। ৰজাৰ মাকৰ গাত আজি দুখন ডেউকা গজিছে মনটোৱে সেই ডেউকাত ভৰ দি উলাহৰ মাদলিটো হৈ উৰি-ফুৰিছে, মাক নোহোৱা মাউৰী ছোৱালীজনী আহি পদূলিৰ মূৰলৈকে নিকা কৰি থ'বহি, ৰঙা মাটিৰে টানি টানি মোহাৰি থোৱা ঘৰটোৱে আৰু চিকুণ পিৰালিটোৱে হাঁহি থাকিব, তাঁতশালৰ দোৰপতি গৰকাৰ মাতে নিজান দুপৰীয়াটোত বহুদূৰলৈকে ৰজন্‌জনাই যাব। গাভৰু ছোৱালী এজনীয়ে মূৰৰ ওপৰত একাঠি ওৰণি লৈ অনবৰতে ঘৰে-বাহিৰে ওলাই-সোমাই ফুৰিব। ৰজাৰ মাকক আই বুলি মাতিব। অকল সেয়েহেনে! ভগবানে কৰিলে বছৰ ঘূৰোতেই তাইৰ কোলা শুৱনি হ'ব। বিধতাই ৰজাৰ বাপেকক অকালতে মাৰি নিনিয়া হ'লে তেৱোঁ এই সুখৰ মুখ দেখিবলৈ পালেহেঁতেন।

ৰজাৰ মাকৰ চকু চলচলীয়া হৈ আহিল, আজি চকুত ধোঁৱাই খোৱা নাই। খৰিকেইডাল শুকান। কনকনীয়া। চকু চলচলীয়া হৈছে ৰজাৰ বাপেকৰ কথা ভাবিহে।

'দোষ হব পাৰে, ক্ষেমিবা। তুমি মোক দি গ'লা, তোমাৰ ধন মই কেনেকৈ পালিম কব নোৱাৰো। খালি ওপৰৰ পৰা দয়া কৰি থাকিবা।' ধোঁৱাই নোখোৱা চলচলীয়া চকুহাল মোহাৰি ৰজাৰ মাকে মৰি যোৱা মানুহটোৰ উদ্দেশ্যে হাতযোৰ কৰিলে। আবেলিলৈ নামঘৰত শলা বন্তি এগছি লগাবগৈ লাগিব। গৰখীয়া ল'ৰা দুটামানক কোমল চাউলৰ জলপান এমুঠিও খুৱাব লাগিব।

বনশাক এমুঠি কালিয়েই তুলি থৈছিল, তাকে ধুই লৈ কাটি কুটি বহাই দিলে। লোণ এজেবা আৰু হালধি এচিকুট দি উতল আহোতে হেতাখন জুইৰ ওপৰতে থৈ তেল এফোঁটমান গৰম কৰি নহৰু দুফুটামান দি বন শাকৰ আঞ্জাত তেল মাৰিলে। ওপৰৰ ধোঁৱাচাঙত থোৱা শুকান থেকেৰা দুফুলামানো তাতে পেলাই দিলে। ৰজাৰ মাকৰ ভাত হৈ গ'ল, 'বোপাই অ' মোৰ ভাত হ'ল। গাটো তিয়া।'

* মিঠাতেলৰ বটলৰ পৰা মাকে হাতৰ আঁজলিত ঢালি দিয়া তেলকণ গায়ে-মুৰে সানি ৰজা গা-ধুবলৈ গ'ল। মাকে চৰুটো সামৰি-সুতৰি থ'লে। ভাত ৰান্ধোতে পিন্ধা ৰঙা ৰিহা-মেখেলাযোৰ সলালে। কাপোৰযোৰ আখলৰ চুকৰ ৰছী এডালতে ওলোমাই থ'লে। ৰজাও গা ধুই আহিল। মাকে ভাত বাঢ়িলে।

ৰজাৰ ভাত খোৱা হৈছিলেই, মাকৰ হোৱা নাই। মাকে তাক সুধিলে, 'ৰেৱতী কেনেকুৱা ছোৱালী?'

'ভাল ছোৱালী। তই গৈছিলি নহয়, তোক তাই কিবা কৈছিল নেকি—'

'একো নাই কোৱা। কিয়? কিবা হ'ল নেকি?'

'তাই মোক ফুলবছা চিৰি শলাকেইডালমান চাঁচি দিবলৈ কৈছিল। পাহৰণিতে আছে।'

ৰজা উঠিল। বটাৰ পৰা তামোল এখন লৈ মুখত ভৰালে। ক'লে, 'বৌটি, কথা এটা গম পাবনে? মৌজাদাৰৰ ঘৰৰ হাতীটো বোলে বলিয়া হৈছে।'

'হয়নেকি? কোনটো? যোৱা বছৰ যে ধৰিছিল সেইটো নেকি?'

'ক'ত যোৱা বছৰ? ছয়-সাত বছৰ হ'ল গণেশক ধৰা, সেইটো নহয়, ৰামধন বোলাটো।'

'ৰাতি-বিয়লি নোলাবি অ' বোপাই, বলিয়া হাতীৰ সঁজাত নাই।'

'এৰা।' ৰজা বাহিৰলৈ ওলাই আহিল, সি বাঁহ এপাব আনিবলৈ বুলি বাৰীলৈ গ'ল। মাকে ভাবিলে, সি হয়তো ফুলবছা কাঠী চাঁচিব, ৰেৱতীলৈ।

## ।। পাঁচ ।।

ৰামধন হাতী হেৰাল। হেৰাল মানে বলিয়া হৈ ডফলা পাহাৰৰ ফালে যোৱা বুলি অনুমান কৰা হৈছে। অনুমানহে কৰা হৈছে, কোনেও খাটাংকৈ ক'ব নোৱাৰে। হেৰাবৰ দুদিনমানৰ আগৰে পৰা হাতীটো জলকা লাগি আছিল। ডাক্তৰকো দেখুওৱা হ'ল। ডাক্তৰে কিবা অখাদ্য খালে নেকি বুলি সন্দেহ কৰিছে। অখাদ্যনো খাব কেনেকৈ? কানাই অনবৰতে ৰামধনৰ লগত। ভগীৰথ মৌজাদাৰে ফজৰতৰ পুতেক কলীয়াকে মাতি আনি হাতীটো দেখুওৱাৰ কথা ভাবিছিল। ডাক্তৰতকৈ কলীয়াৰ ওপৰতে মৌজাদাৰৰ ভৰসা বেছি। প্ৰেমধৰেও হাতীৰ বিষয়ে কিছু কথা নজনা নহয়। পিছে প্ৰেমধৰৰ ঢাৰি পাতি লোৱা অৱস্থা। উঠিব যে পাৰিব সন্দেহ। কলীয়াক বিচাৰি সৰু সোণক পঠাম বুলি ভবাতেই থাকিল। কোন তলকতনো কেনি ওলাই ৰামধন কেনি গুচি গ'ল, কোনেও ধৰিবই নোৱাৰিলে। ইয়াৰ পৰা গৈ সি দুদিনমান হাবিৰ মাজতে সোমাই আছিল হেনো। এৰাবাৰীৰ মাজত হাবি, বন বাঁহ ভঙাৰ শব্দ মানুহে শুনিছিল। ৰাতি মাজে মাজে সি বিকট চিঞৰ একোটাও মাৰিছিল। মানুহ দিনে-নিশাই সজাগ হৈ আছিল। কেতিয়া বলিয়া হাতীৰ গচকত কাৰ প্ৰাণ যায় ঠিক নাই। বলিয়া হাতীয়ে কেতিয়া ঘৰ-দুৱাৰ ভাঙি মহতীয়াই নিয়েহি একো ক'ব নোৱাৰি। হাবিখনলৈ মানুহ নোযোৱা হ'ল। গৰু পাল চৰাবলৈ গৰখীয়া ল'ৰাই ভয় কৰিলে। ৰাতি ইঘৰ-সিঘৰলৈ মানুহ নোলোৱা হ'ল। কিন্তু পিছত গম পোৱা গ'ল, হাতীটো ডফলা পাহাৰৰ অটব্য হাবিত সোমাইছেগৈ। ৰাইজে উশাহ ল'লে।

ভগীৰথ মৌজাদাৰৰ মন বেয়া। গুৱাহাটীত থকা পুতেকৰ বিয়া পাতিছে। ছোৱালী নগাঁৱৰ। তাক কোৱা হ'ল, তই গুৱাহাটীৰ পৰা গুচি আহ। চাকৰি কৰিব নেলাগে। ইয়ালৈ আহি মৌজা চলাহি। সি কথা নুশুনিলে। গুৱাহাটীতহে চাকৰি কৰিব, মৌজা চলাই জোন বেলিৰ পোহৰ নপৰা ঠাইত সি সোমাই থাকিব নোৱাৰে। মৌজা চলাবলৈ ভায়েক আছে, ভায়েকে চলাব। আচলতে, কথাৰ গুৰি ক'ৰবাত। ইয়াত ইফালে বাপেক-মাকে নগাঁৱৰ ছোৱালী এজনী ঠিক কৰি আহিল, দিন-বাৰ ল'বলৈহে বাকী থাকিল, সি গম পাই উত্তৰ দিলে, বিয়া নকৰায়। যা-যোগাৰ কৰিব

নেলাগে। 'বিয়া নকৰাই মানে—' ভগীৰথ মৌজাদাৰ গৰ্জি উঠিল। ঘূৰি ডাকতে তাৰ চিঠি আহিল। বিয়া নকৰাই মানে, সি সন্ন্যাস লোৱাৰ কথা ভবা নাই। কৰাব। কিন্তু মাক-বাপেকে ঠিক কৰা নগাঁৱৰ ছোৱালীজনী সি বিয়া নকৰায়। মাকহঁতে তাক আগতীয়াকৈ একো নজনোৱাকৈ ইমান দূৰ আগবাঢ়িবই নেলাগিছিল, সি বিয়া কৰাব, মাকহঁতে পছন্দ কৰা ছোৱালী নহয়, সি নিজে পছন্দ কৰা ছোৱালী।

অন্থকাণে পন্থকাণে ভগীৰথ মৌজাদাৰৰ কাণত তেনেকুৱা কথা এটা যে নপৰাকৈ আছিল তেনে নহয়। কিন্তু পুতেকৰ ওপৰত বিশ্বাস এটা আছিল বাবেই কথাটো কোনোবাই এনেয়েহে উলিয়াইছে বুলি বৰ গ্ৰাহ্য কৰা নাছিল। এতিয়া জোৰ পুৰি হাত পালেহি। বাপেক-মাকে ঠিক কৰা ছোৱালী, পছন্দ কৰা ছোৱালী একে আষাৰে নাকচ কৰি তাৰ পছন্দৰ ছোৱালী ঘৰ সুমুৱাবলৈ পাং পাতিছে। ইমান দেমাক কিহৰ? কি বৰ ডাঙৰ চাকৰিটো কৰে? কলেজৰ মাষ্টৰহে!

মাঘৰ বিহুৰ সময়ত সি ঘৰলৈ আহিছিল। তেতিয়াই মাকে কথাটো উলিয়ালে। সি মাকক 'ৰচোন, এতিয়া মই ভবাই নাই' বুলি কৈ গুৱাহাটীলৈ গ'লগৈ। গুৱাহাটীৰ পৰা তাৰ দীঘলীয়া চিঠি আহিল। চিঠিখন সি মাকলৈ লিখিছে। চিঠিত সি লিখিছে যে মাক-দেউতাকৰ কথা সি ৰাখিব নোৱাৰে। তাৰ এই অপাৰগতা ক্ষমণীয় হয় নে নহয় সি নেজানে, কিন্তু মাক-দেউতাকৰ কথা ৰাখিলে সি বন্দনাৰ প্ৰতি অন্যায় কৰা হ'ব। বন্দনাক সি আজিৰ পৰা চাৰি বছৰৰ আগতেই কথা দিছে। এতিয়া কথা হ'ল যে অনা-অসমীয়া ছোৱালী বাবে মাক-দেউতাকৰ হয়তো বন্দনাক বিয়া কৰোৱাত আপত্তি থাকিব পাৰে। সেয়ে সি কামাখ্যাতে তাইক বিয়া কৰাবলৈ সিদ্ধান্ত লৈছে। ভগীৰথ মৌজাদাৰ গৰ্জি উঠিল। এই কথাই কথা নহয়। মই তাক ত্যাজ্য পুত্ৰ কৰিলো। আজিৰ পৰা সি মৰিল।

চিঞৰ এটা মাৰি মৌজাদাৰণী বহা ঠাইতে ঢলি পৰিল। ঘৰখনত হুৱাদুৱা লাগিল। পানী অনাই পানী আনিলে। মূৰত থেকেৰা নাৰিকল তেল ভৰণ দিয়াই ভৰণ দিলে। মৌজাদাৰে তৰ্জন-গৰ্জন কৰিয়েই থাকিল।

সেই দিনাৰ পৰাই ভগীৰথ মৌজাদাৰৰ হাউলি নিজান পৰিল। মৌজাদাৰণী শেতেলিত পৰিল যি পৰিলেই, মন গ'লে উঠি গাটো ধুই আকৌ জলকা লাগি পৰি থাকে। ভাত-পানী খাবলৈ মন নকৰে। ভাল কাপোৰ এসাজ পিন্ধিবলৈ মন নকৰে. কোনোবা খবৰ কৰিবলৈ আহিলেও ভিতৰ কোঠাতে কথা-বতৰা হয়, মৌজাদাৰণী বুলনিলৈকো ওলাই নাহে।

তৰ্জন-গৰ্জন কৰি থাকিলেও মৌজাদাৰৰ মাতৰ চোক লাহে লাহে কমি আহিবলৈ ধৰিলে। তেওঁক আৰামী চকীখনতে বহি বাপেকৰ দিনৰ ৰূপৰ গুড়গুড়িটোৰ নলিচাডাল মুখেৰে কামুৰি থকা দেখা গ'ল।

দিন যাবলৈ ধৰিলে। মৰিল বুলি এৰি দিয়া পুতেকৰ মুখখন চাবলৈ মৌজাদাৰ, মৌজাদাৰণী দুয়ো ব্যাকুল হৈ উঠে। কোনেও কাকো নকয়, কিন্তু মুখ দেখিলেই দুয়োটা মানুহেই ইটোৱে সিটোৰ হৃদয়খন দেখা পোৱা হ'ল। ভিতৰ কোঠাৰ শেতেলিত পৰি থকাৰ পৰা উঠি আহি মৌজাদাৰণী সৰু মুঢ়া এটা লৈ বাৰাণ্ডাত বহিবলৈ ল'লে। এদিন ৰান্ধনিশালৰ বাৰাণ্ডাত বহি শাক বাছিবলৈকো ধৰিলে। দিন বাগৰি যোৱাৰ লগে লগে তল-ওপৰ হোৱা কথাবোৰো তল পৰিবলৈ ধৰিলে। যেন এনেদৰেই চিৰদিন চলি আছে। মাজৰ ঘটি যোৱা ঘটনাবোৰ যেন কোনোদিনেই ঘটাই নাছিল। যেন, বৰ সোণৰ কোনো চিঠি এইখন ঘৰলৈ অহাই নাছিল। সেই আগৰ সহজ স্বাভাৱিক গতি ঘূৰি আহিল। সকলোৱে স্বাভাৱিক গতিত কামত ধৰিলে। কিন্তু তাৰ মাজতো বৰ সোণৰ মুখখনে অপৰাহ্নৰ সেমেকা বেলিটোৰ দৰে চেৰেং চেৰেং কৰে মৌজাদাৰ মৌজাদাৰণীক যে আমনি কৰি নেথাকিলহি তেনে নহয়।

ঠিক তেনেতেই গুড়গুড়িৰ নলিচা কামুৰি বহি থাকোতেই কানায়ে আহি তেওঁক শুনালেহি—

'দেউতা ৰামধনৰ কিবা হৈছে হবলা, দুদিনমানৰ পৰা একো খাবলৈ মন কৰা নাই। জলকা লাগি আছে, ওচৰলৈ গ'লে তাৰ খং উঠে—'

'তই মোক আগতে কোৱা নাছিলি কিয়? সি এতিয়া ক'ত আছে?'

'বাৰীতে আছে।'

'গণেশ?'

'গণেশক নন্দই উলিয়াই লৈ গৈছে—'

'বাৰু, তই গৈ সৰু সোণক মাতিছো বুলি কগৈ।'

কানাই ভিতৰলৈ গ'ল। সৰু সোণক বিচাৰি। দুপৰ হৈছে। মৌজাদাৰে ভাত খাই উঠি জিৰাবলৈ লৈছে। দুপৰীয়া বিছনাত পৰাৰ অভ্যাস তেওঁৰ নাই, ভাত মুঠি খাই বাৰাণ্ডাতে বহি ধপাত হোঁপে, বাকী বনকৰা মানুহবোৰৰ ভাত খোৱা হোৱা নাই হ'বলা। বাৰীৰ কাম, পথাৰৰ কাম, ঘৰৰ বাহিৰ ভিতৰৰ কাম কৰি এটা এটাকৈ আহি থাকিব, পদুমী আৰু তাইৰ মাকে ভাগে ভাগে ভাত-পানী উলিয়াই দি থাকিব। মাকতকৈ পদুমীয়ে এইবোৰ কামৰ জাঁজ বেছিকৈ মাৰিব পাৰে আজিকালি। গাভৰু হোৱাৰে পৰা তাই নিজে যিদৰে পৰিপাটি হৈছে, তাইৰ কাম-বনবোৰো সেইদৰে চিজিল হৈছে।

বিহু গ'ল। বহাগ মাহ যাবৰে হ'ল কিজানি। এদিন নে দুদিন হে আছেগৈ। ৰ'দ চোকা হৈছে। বিহুৰে পৰা পুতেকলৈ মনত পৰি মৌজাদাৰণী পাগলী হোৱাদি হৈছে। মৌজাদাৰৰ বুজনি, সৰু পুতেকৰ ডাবি-হুমকি একোলৈকে কাণ নিদিয়ে।

আকৌ জলকা লাগিছে। বিষ্ণুৰ আগতেই বৰ সোণে চিঠি লিখি জনাইছিল, যে সিহঁত আহিব খুজিছে। মৌজাদাৰে আহিব নেলাগে বুলি আৰু সিহঁতৰ মুখ নেচাওঁ বুলি ঘূৰি ডাকতে চিঠিৰ উত্তৰ পঠালে। তেওঁৰ খং। ময়োতো কলিকতাত পঢ়িছিলো। পিতাদেৰে 'আহ' বুলি মাতিলে—গুচি আহিলো, মৌজা চলা বুলি ক'লে, মৌজা চলালো, আই-পিতাদেৰে ছোৱালী পছন্দ কৰিলে। মোক বিয়া কৰা বুলি ক'লে। ছোৱালীৰ মুখ নেদেখাকৈ বিয়া কৰালো। ভুল কোনে কৰিলে তই নে মই?

কিন্তু কি হ'ব? চিঞৰ-বাখৰ কৰিলে জানো হোৱা কথাটো নোহোৱা হৈ যাব? গ'ল কথা গুচিল বুলি এৰি দিব পৰা হ'লে ভালেই আছিল। কিন্তু কেনেকৈ এৰি দিব? জন্মদাতা হোৱাৰ অভিমান। ক'লোৱেই জানিবা, তোৰ মুখ নেচাওঁ বুলি, তই মোৰ কথাটো বাদেই মাৰৰ কথা এবাৰ নেভাবিলি কিয়? মই তোক এৰিলেও মাৰে তোক কেনেকৈ এৰিব? বাঃ তই মোক এৰিলেও মই তোক কেনেকৈ এৰিম?

ৰূপৰ গুড়গুড়িৰ নলিচাডাল তেওঁ ওঁঠেৰে চেপি ধৰি থাকে হয়, কিন্তু চিলিমৰ জুই নুমাই যায়। ধোঁৱা নোলায়, কোনোবাই মন কৰি চিলিমটো নি ধপাত ভৰাই জুইশালাৰ পৰা নতুন অঙঠা দি ধপাত জ্বলাই দি থৈ যায়। তেনেকৈয়ে সন্ধিয়া হয়গৈ। মৌজাৰ কামত যাবলগীয়া হ'লে তেওঁ সৰু সোণক পাচে। দুবাৰমান নিজেই যাম বুলি ভাবি হাতীও সজাইছিল। তেওঁ ওচৰে-পাঁজৰে যাবলগীয়া হ'লে হাতীতে যায়। পূৰ্বৰ পৰা চলি অহা নিয়ম। আগতে হাওদা লগাইছিল। আজিকালি হাতীৰ পিঠিত গাদী পাৰে। সৰু সোণ গ'লে মটৰগাড়ীখনকে লৈ যায়। সৰু সোণ ডেকা হৈছে। ভগীৰথ মৌজাদাৰৰ মনেৰে ভাব এটা আছে, সি শিকি লওক। সৰু সোণকে মৌজা চমজাব লাগিব।

আজিকালি দিনবোৰ দীঘল হৈছে। সন্ধিয়া হওঁতে সময় লাগে। মৌজাদাৰৰ বাবে দিনবোৰ নেযায়-নুপুৱাই হৈছেগৈ। সন্ধিয়াপৰত কেতিয়াবা লগৰ লগৰীয়া দুজনমান ওলায়হি। কথা-বতৰা পাতিলে মনটো ভাল লাগে। দেউতাকৰ দৰে পান-ভোজনৰ বিলাস তেওঁৰ নাই। কলিকতাত থাকিও আহিল, সৰুৰে পৰা দেখিলেও কিন্তু কোনো দিনেই তেওঁৰ পান-ভোজনত ৰুচি নহ'ল। কেতিয়াবা তেওঁ নিজেই আচৰিত হয়, কিয়নো পানাহাৰত ৰুচি নহ'ল বুলি, তেওঁৰ একমাত্ৰ নিচা ধপাতত। দেউতাকে কলিকতীয়া ধপাত খাইছিল। তেওঁৰ ধপাত তেজপুৰৰ চিনাকি কাপোৰ দোকানী এজনে কলিকতাৰ পৰা আনি দিয়ে। মিঠা খামিৰা দিয়া সুগন্ধি ধপাত। এহোঁপা মাৰিলে মূৰটো পাতল লাগে; চিন্তাবোৰ মূৰৰ পৰা নামি আহে। শৰীৰৰ জঠৰতা নোহোৱা হৈ যায়। ঘৰৰ সমুখেদি যোৱা হাটৰুৱা-বাটৰুৱায়ো গম পাই যায়— মৌজাদাৰ দেউতাই ধপাত খাইছে। এনেকুৱা তাৰ গোন্ধ-ধপাত খাই থাকোতেই বেলি পৰে। মৌজাৰ হিচাপ-নিকাচবোৰ চাই ভৰিকেইটা থুই তেওঁ

ভিতৰ চোতাললৈ আহে। মন মুকলি হৈ থাকিলে মৌজাদাৰণী ভিতৰৰ বাৰাণ্ডাতে তেওঁলৈ বৈ বহি থাকেহি। ভগীৰথ মৌজাদাৰ আহি মৌজাদাৰণীৰ ওচৰৰ বেতৰ চকীখনতে বহেহি। মৌজাদাৰণী বহি নেথাকিলে তেওঁ ভিতৰলৈ যায়গৈ। ভিতৰৰ শোৱনি কোঠাৰ ওচৰৰ বহা কোঠাটোত বিশেষ ওচৰৰ আলহি নহ'লে বহুওৱা নহয়। সেইটো কোঠা মৌজাদাৰৰ পঢ়া-শুনা কৰা কোঠা। আজিকালি তেওঁৰ ধৰ্মপুথিৰ প্ৰতি আগ্ৰহ বাঢ়িছে। কলিকতাৰ পৰাও বঙলা ভাষাৰ বিভিন্ন ধৰ্মপুথি চিঠি লিখি কিনি আনিছে। সন্ধিয়া সময়ত অইন একো বিশেষ কাম নেথাকিলে তেওঁ সাধাৰণতে এইটো কোঠাতে সোমাই থাকে।

চোতালৰ আগলৈকে থকা ৰ'দজাক লাহে লাহে আঁতৰিবলৈ যো-জা কৰিলে। চোতালৰ আগত থকা ডালিমজোপাত ফুল ফুলিছে। মৌ-পিয়া চৰাই এটাই অথনি তাৰ বেজীৰ আগৰ দৰে জোঙা ঠোঁটটোৰে মৌ চুহি আছিল, এতিয়া আনন্দতে ডালিম গছজোপাত সি জঁপিয়াই আছে। পদূলি শুৱাই থকা বগা আৰু গুলপীয়া ৰঙৰ কাঞ্চন গছ দুশাৰী ফাগুন মাহতে পাত সৰি লঠঙা হৈ পৰিছিল। চ'তত গছ ভৰি কলি ওলাল, কলিবোৰ ফুল হ'ল, বহাগত আকৌ লঠঙা গছবোৰত নতুন পাত ওলাল। এতিয়া গছবোৰৰ কোমল পাতৰ মাজৰ পৰা অৱশিষ্ট দুপাহ এপাহ কাঞ্চন ফুলে ভুমুকিয়াই আছে। ভগীৰথ মৌজাদাৰে দেখিলে—চোতালৰ মূৰত খেলি থকা শালিকা চৰাইকেইটাই খেলা সামৰিলে। মৌ-পিয়াটোৱে ডালিম গছৰ পৰা ভুৰুংকৈ উৰা মাৰিলে। চোতালৰ আগৰ পৰাই গৈ ৰ'দজাক পুখুৰীৰ পানীত এজোবোৰা মাৰি পাৰৰ নাৰিকল গছকেইজোপাৰ পাতৰ আগত চিক্‌মিকাবলৈ লাগিল। তাৰ পৰা গৈ বাঁহ গছৰ আগত ক্ষন্তেক ৰ'লগৈ। লাহে লাহে ৰ'দে আঁচল সামৰিলে। বেলিটো পশ্চিম আকাশলৈ উঠিল, আৰু ওভোতাই থোৱা বাটিটোৰ দৰে লগা আকাশখনৰ একেবাৰে তলত পকা ৰবাব টেঙা এটাৰ দৰে ওলমি ৰ'ল, অলপ পিছতেই ওভোতাই থোৱা বাটিৰ আকৃতি লোৱা আকাশখনৰ একেবাৰে ভিতৰলৈ বেলিটো সোমাই গ'ল।

নন্দই গোহালিৰ গৰু-গাই বান্ধি কেঁচা ঘাঁহ-বন জ্বলাই জাগ এটা দিলে। আবেলিৰ চাহ-জলপানৰ খোলা সামৰা বেছিপৰ হোৱা নাই। পিঠাগুড়ি এডলা ৰ'দত দিয়া হৈছিল, কাপোৰ-কানি সামৰি পদুমীয়ে পিঠাগুড়ি ডলা চপাই আনিলে। চোতাল, পদূলি অটোৱা হ'ল। সন্ধিয়াটোৱে জাগৰ ধোঁৱাৰ বৰণ লৈ চাপি-কুচি আহিল। ভিতৰৰ পৰা মৌজাদাৰণী ওলাই আহি পিছফালে গৈ গাটো তিয়াই গোসাঁইঘৰত সোমাল। ৰান্ধনিশালৰ পিছফালৰ খৰি থোৱা চালিখনৰ তলত বহি বাপুটি ৰান্ধনিয়ে নাৰিকলেৰে তৈয়াৰী তাৰ নিজৰ ধোঁৱা-খোৱাত ধপাত হুঁপিবলৈ লাগিল। সৰু সোণ কেনিবা ওলাই গ'ল। মৌজাদাৰ এতিয়া গৈ ভিতৰৰ পঢ়া

মেজত বহিবগৈ। পদুমীয়ে তাতে তেওঁক বানবাটি এটাত কাঢ়াকৈ কৰা চেনি গাখীৰৰ চাহ দিবগৈ।

ভিতৰলৈ যাবলৈ লৈ ভগীৰথ মৌজাদাৰে দেখিলে, পদূলি মুৰৰ কিছু সিফালে এখন গৰু গাড়ী ৰৈছেহি, চৈ দিয়া গৰু গাড়ী। গৰুৰ ডিঙিত টিলিঙাৰ শব্দ এটা মাজে মাজে হৈছে। গৰুহাল খুলি গাৰোৱানে বাটৰ কাষৰ বাঁহ গছজোপাৰ বাঁহ এডালতে বান্ধি থৈছে। আৰু গৰুহাল বান্ধি সমুখৰ ফালৰ চিপিয়াডাল গুচাই দিয়াত একতীয়া হৈ পৰা গাড়ীখনৰ পৰা এজন ওখ-পাখ সুদৰ্শন ডেকা ল'ৰা নামি আহিছে। ডেকা ল'ৰাজনে চুৰিয়াৰ থোৰটো বাওঁহাতলৈ লৈছে, আৰু সোঁহাত আগবঢ়াই গাড়ীখনৰ পৰা এজনী পাটৰ কাপোৰ পিন্ধা নতুন ছোৱালীক আগবঢ়াই আনিছে।

ভগীৰথ মৌজাদাৰৰ চকুৰ দৃষ্টিশক্তি ভাল, পুথি-পাঁজি পঢ়াৰ বাদে আন সময়ত বিতচকু ব্যৱহাৰ কৰিব লগা হোৱা নাই। তথাপি তেওঁৰ চকুৱে উজুটি খাব খুজিলে, এই সুঠাম ডেকা ল'ৰাজন কোন? ছোৱালীজনী?

উঠিব খোজা মানুহজন আকৌ আৰামী চকীখনতে বহি পৰিল। চিঞৰিলে— 'নন্দ ধপাত জ্বলাই দে। পদুমী, পদুমী—'

পদুমী ওচৰতে আছিল। তাই দৌৰ মাৰি আহিল।

'দেউতা—'

'তই আয়েৰৰ ওচৰলৈ যা—'

বৰ সোণ সৰুৱে পৰাই বৰ,ধুনীয়া, এখ, বগা, সুঠাম, তাৰ পিছে পিছে পাটৰ কাপোৰৰ ওৰণি-বাৰণিৰে ঢাক খোৱা ছোৱালী এজনী। আগৰে পৰাই গহীন-গম্ভীৰ বৰ সোণ এতিয়াও গহীন-গম্ভীৰ হৈয়েই আছে। সি দেউতাকক সেৱা কৰিলে। ছোৱালীজনীয়েও।

'পিতাদেউ, ক্ষমা কৰক—'

'খবৰ দিয়া হ'লে চৰকাৰী আলিলৈকে সৰু সোণ মটৰ গাড়ীখন লৈ যাব পাৰিলেহেঁতেন—'

'কালি বাইদেউহঁতৰ ঘৰত থাকিলো—'

'ভালনে সিহঁতৰ? কানাই ইহঁতৰ বাকচ-পত্ৰবোৰ আনিলিনে—?'

কথাৰ স্বাভাৱিক সুৰত ভগীৰথ মৌজাদাৰ নিজেও আচৰিত হ'ল। ইহঁত আহিলে হাতীৰে গচকাই, নতুবা দুনলীয়া বন্দুকটোৰে গুলীয়াই দুইতাকে এৰাবাৰীত শিয়াল-কুকুৰে খাব পৰাকৈ পেলাই থোৱাৰ কথা আছিল। তৰ্জন-গৰ্জন কৰি তেৱেঁই কথাবোৰ ঘৰ-ঘৰোৱাহ, অওহী-বওহীক শুনাই দিছিল। এতিয়া কেনেকৈ ইমান স্বাভাৱিক হ'ল তেওঁ নিজেই গম নেপালে।

'তইঁত ভিতৰলৈ যা। পদুমী, ককাইদেৱৰৰ কোঠাটো চাফ-চিকুণ কৰ, আৰু নবৌৱেৰক ভৰি-হাত ধুবলৈ দেখুৱাই দেগৈ—' তেওঁ গৈ গোসাঁই ঘৰৰ বাৰাণ্ডাত উঠিল। মৌজাদাৰণী গোসাঁই ঘৰত, তেওঁ একো গম পোৱা নাইনে? ঘৰখনত এটা হুলস্থুল হৈছে, এজাক বতাহ আহিছে। ধুমুহানে? নহয় নহয়, ধুমুহাজাক গ'ল। এইবাৰ এইজাক শীতল বতাহহে। ধুমুহাৰ পিছৰ শীতল বতাহ। ঘৰ-দুৱাৰ নেভাঙে, মাথোঁ জুৰহে পেলাব। মৌজাদাৰণী ধুমুহা সহ্য কৰা মানুহ; শীতল বতাহজাক তেওঁ কিদৰে ল'ব?

গোসাঁই ঘৰত মৌজাদাৰণীয়ে একান্ত মনে কাকুতি ঘোষা গাইছে। তেওঁৰ দুচকুৰে চকুপানী বাগৰি আছে। অবিৰামভাৱে। মৌজাদাৰণী গোসাঁই ঘৰৰ পৰা ওলাই আহিল। চকুপানীত তিতা চকুকেইটা জবা ফুলৰ দৰে ৰঙা। গোসাঁই ঘৰৰ বাৰাণ্ডাত ইফাল-সিফাল কৰি থকা মৌজাদাৰক দেখি তেওঁ চক খাই উঠিল। 'আপুনি? মই কাবৌ কৰিছোঁ, ইহঁতক খং নকৰিব।' মানুহজনী মৌজাদাৰৰ বুকুত পৰি যাব খুজিলে। এহাতেৰে মানুহজনীক সাৱটি মাৰি ভগীৰথ মৌজাদাৰে চিঞৰিলে— 'পদুমী, পানী এলোটা লৈ আহ। আয়েৰৰ কিবা এটা হ'ল—'

ক্ষীণ মাতেৰে মৌজাদাৰণীয়ে ক'লে—

—'মোৰ একো হোৱা নাই। আপুনি সিহঁতক শাও নিদিব—'

'মই সিহঁতক একো নকৰোঁ। তুমি সুস্থ হোৱাচোন। নন্দ, আয়েৰক ধৰি ভিতৰলৈ লৈ ব'ল—'

নন্দ নহয়— আগবাঢ়ি আহিল বৰ সোণ।

'মা, মা। তোৰ কি হৈছে। তই কিয় এনেকুৱা কৰিছ?' ভিতৰৰ শেতেলিলৈ নি সি মাকক শুৱাই দিলেগৈ আৰু ভৰি-হাত মালিচ কৰিবলৈ লাগিল। এহতীয়া ওৰণি আৰু পাটৰ কাপোৰৰ মাজত সোমাই থকা ন-ছোৱালীজনী বাৰাণ্ডাতে কঁপি থাকিল।

ঘৰ-ঘৰোৱাহ মানুহ ভিতৰত—মৌজাদাৰণীৰ ওচৰত। ভগীৰথ মৌজাদাৰ বাহিৰলৈ ওলাই আহিল। বাহিৰৰ বাৰাণ্ডাৰ দুহাতেৰে কোনোমতে গবামাৰি ধৰিব পৰা প্ৰকাণ্ড পকা খুঁটাটো ধৰি আছে। পাটৰ কাপোৰেৰে আবৃত হৈ তলমূৰ কৰি থকা ছোৱালীজনীৰ ভৰিৰ পটা দুটা আৰু হাত দুখনৰ কিছু অংশ মাত্ৰ ওলাই আছে। ভৰিৰ পটা দুটা সেন্দূৰ সানি থোৱাৰ দৰে ৰঙা। হাতৰ আঙুলিকেইটা খেজুৰ পাতৰ দৰে জোঙাল। মুহূৰ্ততে ভগীৰথ মৌজাদাৰে ছোৱালীজনী সম্পৰ্কে এটা ধাৰণা কৰি ল'লে। তাইৰ গাৰ ৰংটো মিঠা বৰণীয়া হ'ব। বৰ সোণ আকৌ উজ্জ্বল গৌৰ। তাইৰ গাৰ ৰংটো বৰ সাৰুৱা মাটিত গজা ধান গছজোপাৰ দৰে আৰু তাই খুব মৰমিয়াল আৰু ৰুচিশীল ছোৱালী হ'বই লাগিব। নহ'লে বৰ সোণৰ দৰে

গহীন-গম্ভীৰ সংবেদনশীল, দৃঢ় মনৰ ল'ৰাটোক বলিয়া কৰা টান। এই মুহূৰ্তত তাইক বাঘৰ ভয়ত বিতত হোৱা হৰিণীজনী যেন লগা হৈছে। তাইৰ হাত-ভৰিবোৰ যেন গছৰ পাতখিলা বতাহত কঁপাদি কঁপি আছে। এই মুহূৰ্তত তাই যেন তাইৰ চাৰিওফালে এখন জয়াল অৰণ্য দেখা পাইছে আৰু যেন বৰ অকলশৰীয়া অনুভৱ কৰিছে। ভগীৰথ মৌজাদাৰ লাহে লাহে তাইৰ ওচৰ চাপি গ'ল। তাই মৌজাদাৰৰ খোজৰ শব্দত উচাপ খাই উঠিল, আৰু তললৈ ওলমি থকা মূৰটো ওপৰ কৰিলে। পলকতে তাইৰ মূৰৰ ওৰণি খহি পৰিল। লৰা-লৰিকৈ ওৰণি টানি লওঁতে মৌজাদাৰে এক মুহূৰ্তৰ বাবে তাইৰ মুখখন আৰু চকু দুটা দেখিলে। দুৰ্গা গোসাঁনীৰ চকুৰ দৰে হেলনীয়া চকু। চকুৰ ৰং জহাধানৰ দৰে ক'লা। তাইৰ চকু দুটা পানীৰে চপচপীয়া হৈ আছিল। মৌজাদাৰে মাত লগালে, আচলতে তেওঁ ছোৱালীজনীক অভয় দিব খুজিছিল; কিন্তু কথাষাৰে নিজৰ বুকুত গুজৰি-গুমৰি থকা ভয়টোহে দূৰ কৰিলে।

'তই সন্ধিয়াপৰত ইয়াত ৰৈ থাকিব নেলাগে। লোকৰ ঘৰ নহয়, অধিকাৰ নিজে ল'ব লাগে। যা ভিতৰলৈ যা, পদুমী, তই নবৌৱেৰক ভিতৰলৈ নিয়া নাই কিয়? আয়েৰৰ ওচৰলৈ লৈ যা।' অলপ ব্যস্ততা দেখুৱাই তেওঁ আকৌ ক'লে— 'ইহঁতক চাহ-জলপান দিলিহঁতনে?' তাৰ পিছত খৰমৰ খট্ খট্ শব্দ কৰি তেওঁ আগফাললৈ ওলাই গ'ল।

পদুমীয়ে বন্দনাক ভিতৰলৈ লৈ গ'ল। মৌজাদাৰণী কিছু সুস্থ হৈ শেতেলিতে গাৰুত আঁউজি বহি আছে। আঁচলতে বান্ধি থোৱা চাবিজোঁটাৰ পৰা চাবি এটা খুলি পদুমীলৈ দলি মাৰি দি মৌজাদাৰণীয়ে ক'লে, 'পদুমী, তাই পিন্ধিবলৈ বৰ বাকচৰ পৰা চাদৰ-মেখেলা আৰু ৰিহা উলিয়াই দে।' পদুমী জন্মৰে পৰা ইয়াতে ডাঙৰ হোৱা ছোৱালী। তাই মৌজাদাৰণীৰ সমস্ত কাম কৰে। পদুমীয়ে বৰ বাকচ মেলিলে। মৌজাদাৰণীয়ে নিজকে কোৱা দি ক'লে, 'পদুমী, ৰিহা-মেখেলা চাদৰ সম্পূৰ্ণকৈ পিন্ধি থাকিবলৈ কবি। ৰাইজে নহ'লে বেয়া পাব। শাড়ী-কাপোৰ পিন্ধিব নেলাগে আৰু এখনীয়া বস্ত্ৰৰে তাই মোক তামোল কাটি দিলেও মই নেখাওঁ।' পদুমীয়ে 'আহক নবৌ'— বুলি বন্দনাক কাপোৰ সলাবলৈ বুলি ভিতৰলৈ লৈ গ'ল।

বৰ সোণে মাকৰ হাত-ভৰি পিটিকি আহল-বহল শেতেলিখনত মাকৰ ওচৰতে বহি আছিল, বন্দনা আহি কোঠাটোত সোমালহি। হাতে বোৱা ৰঙা ফুলৰ মুগাৰ মেখেলা আৰু আশী সূতাৰ চাদৰেৰে তাইক বৰ ধুনীয়া লাগিছে। ৰঙা পাৰীৰ চাদৰ, চাদৰৰ আঁচলত গুণাৰে বছা ফুল। আঁৰ চকুৰে কোনেও নেদেখাকৈ বৰ সোণে বন্দনালৈ চালে। মাকে নিজহাতে বোৱা চাদৰ-মেখেলা। পদুমীয়ে ক'লে, 'আই, ৰাতিও হ'ল। নবৌৱে ৰিহাখন পিন্ধিব জানো? কেনেবাকৈ জোঁট-পোত খাই কণা মুনাকৈ পৰেহিবা—' 'এৰা'— মৌজাদাৰণীয়ে ক'লে, 'ৰাতিখন ৰিহা পিন্ধিব

নেলাগে। কাইলৈ গা ধুই উঠিয়ে পিন্ধিব। গাঁৱৰ গএগ্রা, মিতিৰ-কুটুমে গম পাবই লাগে : ন-ছোৱালী চাবলৈ ওলাইহিহে। ৰিহা নিপিন্ধাকৈ ওলাব নেলাগে। ইহঁতক চাহ-জলপান দিলি জানো?' 'আই'— পদুমী ওচৰ চাপি আহিল। 'নবৌক আপোনাৰ ওচৰতে চাহ দিম নে? ভিতৰলৈ নিম?' বন্দনাই কথাটো নুবুজিলে— বৰ সোণে বুজি পালে। সি বহি থকাৰ পৰা থিয় হ'ল। তাৰ যেন মূৰটো গধুৰ গধুৰ লাগিছে। অনা-অসমীয়া ছোৱালী বাবে মাকে হয়তো পাক্ ঘৰত বন্দনাক সুমুৱাবলৈ বেয়া পাব পাৰে। পদুমীয়ে সেইটো ভাবিয়েই কথাটো তেনেকৈ সুধিছে। তাৰ বেয়া লাগিল। 'পাক্ ঘৰত চাহ-জলপান নিদি ক'ত দিবি? শুন, তাই এইঘৰৰ বোৱাৰী। মই আগবঢ়াই আনিব লাগিছিল— কপালত নাছিল, আনিব নোৱাৰিলো। তহঁতে কোনেও তাইক অপমান নকৰিবি—।' বৰ সোণেও কথাষাৰ শুনিলে। তাৰ গধুৰ হ'ব খোজা মনটো তৎক্ষণাৎ পাতল হৈ পৰিল। সি বাহিৰ পালেহি। ঘোপমৰা অন্ধকাৰ। বাৰীৰ চুকত জোনাকী পৰুৱাবোৰে টিপটিপাই আছে। বাঁহনিখনৰ বাঁহ গছবোৰে একো একোটা মূৰ্তিৰ দৰে লাগিছে। বাকীবোৰ গছ স্থিৰ হৈ ৰৈ আছে। চ'ৰা ঘৰৰ মুখত বগোবা গাধৈ মালতীজোপা ফুলিছে। বতাহৰ ঢালত তাৰ মন মতলীয়া কৰা গোন্ধ। বহুত দূৰৈৰ পৰা নক্ষত্ৰৰ পোহৰ আহিছে। গোহালিত গৰুবোৰে নেজ কোবাই মহ ডাহ খেদোৱাৰ শব্দ। বাৰীত হাতীয়ে কাণ মৰাৰ শব্দ। অন্ধকাৰতো হাতীকেইটাৰ অৱয়ব জিলিকি আছে। বৰ সোণ গৈ পাগ্‌ঘৰৰ বাৰাণ্ডা পালেগৈ। ভিতৰত বন্দনাই চাহ খাইছে সি পদুমীক কলে, 'পদুমী, মোক চাহকে একাপ দে। জলপান নেখাওঁ।'

ৰাতিপুৱা বন্দনাই গা-পা ধুই উঠি ৰিহা-মেখেলা আৰু চাদৰ পিন্ধি থপ থপকৈ ঘূৰি ফুৰোতেহে বৰ সোণে সাৰ পালে। ৰাতি ভাত-পানী খাই শোওঁতে বহুত সময় হৈ গ'ল। বিছনাৰ পৰাই সি গম পালে, পাগ্‌ঘৰত পদুমীয়ে চাহ বাকিছে, বন্দনাই আনি ঘৰে ঘৰোৱাহকহে চাহ দিছে। 'পিতাদেউ চাহ—' তাইৰ মুখৰ মাত ভগীৰথ মৌজাদাৰে এই প্ৰথম শুনিলে। তাইৰ কথা নিভাঁজ। অসমতে জন্ম হৈ অসমতে ডাঙৰ হোৱা ছোৱালী। ইয়াৰ নিয়ম-কানুন আদৱ-কায়দা তাই, জানে, বৰ সোণেও শিকাই-বুজায়েই আনিছে।

আচলতে দেউতাকৰ চিঠি পোৱাৰ পিছত বৰ সোণৰ ঘৰলৈ অহাৰ সাহসেই নাছিল। সাহস যোগালে বন্দনায়েই। 'ঘৰলৈ গলে হয়তো গালি-শপনিহে পাৰিব— তাৰ বাদেতো একোৱেই নকৰে। জগৰ আমিয়েই লগাইছো— ভাঙিবও লাগিব আমিয়েই। আমি তেওঁখেতসকলৰ ওচৰত ক্ষমা খোজা উচিত। পিছত যি হয় হৈ থাকিব, গৈয়েই চাওঁচোন—।' বন্দনাৰ সাহসতহে বৰ সোণ ইয়ালৈ আহিবলৈ মান্তি হ'ল আৰু ইয়ালৈ আহি সি দেখিলে তৰ্জন-গৰ্জন কৰি থকা দেউতাকজন

কেনে স্বাভাৱিক, সি দেউতাকৰ ব্যাঘ্ৰমূৰ্তিৰ কথাহে ভাবি আছিল, বৰগছজোপাৰ দৰে শান্ত আৰু আশ্ৰয়ৰ মূৰ্তি দেখি অবাক হ'ল। যেন, বৰ সোণ এনেকৈয়েই ঘৰলৈ অহাৰ কথা আছিল, বৰ সোণ এনেকৈয়ে ঘৰলৈ আহে। ৰাতি শুবলৈ লওঁতে বন্দনাই তাক কৈছিল, 'মই এনেকুৱা হ'ব বুলি জানিছিলোৱেই—' কেনেকৈ জানিছিল বাৰু বন্দনাই ?

বৰ সোণ বিছনাৰ পৰা উঠি আহিল। পাগ্‌ঘৰৰ বাৰাণ্ডাত মাক মুঢ়াটোতে বহি আছে। গা-পা ধুই, গোসাঁই ঘৰৰ পৰা ওলাই আহি পাগ্‌ঘৰৰ বাৰাণ্ডাতে বহি ৰাতিপুৱাৰ চাহ খাইছে। মাকৰ মুখখন সি বৰ উজ্জ্বল দেখিলে। ৰঙা পাৰীৰ চাদৰখনেৰে ওৰণি লৈ আছে। চিকুণ কপালত উজ্জ্বলকৈ লোৱা সেন্দূৰৰ ফোঁট। ওচৰতে বহি বন্দনাই তামোল কাটিছে। দিনটোৰ এবটা তামোল ৰাতিপুৱাতেই কাটি থোৱা হয়। আলহি অতিথি মিতিৰ কুটুমৰ অহা-যোৱা হৈয়েই থাকে। এবটা তামোলেৰে নহয়গৈ, আকৌ দুপৰীয়াকৈ কাটিব লাগিব। আনকালে পদুমীৰ মাকে কাটে, আজি বন্দনাই কাটিছে। 'পদুমী, চাহ দে—' মুখ-হাত ধুই আহি বৰ সোণে বাৰাণ্ডাৰ ডাঁৰত ওলমি থকা গামোচাৰে মুখ মচি মচি ক'লে। উঠি গৈ কাঁহৰ সৰু কাঁহী এখনৰ ওপৰত বান বাটি এটাত চাহ এবাটি আনি সহজভাৱে বন্দনাই তাক দিলেহি। এইখন ঘৰৰ নিয়মেই এনে। কাপত চাহ বাহিৰা মানুহকহে দিয়া হয়। ঘৰৰ মানুহে বান বাটিতহে চাহ খায়। বন্দনাই ৰিহা-মেখেলা আৰু চাদৰ পিন্ধি আছে। পৰি যায় বুলি ওৰণিখন দাঁতেৰে কামুৰি আছে। সি বন্দনাৰ হাতৰ একাংশ আৰু ওৰণি তলৰ চকু দুটাহে দেখিলে। তাৰ মনটো ভাল লাগিল। 'নবৌ, মোলৈকো চাহ আনক, মই আহিছোৱেই—' সৰু সোণ তাৰ কোঠালীৰ পৰা ওলাই হাত-মুখ ধুবলৈ পিছফাললৈ গ'ল। কালি ৰাতি ঘৰ সোমাওঁতে তাৰ পলম হৈছিল। সি ঘৰ সোমাওঁতে বাকীবোৰে ভাত খাই শুলেই। ককায়েক-নবৌৱেকৰ স'তে বেছি কথা-বতৰা হ'বলৈ নেপালেই।

বন্দনা আকৌ ভিতৰ সোমাই গৈ সৰু সোণৰ বাবে চাহ কৰি আনিলেগৈ। ঘৰে ঘৰোৱাহে শুদা চাহকণ খাওঁতেই বহুত সময় যায়। তাৰ পিছতে আকৌ জলপানৰ খোলা আছেই ?

ককায়েকৰ ওচৰতে সৰু মুঢ়া এটা লৈ মাকৰ মুখামুখিকৈ বহি সৰু সোণে চাহ খাবলৈ ধৰিলে। সি বৰ সোণৰ দৰে গহীন-গম্ভীৰ নহয়—ধেমেলীয়া। কথাই কথাই ৰগৰ কৰি ভাল পায়। তেজপুৰৰ কলেজত পঢ়িছিল, ককায়েকৰ পঢ়া-শুনাত ৰাপ; তাৰ ৰাপ নাই। দুবাৰকৈ আই এ পৰীক্ষা দি পাছ কৰিব নোৱাৰি পঢ়াকে এৰিলে। মাজে মাজে মৌজাৰ কাম চায়; খেতিবাতিৰ তদাৰকি কৰে। হাতীৰ মহল

লোৱাৰ কথাও চলি আছে। এইবোৰ কামত তাৰ বুদ্ধি শলাগিবলগীয়া— কিন্তু পঢ়াত ৰাহি নাহে।

আজি সি ৰাতিপুৱা জলপান খায়েই ওলাই যোৱাৰ কথা। বৰ সোণ আহিছে। দেউতাকে ডাঙৰ চাই মাছ এটা আনিবলৈ পাচিছে। ঘৰৰ পুখুৰীতো মাছ আছে, কিন্তু মাছবোৰ ডাঙৰ হোৱা নাই। বৰ সোণৰ নিজকে আলহি আলহি যেন লাগিছে। কালি ৰাতি ঘৰৰে মতা হাঁহ এটা মৰা হ'ল। আজি আকৌ মাছ। সি ক'লে, 'মাছ কেলেই বিচাৰিব লাগে? কালি ৰাতি ভালকৈ খাইচোৱেই, আজি আকৌ মাছ কেলেই—'। মাকে ক'লে 'মাছ বুলি কলেইনো ক'ৰ মাছকণ পাব যিহে শুকান ঠাই। সৰু সোণ এনেয়ে ওলাই যাব। কালি ডাক্তৰ নেপালে। ঘৰলৈ গ'ল। আজি কলীয়াৰ তালৈ যাব। যাওঁতে মাছ পালে আনিব, নেপালে নাই—'। পদুমী ওলাই আহিল। তাই বৰা চাউল তিয়াবলৈ লৈছে। মৌজাদাৰণীয়ে তাইক ৰাতিপুৱাই বৰা চাউল কেইটামান তিয়াবলৈ কৈ থৈছে। মনে মনে ভাব, ভিতৰত জুতিকৈ তেওঁ কেইটামান পিঠা ভাজিব। বাহিৰত পদুমীৰ হতুৱাই বাকীখিনি ভজাব। ন-ছোৱালীকো পিঠাপনা ভাজিবলৈ শিকাই দিব লাগে। এইখন ঘৰৰ বোৱাৰী হ'বলৈ আহিছে, নিশিকিলে কেনেকৈ হ'ব?

'চাউল কিমান তিয়াম আই?—' তাই সুধিলে। 'অ', মোকনো সুধিছ কিয়? নবৌৱেৰৰ স'তে দুইজনীয়ে লাগি ভাগি ভাজিবি। যিমানখিনি বলে পাৰ সিমানখিনি তিয়া—'

'বাৰু—' পদুমী ভিতৰলৈ গ'লগৈ। বৰ সোণে মাকৰ মুখলৈ চাই দেখিলে উলাহৰ ভাব এটাই মুখত খেলা কৰি আছে। মুখখন যদি হৃদয়ৰ দাপোণ হয়, তেন্তে বৰ সোণে মাকৰ মনটোৰ কথা এতিয়াই কৈ দিব পাৰিব। এই মুহূৰ্তত মাকৰ মনটো মুকলি হৈ আছে, কোনো ধৰণৰ অস্থিৰতাই মাকৰ মনটো অস্থিৰ কৰি থকা নাই। বৰ সোণ মাকৰ ওচৰ চাপি গ'ল। সি মাকৰ গাতে গা লগাই বহি ল'লে।

'তই মোক বেয়া পাই আছ, নহয় মা?' সি মাকৰ হাতখনৰ ওপৰতে নিজৰ হাতখন থ'লে। অভিমান, সি বুজিলে, 'মা' সি আকৌ মাতিলে।

'বৰ সোণ—' মাকৰ মনত দুখ নে অভিমান? উষ্মা নে শোক? তাইক মই খং কৰা নাই। তাই ভাল ছোৱালীয়েই হ'ব। মই মানুহ চিনি পাওঁ। কিন্তু মই মোৰ ডাঙৰ ল'ৰাটোৰ বিয়াখন হেঁপাহ পলুৱাই উলহ-মালহেৰে পাতিব খুজিছিলো। তই মোক অবিশ্বাস কৰিলি। মোৰ সেইটোৱেই দুখ—'

মৌজাদাৰণী বহাৰ পৰা উঠিল। তেওঁৰ বহুত কাম আছে। ভাত-পানী ৰন্ধা-বঢ়া নকৰিলেও তেওঁ ৰন্ধা-বঢ়াৰ তদাৰকি কৰে। কোনে কি খাই ভাল পায় সেইমতে ৰান্ধিবলৈ নিৰ্দেশ দিয়ে। আজি বৰ সোণে ভালপোৱা বস্তু ৰন্ধা হ'ব। সি বনশাক

আৰু মাছৰ টেঙা আঞ্জা খাই ভাল পায়। বাৰীৰ পৰা বনশাক এমুঠি আৰু কণবিলাহী দুটামান তুলি আনিব লাগিব। বনকৰা মানুহ এটাৰ হতুৱাই বাৰীৰ পিছফালৰ বেতনিখনৰ পৰা বেতগাজ দুটামান অনাই পুৰি পিটিকা কৰি বৰ সোণৰ কাঁহীৰ দাঁতিত দিব লাগিব। তাৰ প্ৰিয় জুতি।

মৌজাদাৰ আগফালে আছিল। গল হেকাৰি এটা মাৰি তেওঁ পাগ্ঘৰৰ ফাললৈ আহিল। আগতে কথা নাছিল, এতিয়া বোৱাৰী ছোৱালী এজনী ঘৰত আছে। জাননী নিদিয়াকৈ ইফাল-সিফাল কৰা অনিয়মৰ কথা।

'সৰু সোণ গ'ল নেকি?'

'সৰু সোণ জলপান খায়েই ওলাই গ'ল। লগত কানাইক লৈ গৈছে। মাছ পাচঁলি যি পায়, কানাইৰ হাতত দি সি কলীয়াৰ তালৈ যাব—' মৌজাদাৰণীয়ে ক'লে। 'ছেঃ বেয়া কথা হ'ল। ইহঁত থাকোতেই ৰাইজক ভোজ এটা দিম বুলি ভাবিছিলো। নামগোৱা এভাগো পাতিব লাগে। তাৰো আগতে ইহঁত দুটাক গোসাঁইৰ ওচৰলৈ নি শৰণ-ভজন দিয়াব লাগে। ৰাইজৰ লগত আছো— ৰাইজৰ নিয়ম পালিব লাগিব। সৰু সোণক গোসাঁইৰ তালৈ পঠিয়াব লাগিছিল। তুমি তামোল-পাণ এযোৰ বান্ধি দিয়া—'

'সৰু সোণক মই পঠালোৱেই। আপুনি চিন্তা কৰিব নেলাগে—'

'নন্দ নাই নেকি?'

'নন্দক মই বেতগাজ দুটা আনিবলৈ পঠাইছো—'

'দেউতা—দেউতা—দেউতা—' উধাতু খাই দৌৰি আহিছে গৰখীয়া কণল'ৰা। কি হ'লনো? হাবিৰ মাজত কেনেবাকৈ বনৰজাই গৰু টানি নিলে নেকি? ওচৰ পাই কণল'ৰাই ফোপাবলৈ ধৰিলে।

'দেউতা, ৰামধন শিকলি ছিঙি এৰাবাৰীত সোমাইছে। মই নিজে দেখি আহিছো।'

'কি হ'ল, কি হ'ল—' বাহিৰে ভিতৰে থকা সকলো মানুহ পাগ্ঘৰৰ ওচৰ পালেহি।

## ।। ছয় ।।

চেনিৰামৰ ভায়েকৰ বিয়াত ৰাইজ গোট খালে। চোতাললৈ ৰাইজ অহা মানে ভগৱান অহা। তামোল-পাণ দি ঘৰে-ঘৰোৱাহে আঁঠু ল'লে। তাতে চেনিৰামৰ বাপেকে কথাটো উলিয়ালে।

'ৰাইজ কথা এষাৰ কওঁ। দোষ নধৰিব।' ঘৈণীয়েকক ৰজাৰ মাককো মাতি আনিবলৈ চকুৰে নিৰ্দেশ দিলে। ৰজাৰ মাকেও তামোল-পাণ এযোৰ দি গলবস্ত্ৰ হৈ ৰাইজৰ ওচৰত আঁঠু ল'লে। 'আমাৰ ৰজাৰ মাকৰ ক'বলগীয়া কথা এষাৰি আছিল। কথাষাৰ হৈছে অহৌবলিয়া পুতেকটোৰ ঘৰখন হ'ব লাগে। তাৰেকে ৰাইজৰ আশীৰ্বাদ এষাৰ বিচাৰিছে। কিবা এটা কৰি ল'ৰাটোৰ গতি এটা লগাব নোৱাৰিলে আমি ৰাইজখন কেলেই আছো। সেয়েহে আজি তাই গলবস্ত্ৰ হৈ মোৰ চোতালতে ৰাইজৰ চৰণৰ ধূলি মাগিছে। বাঁৰী-দুখিনী মানুহ। ৰাইজে আশীৰ্বাদ দিব লাগে।'

ৰজাৰ মাকে একো ক'বলৈকে নেপালে। চেনিৰামৰ বাপেকেই সকলো ক'লে। ৰজাৰ মাকে গদগদভাৱে আঁঠুহে লৈ থাকিল।

আশীৰ্বাদ এজোলোকা দি ৰাইজৰ এজনে মাত লগালে— 'হয়নে অ' ৰজাৰ মাক, ছোৱালীনো ক'ৰ?'

'ৰাইজে মোৰ বুলিলে ছোৱালী ঠিক কৰিবলৈ সময় নেলাগে। এতিয়া ভৰসা দিলেই হ'ল—'

'ছোৱালী চোৱা হওক। আমি আছো। ৰজাও আমাৰেই ল'ৰা। আমিয়েই ঘৰখন পাতি দিব লাগিব—' আঁঠু লৈ থকা ৰজাৰ মাকৰ কপালখনে মাটি চুলেগৈ। মুখেৰে একো মাতিবই নোৱাৰিলে। চকুপানীহে ওলাই আহিল।

ৰাইজ গ'লগৈ। ৰভাতলত এনেয়ে বহি থকা ল'ৰা দুটামানে হাই-উৰুমি কৰি আছিল। ভিতৰত তিৰোতা মানুহখিনিয়ে পানী তুলিবলৈ যাবৰ যো-জা কৰিছে। ছোৱালীবোৰে জাঁত জাঁত বিয়া নাম গাইছে। বজাই পিছফালে খোল-পটুৱা সজা কামত লাগিছে। তিনদিনীয়া বিয়া, কালি জোৰোণ হৈ গ'ল। কাইলৈ বিয়া। আজি কামবোৰ চমুৱাই নথ'লে কাইলৈ নহ'বগৈ। পিছফালে তিৰোতা মানুহ বহা ৰভাখনো

দিবলৈ আছে। ডেকা ল'ৰা লাগিলে বেছি সময় নেলাগে। পানী তুলিবলৈ যাবলৈ ঢুলীয়া ল'ৰা কেইটামানো সাজু হৈ আছিল। ঢোলটোৰ ওপৰত মাৰিডালেৰে টুকটুকাই থকা ল'ৰাটোৰ কিবা হাউচ উঠিল। সি ঢোলত চাপৰ মাৰিলে আৰু ক'বলৈ ধৰিলে, 'শুনক শুনক ৰাইজ, ৰজাৰ বিয়া— ৰজাৰ বিয়া— ৰজাৰ বিয়া—'

পিছফালে ৰজা কামত ব্যস্ত। তাৰ খবৰ নাই। বাহিৰত বহু ল'ৰাৰ হুলস্থুল। পানী তুলিবলৈ ওলোবা আয়তীৰ জাঁত জাঁত বিয়া নাম। চেনিৰামহঁতৰ ঘৰখনেই নহয়, গোটেই গাঁওখনেই উৎসৱমুখৰ। ৰজা খোল-পটুৱা তৈয়াৰ কৰা কামত লাগি আছে।

পিছদিনা চেনিৰামৰ ভায়েক সোণাধৰৰ বিয়া। প্ৰেমধৰৰ নৰিয়া। বিছনাৰ পৰা উঠিব নোৱাৰে। পুতেক দেৱধৰে দৰা উঠি যাবৰ বাবে হাতী সজাইছে। বিয়াঘৰ উদুলি-মুদুলি। পদূলিমূৰত কলপুলি আৰু নাহৰপাতেৰে সজোৱা গেট। ৰাতিৰ ৰাতিটো মেণ্টল লাইট জ্বলাই গেট সাজিছে। আগফালে মতা মানুহ বহা ৰভা, পিছফালে তিৰোতা মানুহৰ ৰভা। মতা মানুহৰ ৰভাখনত গাঁওখনত থকা আটাইবোৰ চকী, বেঞ্চ আনি পাৰি থোৱা হৈছে। গাঁওখনতনো চকী আছে কেইখন? বেঞ্চ অৱশ্যে আছে। তাকে পাৰি থৈছেহি। ৰাইজক কোমল চাউল, দৈ গাখীৰৰ জলপান খুৱাবলৈ চোতালৰ মূৰত পৰ্বতাকাৰ কৰি খোলবোৰ দ'মাই থোৱা হৈছে। মিতিৰ-কুটুম, আত্মীয়-স্বজন আহি আগবেলাই গোট খাইছেহি। হাতে হাতে টোপোলা, আখৈ, মুৰি, কোমল চাউল, চিৰা বা দৈ এটেকেলি, নহ'লেবা গুড়। বিয়াৰ কোম চাউল গাঁৱৰ মানুহে লাগি-ভাগি খুন্দিয়েই দিছিল। তথাপিও বিয়া-সকাম খাবলৈ অহা আত্মীয়-স্বজন বা মিতিৰ মানুহে শুদাহাতে অহা নিয়ম নহয়।

লগৰ ছোৱালীৰ স'তে ৰেৱতীও বিয়ালৈ সোনকালেই আহিল। কামে-বনে লাগি-ভাগি দিব পাৰিব। আগদিনাই ৰজাৰ বিয়া বুলি জাননী দিয়া হৈছিলেই। এতিয়া ডেকা ল'ৰা আৰু গাভৰু ছোৱালীবোৰে জোকাই ৰজাক নাকনি-কাননি কৰিছে। ওচৰেদি পাৰ হৈ যোৱা ৰজাক ৰেৱতীয়ে সুধিলে, 'ৰজা ককাইদেউৰ বিয়া বুলি শুনিছো।' ৰজাই একো নেমাতিলে। কালি তাৰ বিয়াৰ বাবে আশীৰ্বাদ বিচাৰি মাকে ৰাইজৰ ওচৰত আঁঠু লোৱা কথাটোৰ বাবে সি ঘৰলৈ গৈ মাকক ভালকৈয়ে গালি এজাৰণ সোধালে। সেই কথাটোৰ বাবে তাৰ মনটো বেয়া লাগি আছিলেই। মাকক সি পৰাপক্ষত একো নকয়। তাতে আজি আকৌ বিয়াঘৰত গোটেইবোৰে জোকাই তাক তলৰ মুখ ওপৰলৈ তুলিব নোৱৰা কৰিছে, এতিয়া আকৌ আহিল এইজনী। 'হয়নে ৰজা ককাইদেউ, খংনো খাইছা কেলেই? শুনিছো কাৰণেহে সুধিছো—'

'কাণ থাকিলে শুনিবিয়েই—' ৰজাই গোজোৰা মাৰি উত্তৰ দিলে।

'ছোৱালীনো ক'ৰ?' কোনোবা এজনীয়ে সুধিলে।

'অ' আই, ৰজা ককাইদেৱে তেজপুৰ, লক্ষীমপুৰৰ ছোৱালী নহ'লে ক'ৰ গাঁৱলীয়া ছোৱালী বিয়া কৰাব?'

যি ক'ৰ কৰি থাক, যি গাৰ গাই থাক—এনে ভাবত ৰজা আঁতৰি আহিল। ছোৱালীজাকৰ মুখ বাজিলে ওচৰত থকা বিপদ।

সোণাধৰৰ বিয়া বুলি গাঁওখন ৰং-ৰহইচেৰে দুদিনমান তল-ওপৰ হৈ থাকিল। ন-ছোৱালীক দোলাৰ পৰা নমাই শাহুৱেকে আঁচলত ধৰি ঘৰলৈ আগবঢ়াই আনিলে। ওচৰ বাবেহে দোলাত আহিল, দূৰ হোৱা হ'লে গৰু গাড়ী লাগিলহেঁতেন। এহতীয়া ওৰণি লৈ ন-ছোৱালীয়ে চোতাল-ঘৰ সাৰিলেহি। দুদিনমানলৈ সোণাধৰৰ গাটো মাহ্-হালধি মাহ্-হালধি গোন্ধাই থাকিল। সি নতুন গেঞ্জী এটা পিন্ধিহে ঘৰত ওলাই-সোমাই ফুৰিবলৈ ধৰিলে। তাৰ গাটো নতুনকৈ ওলোৱা তৰাৰ গজালিৰ দৰে চিকুণ হৈ পৰিল।

লাহে লাহে বিয়াৰ উখল-মাখল, উদুলি-মুদুলিৰ অন্ত পৰিল। সোণাধৰে নতুন গেঞ্জীটো অনবৰতে পিন্ধি থাকিবলৈ এৰি দিলে। গাঁৱলীয়া ল'ৰাৰ গাত অনবৰতে গেঞ্জী কিহৰ? আমগছৰ আমবোৰ পূৰঠ হ'বলৈ ধৰিলে। কঁঠাল গছৰ কঁঠালবোৰো ডাঙৰ হৈ আহিল। বৰষুণৰ পানীত পথাৰ-সমাৰ, খাল-বাম সমান হ'ল। সন্ধিয়া ভেকুলীবোৰে টোৰটোৰাবলৈ লাগিল। চৰাইবোৰে খেৰ-কূটা কঢ়িয়াই সজা বাহত চৰাই পোৱালিটোক টোপ খুওৱা দেখা গ'ল।

মাঘৰ বিহু খাই উঠি ৰাইজে পথাৰত হাল জুৰিছিল। মাঘ গ'ল, ফাগুন গ'ল, চ'ত গ'ল। বহাগ সোমাল। বহাগো যাওঁ যাওঁ হ'ল। ৰাইজ আকৌ হাল লৈ পথাৰলৈ নামিল। বাৰীতো বাৰিষাৰ শাক-পাচলি ভোল-জিকা-ভেণ্ডী, লেচেৰামাহ লগাবৰ হ'ল। ভাতকেৰেলাৰ মাটিয়ে বালিয়ে বগাই থকা লতাকেইডালত মাটি চপাই, গোবৰ-জাবৰ দি জেং দিব লাগে। গহৰাকৈ গজা ৰঙালাও, কোমোৰাৰ পুলিকেইটা চিকুণাই-চপৰাই দিব লাগে। তিৰোতা মানুহখিনিও ব্যস্ত হৈ পৰিল। খেতি-খোলাৰ দিন পৰাৰ আগতেই পাৰিলে তাঁত এজুটি লগাই বৈ-কাটি উলিয়াব লাগে। খেতিৰ দিনত তাঁত লগাব পৰা নেযাবগৈ।

ৰজাৰ মাকে পেৰা খুলিছিল। সি ওভতগোৰে নাচিলেই নহ'ব। বিয়াখন পাতিব লাগিব। বিয়া পাতো বুলি ক'লে যা-যোগাৰো লাগিব। অৱশ্যে মৌবাহৰ থূপটোৰ দৰে একেলগে থকা গাঁৱলীয়া মানুহৰ বিয়া-বাৰু, সকাম-নিকামত ৰাইজখনে হেঁচামাৰি ধৰেহি। পৰাখিনি নিজে কৰিব লাগে, ৰাইজলৈ আশা কৰি থাকিলেই নহ'ব। পেৰা খুন্দ খাই আছে। কাপোৰেৰে। শাহুৱেকৰ দিনৰ— নিজৰো। গাভৰু জীয়েকজনী উলিয়াই দিম বুলি ভাবি মাকে-জীয়েকে লগ লাগি বোৱা গামোচা, চেলেং, ৰিহা-মেখেলা আকৌ মুগাৰো, পাটৰো— আঁচলত কল্কা বছা দোলাই।

তাই বিয়ালৈ নেথাকিল, গ'লগৈ। কোনোবাই ক'লে টাইফইড, কোনোবাই ক'লে মেলেৰিয়া। আচলতে অসুখত পৰাৰ আগদিনা তাই যে কানি-মুনি পৰত ছাগলীজনী বিচাৰি অকলে অকলে এবাবাৰীৰ ওচৰলৈ গৈছিল তাতেহে অজানিতে দেও-ভূতৰ ছাঁ গচকিলে বুলি ৰজাৰ মাকে ভাবে। তাই এৰাবাৰীৰ তেঁতেলিজোপাৰ ওচৰলৈ গৈছিল। তিনিদিনীয়া গা, তাতে কিবা জগৰ লাগিল হ'ব পায়। ছাগলী বিচাৰি যোৱা ছোৱালীজনী উলটি আহি বাহিৰে বাহিৰেই বিছনাত পৰিল যি পৰিলেই। তীৰকঁপে জ্বৰ। তিনিদিনহে থাকিল। ৰজা তেতিয়া সৰু ল'ৰা। এতিয়া হোৱা হ'লে সি ডাক্তৰ-কবিৰাজৰ ওচৰলৈ বায়েকক নিব পাৰিলেহেঁতেন। কিজানি এতিয়া হোৱা হ'লে তাই নমৰিলেইহেঁতেন। সোন্দা কলৰ দৰে পূৰঠ ছোৱালীজনী বিছনাতে চেপেটা লাগিল। তাই গ'লগৈ। বাকচ খুন্দ খুৱাই তাই বৈ যোৱা কাপোৰবোৰেই এতিয়া ভায়েকৰ বাবে আঁটি যাব। দেহি ঐ, কেতেকী ফুলৰ পাহিৰ ৰঙৰ দৰে গাৰ ৰঙৰ ছোৱালীজনী কেনেকৈ মোলান পৰি গৈছিল। ৰজাৰ মাকৰ চকুকেইটা লাহে লাহে চপচপীয়া হৈ আহিবলৈ ধৰিলে। এসময়ত চকুপানী বাগৰি আহি গাল পালেহি। মেলা পেৰা মেলাতে থাকিল। মাথো, গালৰ শোঁটোৰা পৰা ছালৰ খাজৰ মাজেৰে পৰা চকুপানীবোৰ ওলাই আহিবলৈ বাট বিচাৰি উকমুকাবলৈ ধৰিলে।

এইযোৰ হাতে কটা পাটৰ সূতাৰে বোৱা চাদৰ-মেখেলা। গুটি ফুল বছা। তাই জাপি থোৱা ভাঁজতেই আছে। জাপৰ মাজৰ মহানিমৰ পাত আৰু কেতেকী ফুলৰ পাহি শুকাই খৰখৰীয়া মাৰিছে। এইযোৰ দৰা বৰণৰ সাজ। আশী সূতাৰ গুণাৰ ফুলৰ চেলেং। কেচ বছা ৰিহা-মেখেলা। জাপে জাপে থোৱা বিভিন্ন ৰঙৰ শেল দিয়া চাদৰ। কোনোখনৰ আঁচলত ফুল, কোনোখনত আঁচু। এইবোৰ ভাঁজে ভাঁজে থোৱা গামোচা। কোনোখনত ডাঙৰ ফুল, কোনোখনত সৰু ফুল, মুগাৰ ৰিহা-মেখেলা। এৰী সূতাৰ বৰ কাপোৰ। এইখন এৰী সূতাৰ ৰিহা। শাহুৱেকৰ। ৰজাৰ মাকে শাহুৱেকৰ কাপোৰযোৰ নাকৰ ওচৰলৈ আনিলে। কাপোৰযোৰত বৰ প্ৰাচীন গোন্ধ এটা লাগি আছিল।

কেনেকুৱা আছিল বাৰু মানুহজনী? এই গোন্ধটোৰ নিচিনাই নহয়নে? মেলা পেৰাটো মুখৰ আগত লৈ ৰজাৰ মাকে শাহুৱেকৰ কথা ভাবিবলৈ ল'লে। মানুহজনীৰ নামটো আছিল লাহৰী। ৰজাৰ মাকৰো নাম লাহৰী। শাহু-বোৱাৰীৰ নাম একে হ'ব নেলাগে বাবে ৰজাৰ মাকৰ নামটো এইখন ঘৰৰ মানুহে সলাই জয়ন্তী কৰিলে। এতিয়াতো ৰজাৰ মাকৰ একো নামেই নাই। গাঁৱলীয়া তিৰোতাৰ নাম বিয়াৰ আগলৈকেহে। তাৰ পিছত অমুকৰ ঘৈণীয়েক, তমুকৰ মাক — এনেকৈয়েই পৰিচিত হৈ পৰে।

শাহুৰেকজনী কেনেকুৱা আছিল বাৰু? যেন পেৰাৰ কাপোৰত লাগি থকা গোন্ধটোৰ দৰেই বৰ প্ৰাচীন আৰু স্মৃতিময় গোন্ধ এটা হৈ এটা বায়বীয় ৰূপত মানুহজনী ৰজাৰ মাকৰ আশে-পাশে ঘূৰি ফুৰিছে। মানুহজনী ওখ-পাখ আছিল। পকা বৰ থেকেৰাৰ মাজৰ গুটিটোৰ দৰে গাৰ ৰং। ৰজাই বুঢ়ীমাকৰ গাৰ সেই ৰং নেপালে। সেই ৰং পাইছিল তাৰ কাল হোৱা বায়েক দুজনীয়ে। তামোল-পাণৰ সেলেঙি লাগি ওঁঠ দুটা অনবৰতেই লাটুমণি গুটিৰ দৰে ৰঙা হৈ আছিল। কেতিয়াবা ক'ৰবালৈ যাবলগীয়া হ'লে তামোল-পাণৰ যা-যোগাৰ আগদিনাই যতনাই লৈছিল। ৰজাৰ মাকৰ মনত আছে — ন-ছোৱালীতে এবাৰ শাহুৰেকৰ লগত শাহুৰেকৰ নন্দেক, মানে ৰজাৰ পেহী-শাহুৰেকৰ ঘৰলৈ যাবলগা হৈছিল। ন-ছোৱালী মানুহ। উজুটিত ভৰিৰ আঙুলিৰ নখ ছিঙিলেও ৰিহা-মেখেলা-চাদৰ আৰু এহতীয়া ওৰণিৰে শাহুৰেকৰ পিছে পিছে গৈ থকাৰ বাদে উপায় নাছিল।

অকাই-পকাই যাব লাগে। তিনিবাৰ নৈখন পাব হ'ব লাগে। শাহুৰেক কাটোন মানুহ। একেকোবতে বহুখিনি যায়। ৰজাৰ মাকৰ তেতিয়া বয়স কম। তাতে নতুন ন-ছোৱালী। মাজতে নৈৰ পাৰৰ আঁহতজোপাৰ তলত জিৰাবৰ বাবে শাহুৰেক ৰ'ল। মোনাৰ পৰা তামোলৰ হাঁচতি আৰু সম্ভাৰ উলিয়ালে। গছৰ তলত বহি ওচৰতে গামোচাখন পাৰি ল'লে। গামোচাৰ ওপৰত পখৰুতং। তামোলৰ হাঁচতিৰ পৰা এটা এটাকৈ উলিয়ালে ৰূপৰ চূণৰ টেমী, পিতলৰ খুন্দনা, খুন্দনাৰ লগত মাৰিডাল বান্ধি থোৱা। খুন্দনাটো সৰু, হাতৰ মুঠিতে লুকুৱাব পৰা। মলা ধপাত ভৰাই থোৱা আমৰ শুকান গুটিৰ ধপাতৰ টেমা, ডাব কটাৰী, বাৰীত থকা গান্ধি পাণজোপাৰ পকা মচমচীয়া পাণ। মানুহজনী গছৰ গুৰিত থকা শিপা এডালৰ ওপৰতে বহিল। ৰজাৰ মাকে পিতলৰ খুন্দনাত খুন্দনা মাৰিডালেৰে ৰুকি ৰুকি তামোল খুন্দিবলৈ ধৰিলে। মলা ধপাত, পকা গান্ধি পাণ, বহতৰ চালি আৰু কৰ্পূৰৰ শিপাৰে খুন্দা তামোলৰ মলমলীয়া গোন্ধ ওলাল। বাটৰুৱা মানুহ এজন ওচৰ চাপি আহিল। 'আই তামোল এখন দিয়ক।' ৰজাৰ মাকে শাহুৰেকৰ নিৰ্দেশত তেওঁকো এখন তামোল দিলে। বৰ বিলাসেৰে মানুহজনীয়ে তামোল খাইছিল। এতিয়া ৰজাৰ মাকেও তামোল খায়। কিন্তু তামোল খোৱাটোও যে এটা বিলাসিতা সেই কথা ৰজাৰ মাকে শাহুৰেকৰ পৰাই শিকিছিল।

পেৰা খোলোতে এতিয়া ওলাইছে তামোলৰ ৰং লাগি পখৰা-চিতৰা হৈ থকা এখন পখৰুতং। ৰজাৰ মাকে পখৰা-চিতৰা পখৰুতংখন হাতলৈ ল'লে। শাহুৰেকে খাই যোৱা তামোলৰ দাগ কাপোৰখনত এতিয়াও লাগি আছে। কাপোৰখন তেওঁ আলফুলে গালত লগালে, ৰজাৰ মাকৰ গালত চকুপানীৰ টোপাল। 'আই আই,

আপুনি বাৰু ক'লৈ গ'ল? মোক এৰি, ল'ৰাটোক এৰি সকলোবোৰ কিয় গুচি গ'ল? আপুনি বাৰু ইয়াৰে ক'ৰবাত আছেনে? মই আপুনি থকা কথাটো গম পামনে?'

ৰজাৰ মাকে পেৰা বন্ধ কৰিলে। হ'ব, কাপোৰ-কানি অয়-অলংকাৰৰ বাবে চিন্তা কৰিব নেলাগে। শাহুৰেকে দিয়া দুপদ-এপদ অলংকাৰ বৰ যতনেৰে তেওঁ সামৰি থৈছিল। ৰজাৰ বাপেকৰ অসুখত ৰোৱাতলী মাটিৰ বাদেও গা-গহনাৰো দুই-এপদ বন্ধকত গ'ল। বন্ধক খোল নেখালে। এটাৰ পিছত এটাকৈ লানি নিছিগাকৈ অহা দুৰ্যোগে গোটেই ঘৰখনকে হায়ৰাণ কৰি ছন পৰা মাটিত পৰিণত কৰিলে। ঘৰখন আৰু উঠিব নোৱাৰিলে। মূৰত পাগ মাৰি, মুগাৰ চুৰিয়া পিন্ধি, কান্ধত আশী সূতাৰ চেলেং-চাদৰ লৈ ঘোঁৰাত উঠি অ'লৈ-ত'লৈ যোৱা ৰজাৰ আজোককাক, ককাকৰ দিনৰ খিতাপী ঘৰখনৰ মান-মৰ্যাদালৈ অন্ধকাৰ নামি আহিল। একালৰ পত্ৰে-পুষ্পে সুশোভিত বৃন্দাবন ছন পৰি আহিবলৈ বেছি দিন নেলাগিল।

ৰজাৰ মাকৰ শাহুৰেকৰ পূৰ্বৰ ঘৰ আছিল দক্ষিণপাৰে। ৰজাৰ ককাকহঁত উত্তৰপাৰৰে। ৰজাৰ ককাক বাগিচাৰ চাকৰিয়াল আছিল। চাহাবৰ বাগিচা। চাহাবৰ লগত কাজিয়া কৰি ৰুলমাৰি দাণ্ডি চাহাবক মাৰিবলৈ গৈছিল। পিছে সেই ৰাতিয়েই চাহাবৰ ভয়ত মনে মনে পলাই আহিল। ঘৰু গাড়ীত আহি মোহনাঘাট পালেহি। ৰাতিৰ ৰাতিটো ঘাটতে পৰি থাকি ৰাতিপুৱা নাও এখন ভাৰা কৰি সোণাৰীঘাট পালেগৈ। ধেমাজিত এসপ্তাহমান ঘৰে-ঘৰোৱাহে মিতিৰ-কুটুমৰ ঘৰত কটাই লক্ষীমপুৰ পালেগৈ। মিতিৰ-কুটুমৰ সহায়ত মাটি-বাৰী ভাঙি লক্ষীমপুৰতে ঘৰো কৰিলে। লক্ষীমপুৰৰ পৰাহে ৰজাৰ বুঢ়ী মাকক বিয়া কৰাই অনা হৈছিল। সেয়েহে মানুহজনীক ইয়াৰ মানুহে লক্ষীমপুৰীয়ানী বুলিহে মাতিছিল।

বন্ধ পেৰাটোৰ গাত আঁউজি ৰজাৰ মাক বহুত সময় তেনেদৰেই থিয় হৈ থাকিল। ভাত-পানী হৈ আছে। গাঁৱৰ কেইজনমান মানুহৰ স'তে ৰজা গ'ল দক্ষিণ হেঙেৰাৰ হাটলৈ। গৰু কিনিবলৈ। গৰু পিছে ৰজাৰ নহয়, লোকৰহে। অকলে ইমান দূৰ বাট গৰু আনিবলৈ অসুবিধা হ'ব। দক্ষিণ হেঙেৰা হাটৰ গৰুৰ সুনাম আছে। মণিপুৰীয়া গৰু পোৱা যায়। ইমান দূৰ বাট, মণিপুৰীয়া বলদ গৰু কিনিব, হাতত টকা-পইচা থাকিব, খোজকাঢ়ি অহা-যোৱা কৰাৰ কথা, ক'ৰবাত হয়তো ৰাতি খপিব লগা হ'ব পাৰে। ৰজাৰ বাদেও গাঁওখনৰ আৰু দুটামান ডেকা ল'ৰা গৈছে। আজি ৰাতিপুৱা মাকে ৰান্ধি দিয়া মাৰ ভাত দুটামান তপতে তপতে খাই লগৰ লগৰীয়াৰ স'তে ৰজা গ'লগৈ। বহুদূৰ বাট খোজকাঢ়ি গৈ চৰকাৰী আলিত বাছত উঠি আকৌ এছোৱা খোজকাঢ়ি গৈ গমিৰীঘাটেদি নৈ পাৰ হৈ ধনশিৰি ঘাটত উঠিবগৈ লাগিব। তাৰে পৰাই আকৌ খোজকাঢ়ি দক্ষিণ হেঙেৰা। গৰু কিনি-কুটি উলটি আহোতে দুই-এদিন পলম হ'ব। হ'বই। গৰু কিনাৰ কথা।

ভাত হৈ আছে। আজি পুতেক ঘৰত নাই। ৰজাৰ মাকে অকলে অকলে পঞ্চব্যঞ্জন ৰান্ধি খোৱাৰ কথা নহয়। আলুগুটি এটা জুইতে ভৰাই থৈছে। খাবৰ সময়ত উলিয়াই আনি লোণ-তেল অকমানেৰে মোহৰ মাৰি জলকীয়া এটা ল'লেই খোৱাৰ যোগাৰ হৈ যাব।

জেঠ মাহৰ ৰ'দ। বৰ চেং-চেংকৈ ৰ'দজাক ওলাইছে। বাৰখৰেই মাৰিব নেকি? কণী পাৰিবলৈ বুলি চোতালৰ মূৰৰ কৰ্দে গছজোপাত কপৌ এজনীয়ে কূটা-কাঠি কঢ়িয়াই বাহ এটা সাজিছে। আমাৰো বাহ চৰাইৰ দৰেই। ল'ৰাই-ছোৱালীয়ে, গৰুৱে-দামুৰীয়ে, ধানে-চাউলে কূটা-কাঠি কঢ়িয়াই আনিও বাহেই সাজো, চৰায়েও সাজে, ৰজাৰ মাকে ভাবিলে। ৰজাৰ মাকৰ মুখখন চোতাল ভৰি পৰা ৰ'দৰ দৰে উজ্জ্বল হৈ পৰিল। এইটোও মোৰ সাতামপুৰুষীয়া বাহ। মোৰ শাহুআয়ে ধৰা লক্ষ্মীচৰু। এতিয়া মই ধৰিছোহি। মোৰ পিছত বা কোনে ধৰে! ৰেৱতীয়ে ধৰিবনে?

চেংচেঙীয়া ৰ'দ, চকু চাট মাৰি ধৰে। হাবিৰ মাজৰ পৰা কুলি চৰাই এজনীয়ে বৰ আকুল সুৰত মাতি আছে। তাইৰ কিজানি দুখ। কিহৰ দুখ? তাইৰ পা-পৰিয়াল আছেনে? তাইৰো ল'ৰাটো দূৰলৈ গৈছে নেকি? তাই অকলশৰীয়া নেকি? ৰজাৰ মাক বাহিৰৰ বাৰাণ্ডালৈ ওলাই আহিল। বটাৰ পৰা তামোল এখন লৈ মুখত ভৰালে, দুখ—দুখ। সকলোৰে বুকুত তেনে পৰ্বতপ্ৰমাণ দুখৰ বোজা। সকলো তেনে বৰ নিঠৰুৱা—এই জেঠমহীয়া নিজান দুপৰীয়াটোৰ দৰে। সকলোৰে বুকুবোৰ কিজানি বৰ নিজান। দুপৰীয়াটোৰ নিজাকৈ কিবা শব্দ আছেনে? মানুহৰ বুকুত কিবা শব্দ থাকে নে নেথাকে? মানুহে নিজৰ বুকুৰ শব্দ নিজে শুনে নে নুশুনে?

নিজৰ বুকুৰ শব্দ নিজে কোনেও নুশুনে। ৰজাৰ মাকেও শুনা নাই। কিন্তু বুকুৰ মাজৰ ক'ৰবাত কিবা এটা শব্দ অহৰহ হৈ থাকে। কেতিয়াবা বুকুত দুখৰ শব্দ বাজে। কেতিয়াবা সুখৰ। কেতিয়াবা হেৰোৱাৰ, কেতিয়াবা পোৱাৰ। কেতিয়াবা আনন্দৰ, কেতিয়াবা বেজাৰৰ। আচলতে দুখে-সুখেহে মানুহৰ জীৱন।

বাৰাণ্ডাৰ খুঁটা এটাতে আঁউজি ৰজাৰ মাক পীৰাখনতে বহিল। দুপৰীয়াটোৱে মনে মনে সমুখৰ চোতালখনত দুষ্ট ল'ৰা এটাৰ দৰে অথালি-পথালি কৰি থাকিবলৈ ধৰিলে। কুলি চৰাইজনীয়ে মাতি থাকিল, গৰু এজনীয়ে ক্ৰমাগতভাৱে হেম্বেলিয়াই থাকিল। নিজান দুপৰীয়াই চোতালখনত ধেমালি কৰি থাকিবলৈ ধৰিলে। ৰজাৰ মাকৰ চকুকেইটা মুদ খাই আহিল।

চিলমিলীয়া টোপনি আহিছিল নেকি? কোনোবাই মাতিছে, 'কোন নো?' ৰজাৰ মাকে চকু মেলিলে। 'অ' মইনাৰ মাক, আহা আহা। মই বোলো কোন নো?'

'টোপনি গৈছিলা হ'বলা?'

'এৰা, চকুকেইটা মুদ খাইছিল। পিছে, আহিলানো ক'ৰ পৰা?'

'গৈছিলো মইনাৰ ঘৰলৈ। ল'ৰা পাবৰ হৈছে, খবৰ এটা লওঁ বুলি।' 'চুচুক-চামাক কৰিব নেলাগে, আহ বহহি। কোনো নাই। আইতাৰ অকলে আছে—' মইনাৰ মাকে লগত অহা সৰু ছোৱালীজনী ওচৰলৈ মাতিলে। 'মইনাৰ ছোৱালী, মাজুজনী—'

'হয়নে? হেৰ, নেদেখাকৈয়ে বৰ এজনী হলি দেখোন, আহ, আই বহহি—'

'খবৰ এটা পালো, বোলো সোমাই যাওঁ—'

'কি খবৰ পালা হয়নে?' ৰজাৰ মাকে তামোল কাটিবলৈ লাগিল।'

'পুতেৰৰ বিয়া পাতিছা বোলে?'

'পাতিবতো লাগিছিলেই। যা-যোগাৰ নাই, খা-খৰচ নাই, বিয়া বুলিলেই বিয়াখন হ'বনে?'

'হ'ব হ'ব। মন মেলা। পিছে ছোৱালীনো ক'ৰ?'

ৰজাৰ মাক খন্তেক মনে মনে ৰ'ল। এইজনী মানুহৰ আগত কথা কোৱাতকৈ ৰাইজক ঢোল পিটি শুনাই দিয়া ভাল।

'এহ, যোগাৰ হোৱা নাই ছোৱালীৰহে। পিছে গম পাবাই নহয়। তুমি বহা। মই পানী এটোপা তপতাওঁগৈ।'

'নেলাগে পানী তপতাব। মই নেখাওঁৱেই। বুকু জ্বলা-পোৰা কৰে। এয়ো নেখায়। কথা-বতৰাকে হওঁ।'

ৰজাৰ মাকে আৰু এটা তামোল আনি কাটিবলৈ ধৰিলে। দুপৰীয়াটোৱে চোতালখনত ধেমালি কৰি থাকিল। তামোল-চালি খাই মইনাৰ মাক গ'লগৈ। ৰজাৰ মাকে ওচৰৰ চেনেহীকে ৰাতি শুবলৈ মাতি পঠিওৱাৰ কথা ভাবিলে। ৰজাও নাই। ৰাতিটো কথা-বতৰা পাতি শুবলৈ ভাল লাগিব। অকলে অকলে বৰ আমনি লাগে।

## ।। সাত ।।

ৰজা গৰু কিনিবলৈ গৈ কেইদিনমানৰ পিছতহে ঘৰ পালেহি। আহোতে গৰুহালে বৰ অশান্তি কৰি আহিল। মণিপুৰীয়া বলদ, নাকীজৰীকে ছিঙিব খোজে। বাৰ হাতৰ পৰা কেনেবাকৈ এৰাব পাৰিলে দৌৰি দৌৰি পথাৰ-সমাৰ একাকাৰ কৰি মানুহ হায়ৰাণ কৰে। এৰাতি সিহঁত ধনশিৰি মুখৰ মিচিং মানুহ এঘৰত থাকিল। লগত সিহঁতে কোমল চাউল লৈয়েই গৈছিল। কোমল চাউল তিয়াই মানুহঘৰে দিয়া আঠীয়া কলেৰে সৈতে খাই সিহঁত চাংঘৰৰ মুখতে ৰাতিটো পৰি থাকিল। গৰুহাল ঘৰৰ মুখৰ শিমলুজোপাতে মুখৰ আগত ঘাঁহ এবোজা দি বান্ধি থ'লে। পিছ দিনা ৰাতিপুৱা, বাহিৰ ফুৰি, গা-পা ধুই আঠীয়া কল কোমল চাউলৰ জলপান খাই মাৰ নাও ধৰি ইপাৰ পালেহি। গৰুহালৰো ভাগৰ লাগিছিল হ'বলা, এইছোৱা বাট আহোতে বৰ অমুৰি নকৰিলে, ৰজা ঘৰ পাওঁতে ভাত মুঠি খাই চেনেহীৰে সৈতে মাক শুবলৈ গৈছিল। সি বাহিৰৰ পৰাই মাতিলে— 'বৌটি, অ' বৌটি শুলি নেকি?'

ৰজাৰ মাকৰ টোপনি অহা নাছিল। চেনেহীৰ টোপনি গ'ল। ল'ৰা মানুহ। দিনৰ দিনটো ধুলি খেলি, নাচি বাগি ফুৰোতেই যায়। তাতে কাইলৈ তাইৰ কইনাজনীৰ বিয়া। দৰা সিটো চুবুৰীৰ সাবিত্ৰীৰ। কইনাৰ মাক হৈছে দিনৰ দিনটো কাম। সৰি পৰা তামোলৰ ঢকুৱাৰ ওপৰৰ পাতল চিলচিলিয়া বাকলি এৰুৱাই তাই কইনাৰ পাট মুগাৰ কাপোৰ, দৰা বৰণৰ সাজ গোটাইছে। গোটাইছেহে হয়, দৰাটো তাইৰ বৰ পছন্দ হোৱা নাই। মাটি দুহালিচামান আছে, যেনেতেনে খাব পাৰিব। হাঁহি সামৰি ৰজাৰ মাকে তাইক ক'লে—'তই শুই থাকচোন বাৰু, কাইলৈ দেখা যাব। মনে নেখালে বিয়া ভাঙিব লাগিব—'

'মোৰ দুৰলৈ দিবলৈ মন নাই—'

'হ'ব বাৰু। চিন্তা নকৰিবি। ওচৰতে ভাল ল'ৰা ওলাব—'

চেনেহী শুলে। চেনেহীৰ ওচৰতে কাটি হৈ ৰজাৰ মাকেও আকাশ-পাতাল গুণিবলৈ ধৰিলে। ৰজাৰ মাত শুনি ধৰমৰকৈ বিছনাতে বহিল। চাকিটো জ্বলাব খুজি অলপ পৰ তভক মাৰি ৰ'ল।

কোন নো? মাতটো ৰজাৰ নিচিনা লাগিছে, ৰজা হয় জানো? তিনিবাৰ মাতটো নুশুনালৈকে দুৱাৰৰ ডাং আঁতৰাব নেপায়। ৰজাই আকৌ মাতিলে— 'বৌটি, বৌটি অ'। দুৱাৰ মেল। মইহে—'

গাৰুৰ তলত থোৱা জুইশলাটো খেপিয়াই খেপিয়াই ৰজাৰ মাকে শিতানৰ গচাটোৰ ওপৰত থোৱা চাকিটো জ্বলালে। বাঁহৰ চাঙৰ বিছনাৰ পৰা নামোতে চাংখনত কেৰকেৰণি এটা উঠিল।

'ৰ বোপাই, গৈছোঁ—' ৰজাৰ মাকে দুৱাৰ মেলি দিলে। চোতালত ৰজা। চাকিৰ পোহৰত মাকে পুতেকলৈ চালে। ল'ৰাটো বাটকুৰি বাই বাই ক্ষীণাই-শুকাই আহিছে। মুখখন শুকান, চকুকেইটা সোমোৱা। চাকিৰ পোহৰতে মাকে পুতেকৰ মূৰৰ পৰা ভৰিলৈ তীক্ষ্ণভাৱে চকু ফুৰালে। গোটেই গা ধূলিময়। ৰজাৰ মাকৰ মনটো সেমেকি পৰিল। এই বয়সতে লোকৰ লগত এনেদৰে ঐদেহে বৈদেহে ঘূৰি ল'ৰাটো ভাল বৰাগী হৈছেগৈ।

'তই গাটো তিয়াই ল। আহি ওলাবিহি বুলি মনে কৈছিলেই। ভাত-পানী উলিয়ায়েই থৈছোঁ।' ৰজা গা ধুবলৈ পিছফাললৈ গ'ল। চোতালৰ মূৰৰ ডাঁৰডালতে মাকে শুকান চুৰিয়া গামোচা উলিয়াই থ'লে।

ভাত খোৱা মজিয়াত পানী অকণ ছটিয়াই ৰজাক মাকে ভাত খাবলৈ মাতিলে। সি আহিলত পীৰাখন পাৰি পানী ঘটি চপাই দিলে। ঢাকি থোৱা ভাত। চেঁচাই হৈছিলগৈ। মাটিৰ মাহৰ আদ্‌খৰীয়া আৰু বনশাকৰ ভজা। মাটিতে নিমখ অকণমান আৰু জলকীয়া এটাও থ'লে। ৰজা ভাত খাবলৈ বহিল। গালতে হাত দি মাকে পুতেকৰ মুখলৈ চাই থাকিল।

গা ধুই চফা কাপোৰ পিন্ধি অহাত ল'ৰাটো ভাল লাগিল। আটিল, থাউকাল গা। বাপেকো দেখিবলৈ এনেকুৱাই আছিল। হাল-কোৰ মৰা গাঁৱলীয়া ল'ৰা। আটিল হ'বই। বুকুখন বহলকৈ। হাত-ভৰিবোৰ দীঘল আৰু পুৰঠ। সাইলাখ বাপেক। খোৱাৰ ধৰণটোও বাপেকৰ দৰেই। লোণ-জলকীয়া লাগিবই। লাগিলে খাওঁকেই বা নেখাওঁকেই। ভাত খাই থাকোঁতে ৰজাই মাকক মৌজাদাৰৰ হাতীটোৰ কথা সুধিলে—

'মৌজাদাৰৰ ঘৰৰ হাতীটো পালেনে বৌটি—?'

'জ'নো, মইনো কেনেকৈ জানিম। নাই পোৱা হ'বলা। পালে গম পালোহেঁতেন—'

'এৰা ডফলা পাহাৰৰ আগাইচনি হাবিত তাক নো কোনে বিচাৰিবগৈ। সিদিনা সৰু সোণে হাতীটো বিচাৰিবলৈ যোৱাৰ কথা কৈছিল। বোলে ৰজা, তয়ো ওলাবি। আমি হাতী বিচাৰিবলৈ যাম—'

'হয়নে ? লোকৰ গৰু, লোকৰ হাতীৰ লগত ঘূৰি ফুৰিলেই হ'ব নেকি ? খেতিৰ দিন পৰিলহি। আহুখিনি নিৰাব লাগে—'

'মই যাম বুলি কোৱা নাই—' ৰজা মুখ ধুবলৈ বাহিৰলৈ গ'ল। মাকে কাঁহী-বাটিবোৰ আওখালি দুৱাৰৰ চুকতে থ'লে। কাইলৈ গা ধোৱাৰ আগতে ধুই পেলাব লাগিব।

হাতী হেৰাবই। হেৰোৱা হাতী আকৌ ঘূৰিও আহে। ঘৰচীয়া হাতীক বনৰ হাতীয়ে লগ নিদিয়ে। ঘৰচীয়া হাতীয়ে হাবি বনত থাকি ভালো নেপায়। ঘৰত থাকি আমনি লাগিলে, মন গ'লে বনলৈ যায়গৈ— বনত থাকি আমনি লাগিলে ঘৰলৈ ঘূৰিও আহে। বনত অকলে অকলে থাকিব নোৱাৰে। মানুহকো লগ লাগে—হাতীকো লগ লাগে। ৰজাৰ মাকে পুতেকৰ কথাত বৰকৈ গুৰুত্ব নিদিলে। বনৰীয়া ল'ৰাই হাবিৰ জীৱ-জন্তুৰ কথাহে জানিব। মাকৰ বুকুখনৰ কথা কি জানিব ?

ৰজা শোৱাপাটীত পৰিছে। আজৰি হৈ মাকো আহি ৰজাৰ ওচৰতে মাটিতে পীৰা এখন লৈ বহিল। তাৰ কিজানি ভাগৰো লাগিছে। পতহিয়াই লোৱা তামোল এখন ৰজাৰ মাকে মুখলৈ ভৰালে। গুৰি দাঁতৰ বিষ। খনীয়া তামোল চোবাবই নোৱাৰে।

'হয়নে, লোকৰ গৰু কিনিবলৈ গ'লেই হ'ব জানো ? নিজলৈকো গৰু এহাল ধাৰে বান্ধে ল'বৰ কাৰবাৰ কৰিব লাগে। লোকৰ কঠীয়া সিঁচিবলৈ কাৰবাৰ কৰিবই পায়। অহাবাৰলৈ আমাৰো আধি খন্দুৱাকৈ হ'লেও দুবিঘামান মাটি বেছিকৈ ল'ব লাগে। মৌজাদাৰৰ মাটিকে দিয়ে নেকি ক'লৈগৈ। গোটেইবোৰ মাটি নিজে নোৰোৱে নহয়।'

ৰজাৰ চকু মুদ খাইছিলহে। সি বাগৰ সলাই মাকলৈ চালে। ৰঙা কেৰাচিনৰ টিপ চাকিৰ পোহৰত মাকক বৰ বিমূঢ় দেখা গৈছে। ক্ষীণ পোহৰ মাকৰ মুখৰ শোটোৰা-শোটোৰ ছালত পৰিছে। ফটা চাদৰৰ ওৰণিৰ মাজেৰে মাকৰ মূৰৰ বগা হোৱা চুলিৰ একাংশ ওলাই আছে। মাক বুঢ়ী হৈছে। সিনো ইমান দিনে মন কৰা নাছিল নে ? তাৰমানে মাকৰ দিন আগুৱাই আহিছে। বাপেকৰ মুখখন তাৰ ৰিণিকি ৰিণিকিহে মনত পৰে। জন্মৰে পৰাই সি মাকৰ এইখন মুখহে দেখিছে। দুখে, সুখে, অভিজ্ঞতাই, বেজাৰে গৰকি যোৱা মুখ। মাকৰ মনত বাৰু এই সময়ত কি ভাবে খেলা কৰি আছে ? একান্ত মনে মাকে তামোল চোবাই আছে। আমৰ গুকান গুটিৰ পৰা মলা ধপাত উলিয়াই মুখত ভৰাইছে। তৰ্জনি আঙুলিৰে চুণৰ টেমীৰ পৰা চুণ এলেপা উলিয়াই দাঁতত লগাইছে—মাকে অকলে এইবোৰকে কৰি আছেনে, কিবাকিবি চিন্তাও কৰিছে ? কি চিন্তা ? নতুনকৈ আৰু এহাল গৰু লৈ আৰু দুবিঘামান

মাটি আধি খন্দুৱাকৈ লৈ ভঁৰালত দুডাঙৰিমান ধান বেছিকৈ সুমুওৱাৰ চিন্তা, নে অইন কিবা চিন্তা?

গৰু এহাল লোৱাৰ কথা ৰজাইও চিন্তা নকৰাকৈ থকা নাই। এইহাল বুঢ়া হ'ল। এইবাৰৰ খেতিটো যেনেতেনে উঠাব পাৰিব, অহাবাৰলৈ ক'ব নোৱাৰি। তাৰ পছন্দ মণিপুৰীয়া বলদহে। কিন্তু হাতত দুটকামান নেথাকিলে মণিপুৰীয়া বলদলৈ মন মেলি নোৱাৰি। ঘৰ ওপজা দমৰা এটা আছে। বন লগাব লাগে। বন লগাই থোৱা দমৰা এটাৰ খবৰ তাক লগৰে এটাই দিছেহি। দুহাল গৰু হ'লে মাটি সৰহকৈ ৰুব পৰা যাব। সৰু সোণে সিহঁতক আধি খোৱা এটাই হঠাতে এৰি দিয়া মাটি অলপ তাক আধিলৈ দিবলৈ মান্তি হৈছে। সি মাকলৈ চালে। মাকে একান্ত মনে তামোল চোবাই চোবাই ৰজাৰ উত্তৰলৈ বাট চাইছে। ৰজা শোৱা পাটীৰ পৰা মাটিলৈ নামিল। তাৰ মাকলৈ মৰম লাগিল। ওচৰতে বহি লৈ সি তামোল চোবাই থকা মাকৰ মুখখন দুহাতেৰে দাঙি ধৰিলে।

'উৰা, এইটোৰ আকৌ কি হ'ল?'— ৰজাৰ মাক আচৰিত হ'ল।

'তই বৰ ভাল অ' বৌটি' — ৰজাই ক'লে।

'বলিয়াটোৰ মূৰত উৰ্ধ্ববায়ু চৰিছে নেকি?'

'তই বৰ ধুনীয়াও।'

'হয়নে?' ৰজাৰ মাকে ক'লে। 'ত্ৰিভুৱন ভ্ৰমি আহিলি মাৰৰ সমান ধুনীয়া মানুহ ক'তো নেদেখিলিনে? গুচ এইটো। এজনী আনিব লাগে খবৰ নাই, এতিয়া মাকৰ কোলাত সোমাই কেঁচুৱা হ'বলৈ আহিছে!' মাকে তাৰ মূৰটো বুকুলৈ সুমুৱাই পিহি দিলে। চকুৰ পচাৰতে ডেকা মানুহটো কাপোৰৰ জাপত সোমাই থকা অকণমান কেঁচুৱা হৈ পৰিল। থিয়দঙা দিব পৰা হওঁতে নহওঁতেই ল'ৰা তিনিটা মৰিছে। ৰজাৰ তলৰটো—সেই পেটমোচাটো, সিতো কেঁচুৱাতেই গ'ল। বায়েক দুজনীৰ এজনী গাভৰু হৈছিল, এজনী পাট গাভৰু।

তাবিজে-মাদলিয়ে, ডোলে, ফঁহতিয়ে ৰজাৰ গা ভৰ্তি। সেই তাবিজ-মাদলিৰ মাজত একাকাৰ হোৱা ল'ৰাটো আজি ইমান ডাঙৰ হ'ল। গণনাত নাম পালে ৰাজেশ্বৰ। তুলা ৰাশি। মানুহৰ মুখত পৰি হ'লগৈ ৰজা। ৰজা নে ৰজা। এতিয়া ৰজাৰ দৰেই তাৰ কথা-বতৰা, চলন-ফুৰণ, হাব-ভাব। নাই বুলি, ওহোঁ বুলি কাকোৱেই ক'ব নোৱাৰে। বাপেকৰ চেহেৰা, বাপেকৰ প্ৰকৃতি।

ৰজাৰ মাক লাহে লাহে থিয় হ'ল। 'শোগৈ যা বোপাই। ময়ো পাটীত পৰোগৈ। ৰাতি দুপৰ হ'ল।' তেওঁ আহি পাটীত পৰিলহি। হাত-ভৰি মেলি শুই থকা চেনেহীৰ হাত-ভৰি পোনাই তেওঁ নিজৰ কাৰণে ঠাই উলিয়াই ল'লে। 'ৰাম কৃষ্ণ প্ৰভু—' ৰজাৰ মাকে তেল চিকটি লগা গাৰুটো মূৰত থ'লে, আৰু হাত মেলি টিপ চাকিটো

আনি নুমুৱাই উমানে উমানে গচাটোৰ ওপৰত থৈ দিলে। ৰজাৰ মাকৰ টোপনি আহিল।

জেঠ মাহৰ পকা বেলৰ দৰে বেলিটোৰ জলমলনি বেৰৰ জলঙাৰে আহি চকুত পৰাতহে ৰজাৰ মাকে সাৰ পালে। চোতালত শালিকা চৰাই কেইটামানে চেকচেকাই কাজিয়া কৰিছে। ঘৰচিৰিকা চৰাইবোৰে চিকচিকাই আছে। শোৱা পাটীৰ পৰা নামি খোল খোৱা ৰিহাখন কঁকালত খুঁচি লৈ ৰজাৰ মাকে দুৱাৰৰ ডাং গুচালেহি। ৰজা আৰু চেনেহীৰ সাৰ-সুৰ নাই। সিহঁতৰ ভৰপক টোপনি।

গা-পা ধুই গোসাঁই চাকিগছ জ্বলাই ফুৱাই ফুৱাই তুঁহজুইকুৰা জ্বলাই চাহৰ টেকেলিটো বহাই পানী তপতাবলৈ লওঁতেহে ৰজা বিছনাৰ পৰা উঠিল। সি মুখ-হাত ধুই বাৰাণ্ডাৰ টুলতে বহিলহি। চেনেহীও উঠি আহিল। তাই দুৱাৰ মুখখনতে বহি টোপনিৰ আলজাল ভাঙিবলৈ ধৰিলে। বাটি দুটাত ৰঙা চাহ দুবাটি আনি ৰজাৰ মাকে এটা বাটি নিজলৈ থৈ, ইটো বাটি ৰজাৰ ওচৰতে মাটিতে থৈ, সি মেলি দিয়া হাতটোত ওপৰৰ পৰা গুড় এচপৰা পেলাই দিলে। ৰজাই গা ধোৱাই নাই। ধুতী গাৰে মাকে তাক নোচোৱে। 'পানী খা—' মাকে ৰজাক ক'লে। চাহ খাই উঠি মাক খৰাহিটো আনিবলৈ বুলি পাগ্‌ঘৰত সোমাল। পুতেকে কোৰখন লৈ ভেন্দিপুলিকেইটাৰ গুৰিত মাটি চপাই দিবলৈ ধৰিলে। কোৰ মাৰি থকা পুতেকৰ ওচৰত মাকে বনশাক বুটলিবলৈ লাগিল।

'আজি কেনিবা যাবি নেকি?'

'আজি কেনিও নেযাওঁ। বাৰীখন চিকুণাই লওঁ। আবেলিলৈকে পথাৰৰ ফালে পাক এটা মাৰিম।'

'হেৰি অ' ৰেৱতীহঁতৰ ঘৰৰ ফালে এপাক যাবি নেকি?'

'ৰেৱতীহঁতৰ ঘৰলৈ? নাই নাই যাব নোৱাৰো। ফুলবছা কাঠি কেইডালমান লাগে বুলি কৈছিল। সময়েই পোৱা নাই চাঁচিবলৈ। বৰ গালি পাৰিব।'

'হয়নে? তাই তোৰ পৰা ফুলবছা কাঠি পোৱাৰ আশা এৰিলেই চাগে। কটা গোলামৰ সঁচ, ছোৱালীজনীক কাঠিকেইডাল চাঁচি দিব পৰা নাই।'

ৰজা মনে মনে থাকিল।

## ।। আঠ ।।

দিনটো তেনেকৈয়ে গ'লগৈ। ভাত-পানী খোৱা-বোৱা কাৰো তেনেই নহ'লেই। সৰু সোণে কানাইৰ হাতত মাছ দি পঠাইছিল। মাছ সেই ভাগেই ৰ'ল। নন্দই বেতৰ গাজ কাটি আনিছিল। বেতৰ গাজ পাগঘৰৰ বাৰাণ্ডাতে পৰি থাকিল। ভাত খাবলৈ সকলো বহিল— বহিলহে। মুখ ধুই উঠি গুচি আহিল। বন্দনাই চোতালৰ মূৰত বিমূঢ়ভাৱে ৰৈ থকা পদুমীক ক'লে, 'এতিয়া কি হ'ব পদুমী?' তাই কালি ঘৰ সোমাইছিলহে, আজি হাতীটো শিকলি ছিঙি গুচি গ'ল, বন্দনাৰ মনলৈ দোষী দোষী ভাব এটা আহিবলৈ ধৰিলে। এইটো যেন এটা অমঙ্গল, আৰু এই অমঙ্গলৰ কাৰণ যেন তাই নিজেই। কোনেও তাইক একো কোৱা নাই। তাই জানে এই মানুহঘৰ ইমান সু-সংস্কৃত আৰু ৰুচিশীল যে এনেধৰণৰ কথা কোৱাই নহয়, ভবাটোও তেওঁলোকৰ বাবে অসম্ভৱ। তথাপিও বন্দনাই ৰামধন হাতী গুচি যোৱাৰ ঘটনাটোৰ স'তে নিজকে জড়িত কৰিলে। পদুমীয়ে নিজেও ভয় খাই আছিল। তাই তথাপিও বন্দনাক অভয় দিলে। ক'লে, 'বেছি দূৰলৈ যোৱা নাই। ৰামধন আগতেও এবাৰ গৈছে নবৌ। ওলাবহি। আপুনি চিন্তা নকৰিব।' সন্ধিয়া হ'ল। সন্ধিয়ালৈকে ৰামধনক বিচাৰি পোৱা নগ'ল। কোনো কোনোৱে এৰাবাৰীৰ ফালে যোৱা দেখিছিল। কোনো কোনোৱে এৰাবাৰীৰ পৰা ওলাই উত্তৰফালে যোৱাগৈ বুলিও ক'লে। কোনোৱে ক'লে হাবিত সোমাই আছে। কোনখন হাবিত সোমাইছে? হাবি জানো এখন। সৰু সোণ, নন্দ, কানাই, ঘৰৰ হালোৱাকেইটা, গাঁৱৰো কেইটামান ল'ৰা দুভাগ হৈ হাতত টৰ্চলাইট লৈ হাবিকেইখনতো চালেগৈ। বহুত পলমকৈহে সিহঁতকেইটা ঘৰ সোমালহি।

ক'লৈ গ'ল ৰামধন? বাৰীৰ পিছফালৰ গেজেপনি মৰা বেতনি আৰু বাঁহনিৰ মাজত লুকাই থাকিলেও কোনেও গমেই নেপাব। ভগীৰথ মৌজাদাৰে বাৰীৰ পিছফালে গৈ আলেঙে আলেঙে বাঁহনি ডৰাৰ ওচৰত ৰৈ চাবলৈ লাগিল। সোমাই থাকিলেও থাকিব পাৰে। এন্ধাৰ গাঢ় হৈছে। জোনাক থকা হ'লে ৰামধনৰ অৱয়ৱটো জোনাকত কিছু পৰিমাণে জিলিকি থাকিলহেঁতেন। এতিয়া একো ধৰিব পৰা নেযায়।

মৌজাদাৰণীয়ে চোতালৰ পৰা চিঞৰিলে, 'আপুনিনো কেনি গ'ল হয়নে? গুচি আহক ৰাতিও ক'লা, হাতীও ক'লা। বাঁহনিত থাকিলে কাইলৈ এনেয়েও ওলাবহি—' মৌজাদাৰ উলটি আহিব খুজিও এবাৰ তভক মাৰি ৰ'ল। আৰু হাবিৰ এন্ধাৰৰ ফাললৈ চাই মাতিলে, 'ৰামধন আহ। ওলাই আহ।' সন্ধিয়াৰ হাবি। শিয়ালে হোৱা দিছে।

ৰামধন ডেকা কালতে দুই-এবাৰ হাবিলৈ নোযোৱাকৈ থকা নাই। অৱশ্যে তেতিয়া তাক বন লগাই নৌ আঁতাইছিলহে। বনৰীয়া জীৱ, বনলৈ মোহ থকাই স্বাভাৱিক। এবাৰ গৈ গুচি আহিল, ৰাতিপুৱা শুই উঠি দেখে, বাৰীৰ পিছফালৰ আঠীয়া কলজোপাৰ তলতে গলগছ খাই ৰামধন থিয় হৈ আছে। ভৰিত শিকলি। কানায়ে ক'লে, 'দেউতা বাটচ'ৰাতে ই শুই আছিল। মই আনি বান্ধি থৈছোঁহি।' তেওঁ গৈ তাৰ গায়ে-মূৰে হাত ফুৰাই দিলে। শান্ত ল'ৰা এটা, অথচ তাৰ যেন দোষী দোষী মন। ৰামধনক তেওঁৰ তেনে লাগিল।

পিছফালৰ পৰা আহি মৌজাদাৰে চোতালৰ মূৰত থকা বাল্টিটোৰ পৰা পানী লৈ ভৰিত ঢালিলে। চোতালত বাৰাণ্ডাত থোৱা লেম্পটোৰ পোহৰ পৰিছিল। পোহৰত তেওঁ দেখিলে, বন্দনা আৰু পদুমী তেতিয়াও চোতালৰ মূৰতে বিমূঢ়ভাৱে ৰৈ আছে। মৌজাদাৰে মৃদু ধমক দি পৰিস্থিতি সহজ কৰি ক'লে, 'তহঁত দুজনীয়ে অথনিৰে পৰা একে ঠাইতে ৰৈ কি কৰিছ? যা, ভিতৰলৈ যা, পদুমীয়ে মোলৈ ধপাতকে লগাই আনগৈ।'

বন্দনা আৰু পদুমী দুইজনী ভিতৰ সোমাই গ'ল। ভগীৰথ মৌজাদাৰ আহি বাৰাণ্ডাৰ বেতৰ চকীত বহিলহি। পদুমীয়ে ধপাত আনি দিলে। গুড়গুড়িত হোঁপা মাৰি মৌজাদাৰে একান্ত মনে ধপাত হুঁপিবলৈ ধৰিলে। মৌজাদাৰণীয়ে ৰান্ধনিশালৰ পৰা ৰান্ধনীক দিহা-পোহা দি ওলাই আগি উৎকণ্ঠিতভাৱে বিচনী ঘূৰাই ঘূৰাই মৌজাদাৰৰ ওচৰতে বহিলহি।

'সৰু সোণটোও নোলালহি নহয়।'

'আহিব।' মৌজাদাৰৰ চুটি উত্তৰ। 'বৰ সোণ নাই নেকি?'

'সি সৰু সোণকে বিচাৰি ওলাই গৈছে।'

সময় বাগৰি গ'ল। ৰান্ধনিশালৰ পৰা খুটুং-খাটাং শব্দ আহিবলৈ ধৰিলে। ক'ৰবাত এজনী ৰাতিৰ চৰায়ে মাতিলে। গছৰ চেপৰ পৰা ওলাই অহা কীট-পতঙ্গবোৰে মাতিলে। ভাওনাৰ বিলাপ মাতি মাতি বাটেদি ল'ৰা এটা গ'ল। সিমানেই। আজি পদুমীকো মনে মনে থকা শুনা গ'ল। আনকালে তাই কাম-বন কৰি থাকোতে বিয়া নাম গুণগুণাই থাকে।

বন্দনাই মৌজাদাৰক ভাত খাবলৈ মাতি নিলেহি। সৰু সোণ অহাই নাই। বৰ সোণেও তাক বিচাৰি নেপালে। কানাইহঁতো অহা নাই। ক'ত বা আছেগৈ! গৰু-ছাগলী হেৰালে বিচৰাদি হেৰোৱা হাতী বিচাৰিব নোৱাৰি। হাতী ডাঙৰীয়াৰ জাত। নিজে ধৰা নিদিলে বিচাৰি পোৱা টান।

সৰু সোণৰ কোঠালিতে ভাত ঢাকি থ'ম নেকি বুলি গুণাগঁথা চলি থাকোতেই সি ওলালহি। ক'লে, 'ৰামধন এৰাবাৰীৰ গেজেপনি মৰা হাবিত সোমাইছে। সি গম পাই আহিছে। মানুহে বৰ ভয় খাইছে। কাইলৈহে কিবা এটা কৰিলে কৰিব পৰা যাব।' গৰমত ঘামি গোটেইটো জুৰুলি-জুপুৰি হৈ আহিছে। বাহিৰে বাহিৰে গাটো তিয়াই সি ভাতৰ পাতত বহিলহি। বন্দনাই আগবঢ়াই দিয়া বটাটোৰ পৰা তামোল এখন মুখত ভৰাই মৌজাদাৰ আহি আকৌ আৰামী চকীখনত বহিলহি। মৌজাদাৰণীও। সৰু সোণে ভাত খাই আছে। বৰ সোণে বহল চোতালখনত অস্থিৰভাৱে ইফালৰ পৰা সিফাললৈ ঘূৰি ফুৰিছে। পদুমীয়ে বাহিৰত ভাত খোৱা কাঁহী-বাটিবোৰ ধুইছে। আনকালে ঘৰৰ বাহিৰ-ভিতৰৰ কনকৰা মানুহকেইটাই ইটো-সিটো কথাকে পাতি থাকে। আজি কাৰো মুখত কথা নাই।

বান্ধনিশালৰ কাম শেষ হ'ল। ভাগে ভাগে সকলো শুবলৈ গ'ল। মৌজাদাৰ আহি শোৱনি কোঠাৰ নিজৰ সৰু পালেঙীখনত পৰিলহি। ওচৰৰ আহল-বহল যৌতুকীয়া বিছনাখনত মৌজাদাৰণী। দুয়োখন বিছনাৰ মাজত পানী দুগিলাচ ঢাকি থোৱা সৰু মেজখন। কোনেও কথা-বতৰা পতা নাই। মৌজাদাৰণীয়ে বিচনী মাৰি আছে। মৌজাদাৰৰ নাকৰ শব্দ হোৱা নাই। তাৰ মানে সাৰে আছে।

'আপোনাৰ টোপনি অহা নাই নেকি?'

'টোপনি অহা নাই দেখোন।'

'ৰামধন ওলাবহি, আপুনি চিন্তা নকৰিব।'

'ৰামধন আৰু ঘূৰি নাহে।'

'আপুনি কেনেকৈ জানিলে?'

'মোক মোৰ মনটোৱে ক'লে।'

মৌজাদাৰণীৰ হাতৰ বিচনী খৰকৈ ঘূৰিবলৈ ধৰিলে। মৌজাদাৰে বাগৰ সলালে। খিৰিকীখন মেলাই আছিল। বৰ গৰম। মেলা খিৰিকীৰে শীতল কৰিবলৈ বতাহ আহিবনে, লণ্ড-ভণ্ড কৰিবলৈ ধুমুহা আহিব? মৌজাদাৰণী বিছনাতে বহিল। এন্ধাৰ। আজি কি পক্ষ? কি তিথি? অন্ধকাৰৰ মাজত আকাশখন জিলিকি আছে। দূৰৈৰ নক্ষত্ৰৰ টিপ চাকিৰ দৰে পোহৰে আকাশত বুটা ফুল বাছিছে। সীমাহীন আকাশ আৰু এই ক্ষুদ্ৰ পৃথিৱী। ক্ষুদ্ৰ পৃথিৱীত আমি ক্ষুদ্ৰাতিক্ষুদ্ৰ মানুহ।

ৰামধন আহিবনে? যদি সঁচাকৈয়ে নাহে? মৌজাদাৰণী চিন্তাত আকুল হ'ল। শহুৰেকৰ দিনৰ পৰাই হাতী ৰামধন। তেওঁ ন-ছোৱালী হৈ আহি তাক ডেকা অৱস্থাতে পাইছিলহি। 'তাৰ বাৰু মোলৈ মনত নপৰিবনে? মই যে তাক সদায় ৰাতিপুৱা গুড় আৰু আঠীয়া কল খাবলৈ দিওঁ, তাৰ শুঁৰডাল, গাটোত হাত ফুৰাই মৰম কৰো, হাবিত তাক কোনে মৰম কৰিব? বৰ সোণো দুই-এদিনতে যাবগৈ। তই গুচি আহ অ' ৰামধন। গোটেই কেইটা ল'ৰা-ছোৱালীয়ে একেটা বাহতে থুপ পাতি থাকিলেহে মাকৰ বুকু জুৰ পৰে। তই নুবুজিবিনে? মোৰ বুকুখন বৰ উদং— একেবাৰে উদং। তেখেতে যে কৈছে, ৰামধন আৰু নাহে বুলি, তেখেতেনো কেনেকৈ গম পালে? তই আহ অ' ৰামধন, আহ অ' ৰামধন, তই হাবিৰ পৰা ঘৰলৈ আহ। হাবিত তোক মৰম কৰিবলৈ কোনো নাই।'

মৌজাদাৰণীৰ চকু চপচপীয়া হ'ল। তেওঁ একেৰাহে বাহিৰৰ অন্ধকাৰলৈকে চাই থাকিল। বাৰীচুকৰ গছ-গছনি, বাঁহ-বেতৰ তলৰ অন্ধকাৰত জোনাকী পৰুৱাবোৰে জিলমিলাই আছে। শিয়ালে হোৱা দিছে, কুকুৰে ভুকিছে। পাৰৰ বাহত পাৰ চৰায়ে ডেউকা মাৰিছে। আকাশখন মাথোঁ নক্ষত্ৰৰ পোহৰে জিলিকি আছে। মৌজাদাৰৰ নাকৰ শব্দ হৈছে। তাৰ মানে তেখেতৰ টোপনি আহিল। মৌজাদাৰণী কিছু পৰিমাণে আশ্বস্ত হ'ল।

লাহে লাহে তেওঁ গাৰুত মূৰ থ'লে। 'তই যদি হাবিত থাকিয়েই ভাল পাৱ, তেন্তে হাবিতে থাক। আমি বৰ ক্ষুদ্ৰ জীৱ। চিন্তাও ক্ষুদ্ৰ। কেৱল নিজৰ কথাহে ভাবিছো। তোৰ কথা ভবা নাই।' মৌজাদাৰণীৰ চকু মুদ খালে। চকুত জিৰ জিৰ বতাহৰ স্পৰ্শ। টোপনি আহিব নেকি?

## ।। ন ।।

ভাত-পানী যোগাৰ কৰি ৰজাৰ মাক বাহিৰলৈ ওলাই আহিল। ভাত মানেনো কি? কালি নিশাই সৰহকৈ ভাত ৰান্ধি চৰুতে পানী দি পঁইতা কৰি থৈছিল। এতিয়া তুঁহ-জুইতে কেঁঠালগুটি কেইটামানে গৰৈ মাছ দুটাই ভৰাই থৈ আহিছে। আহাৰ মাহ। পিঠিৰ ছাল ক'লা কৰা ৰ'দ। ৰজা পথাৰলৈ গৈছে। আহুধান পকিছে। কঠীয়াবোৰ ৰুব পৰা হৈছে। শালিতলীত হাল বোৱা হৈছে। গোচ ধৰিবৰো হ'লেই এখোন। ৰজাৰ আজৰি নাই। মাকৰো। অকলশৰীয়া মানুহ। খেতিৰ দিনত গাঁওখনৰ কাৰোৰেই আজৰি নেথাকে। বিয়া-সবাহ, সকাম, ভাওনা একো পতা নহয়। দুবাৰত ডাং লগাই ৰজাৰ মাক পথাৰলৈ ওলাল। আহুধানখিনি চপাব পাৰিলে সকাহ পোৱা যাব। এইবাৰ ৰজাৰ আহু খেতি কৰা পলম হ'ল, নহ'লে ইমান দিনে আহু দাই শেষেই হ'লহেঁতেন।

বাটিটোতে শুকান পিঠাগুড়ি, গুটি গুচোৱা পকা কঁঠাল কেইফুটামান আৰু ঘটিটোত পানী এঘটি লৈ ৰজাৰ মাক পথাৰ পালেহি। ৰজাই হাল বাই আছে। হাল বোৱাৰ ভোক। তাতে ৰ'দটোও বাৰুকৈয়েই টান, দুদিনমান একে লেথাৰিয়ে বৰষুণ দিলে। বৰষুণ দিয়াৰ পিছত আজি দুদিন হৈছে—ৰ'দ। বৰষুণৰ পিছৰ ৰ'দ, টান হ'বই। ৰজাৰ মাকে মূৰৰ ওপৰত গামোচাখন পেলাই লৈছে। ঘৰৰ পৰা ওলাই আহোতে ৰাতিয়েই পতহিয়াই থোৱা তামোল অকণমানো বটাটোতে পাই উখা-মুখাকৈ মুখত ভৰাইছিল। চূণ, ধপাতৰ পৰিমাণ ঠিক নহ'ল। তামোলখন পাগত উঠা নাই। কঁকালত খুঁচি লোৱা হাঁচতিত তামোল-পাণ, চূণ ধপাত, ডাব কটাৰী সকলো আছে। পথাৰত তামোল এখন মুখত লৈহে কামত লাগিব পাৰিব।

একেৰাহে পোন্ধৰদিনমান বৰষুণ দিয়াৰ পিছত এই দুদিন ৰ'দ ওলাইছে। বৰষুণৰ পানীৰে পথাৰ-সমাৰ খাল-বাম সকলো সমান হৈ আছে। দূৰৈৰ পৰাই মাকে পুতেকক হাল বাই থকা দেখিলে। ৰাতি পুৱালে কি নুপুৱাল শোৱা পাটি এৰি নাঙল যুঁৱলি লৈ সি পথাৰ পাইহি। এইবাৰ মাটি সৰহীয়া। সৰু সোণেও দুবিঘা মাটি আধি ৰুবলৈ দিলে। সৰু সোণ ল'ৰাটো ভাল। ৰজাক কিবা কামত তাৰ নতুনকৈ লোৱা মটৰ গাড়ীখনত উঠাই তেজপুৰলৈকো নিছে।

অকল ৰজাই নহয়, পথাৰখনত আৰু বহুত মানুহে হাল বাই আছে। বকিয়াতে জলপানৰ বাটি আৰু পানীৰ ঘটিটো থৈ ৰজাৰ মাকে চিঞৰিলে, 'গৰুহাল মেলি দে। দুখ পাব। জলপান খাই লহি আহ।' হাল বাই থকাৰ পৰা ৰজাই মূৰ তুলিলে। তাৰ ভোক লাগিছিল। 'ঘূৰ ঘূৰ ঘূৰি আহ। হ হ হ।' সি গৰু চম্ভালি থকাৰ পৰা চিঞৰিলে, 'এই আঁউচ বাই লওঁ। গৰু মেলিম'। ৰ'দৰ পৰা বচাবলৈ ৰজাৰ মাক পথাৰৰ মাজত থকা ঢিপটোৰ তলত সৌৰা গছজোপাৰ ছাঁতে বহিল। 'আহ অ' বোপাই, মোৰ আহু দাবলৈ আছে।'

'গৈছোঁৰ' ৰজাই ক'লে।

ক'লেহে হয়, ৰজাই কিন্তু হাল বাই থাকিল। সৌৰা গছৰ ছাঁতে বহি ৰজাৰ মাকে তামোলৰ হাঁচতি মেলিলে। পথাৰলৈ ৰোৱনী নামিছে। ৰোৱাই ৰুইছে, হাল বোৱাই হাল বাইছে। ডাব কটাৰীৰে ৰজাৰ মাকে তামোল এটা কাটিবলৈ লাগিল।

'খুৰী তামোল আনিছ যদি এডোখৰ দে, আজি আমাৰ পানী-দুনি নাহিবই হবলা।'

ৰজাৰ মাকে ঘূৰি চালে। চেনিৰাম। 'চেনি নে? হাল মেলিলি হ'ব পায়? তহঁতৰ দলনি পথাৰৰ মাটিত গোচ ললি নেকি?'

'নাই খুৰী।'

'আওঁ, মাৰ বাপেৰ সৈতে তিনিটা হালোৱা তিনিজনী ৰোৱনী। এতিয়ালৈকে গোচ লোৱাই নাইনে?'

'নকবি আৰু। কথা ঢেৰ, কৈ থাকিলে মহাভাৰত হ'ব। তামোল এখন দে। মই যাওঁ, আলি পাব কাটিবলৈ আছে।'

'হয়নে? হো, তামোল খা।'

চেনিৰাম গ'লগৈ, ৰজাই হাল থৈ জলপান খাবলৈ আহিল। জলপান খাই জলপানৰ বাটিতে পানী ঢালি কোত কোত কৰে এবাটি পানী খাই ললে। সি বোকাত লুতুৰি-পুতুৰি হৈ আছে। ফটা চোলাটোৰ মাজেৰে তাৰ ৰ'দে পোৰা গাটো জিলিকি আছে। পানী বাটি খাই ৰজাই মাকে দিয়া তামোলখন লৈ মুখত ভৰালে।

'তই গৈ আহুখিনি দাগৈ যা, মই গৈ আছোঁ, গৰুহালক গা ধুৱাই লওঁ।' ৰজাই মাকক ক'লে।

ৰজাৰ মাক উঠিল, পথাৰৰ অ'ত-ত'ত কেবাজনীও ৰোৱনী, কেবাটাও হালোৱা, খেতিৰ দিনত গাঁৱলীয়া খেতিয়ক মানুহৰ পথাৰখনেই ঘৰ হৈ পৰে। তলমুৱাকৈ ৰোৱনিয়ে ৰুই আছে। হাত-ভৰি বোকাত লেটিপেটি। ভুঁই ৰোৱা মেখেলাৰ মদৰুৱা ৰং। অ' আই সেইজনী দেখোন বেৱতী, সিহঁতৰ মাটি ৰুবলৈ ল'লেই হ'বলা।

'ৰেৱতী, মাটি কেইডৰা হ'লনো?'

'নাই, বৰবৌ, এয়া আহিছোঁহে।'

'লাগ।'

ৰজাৰ মাক আহুতলী পালেহি। আহুধান পকিছেই। ৰঙা আহু চাউলৰ ভাত খাবলৈ বৰ সোৱাদ। ৰজাৰ বাপেকে বৰ ভাল পাইছিল। কৈছিল, ৰঙা আহু চাউলৰ ভাতত হেনো তেল থাকে। ৰজাৰ মাকে ধান দাবলৈ লাগিল, গৰুহাল ধুৰাই পদুলি মূৰৰ শিলিখা জোপাৰ ছাঁতে ঘাঁহ এবোজা মুখৰ আগত দি বান্ধি থৈ ৰজা ডাঙৰি নিবলৈ বুলি মাকৰ ওচৰ পালেহি। 'বৌটি, ঘৰলৈ যাওঁগৈ ব'ল, বেলি দুপৰ হ'ল। তোৰ ভাগৰ লগা নাই জানো?'

'বৌটিয়েৰৰ ভাগৰ লগা বুলি বাৰু বুজি পালি। ভাগৰ লাগিলেনো কি, নেলাগিলেনো কি? আমাৰ কপালেই এনে। ঘৰত বহি সুখ খাবলৈ ভগৱানে নেলেখিলে।'

'ব'ল ব'ল, ঘৰলৈ ব'ল, মই আবেলি দাবলৈ আহিম।'

মাক-পুতেক দুটাই ঘৰলৈ আহি গা ধুই ভাত খাবলৈ বহিল। আহাৰ মাহৰ পিঠিৰ ছাল দেই নিয়া ব'দৰ পোৰণিত কেঁচা জলকীয়া দি লোণ-তেল সনা খৰিচা, পোৰা কঁঠালগুটি আৰু গৰৈ মাছৰ পিটিকা পঁইতা ভাতৰ স'তে খাবলৈ অমৃত যেন লাগিল। ভাত খাই মুখত তামোল এখন ভৰাই শিলিখাজোপাৰ তলতে কঠ এখন পাৰি ৰজাই শুবলৈ ল'লে। জিৰজিৰকৈ বতাহ মাৰি আছে। ভিতৰত বৰ গৰম। আখল সামৰি মাকো বাহিৰলৈ ওলাই আহিল। ৰজাৰ মাকৰ হাতত এৰীসূতা কটা টাকুৰী, যোৱা বছৰেই এৰী পুহিছিল। থৈ দিয়াতে থাকিল। এতিয়া সূতাকেইডাল কাটি থ'লে খেতি খোলা সামৰি এৰী কাপোৰ খনচেৰেককে বব পৰা যাব।

ভাগৰ লাগিছে, এলাহেও হেঁচা মাৰি ধৰিছে। কিনো বনখন কৰা হৈছে? গাভৰু কালত এইবোৰ তেওঁ বন বুলিয়েই নেভাবিছিল। লাহে লাহে বয়সো হৈ আহিছে। ছটা ল'ৰা-ছোৱালী পালে, তিৰোতা মানুহৰ দেহা। এটো নোপোৱালৈকেহে ভালে থাকে। আজিকালি কঁকালত মাজে মাজে বৰ বিষ এটা হয়। মইনাৰ মাকক খুজি অৰ্জুন গছৰ গুটি কেইটামান আনি তেওঁ এটা সলাই এটাকৈ গোটেই বছৰ কঁকালত পিন্ধি থাকে। গুৱিৰ ফালৰ দাঁতবোৰতো বিষ। তামোলো পতহিয়াইহে খায়। বয়সনো কিমান হ'ল জানো। আৰু বয়সৰ কথা সুধিবনো কাক? হিচাপনো থাকে কাৰ? মাক জীয়াই থকা হ'লে কিবা এটা ক'লেহেঁতেন। মাক-বাপেক কাহানিবাই গ'ল। ভনীয়েকজনী লক্ষীমপুৰৰে কোনোবা এঠাইত আছেগৈ। যিবা ককায়েক এটা ওচৰত আছিল সিও কেনিবা গ'লগৈ, অলিয়া-বলিয়া মানুহ।

ঘৰ-দুৱাৰ নেপাতিলে, এতিয়া মাজুলীৰ কোনোবা এখন সত্ৰত আছে বুলি অহুকাণে-পহুকাণে ৰজাৰ মাকে গম পাইছে।

দিনত শোৱাপাটীত পৰিবলৈ শাহুৰেকে নিদিছিল। শাহুৰেক জীয়াই থকাৰ সময়ত গা-ধোৱাৰ পিছত কেনেবাকৈ শোৱাপাটীত হাত লাগিলেই আকৌ গা-মূৰ তিয়াব লগীয়া হৈছিল। এতিয়াও সেই অভ্যাস নুগুচিল। হাতৰ সূতাকটা টাকুৰীটো এফলীয়া কৰি থৈ ৰজাৰ মাকে গাত লোৱা চাদৰখনৰে একাঁচল মাটিত পাৰি লৈ হাতৰ ঠাৰিত মূৰ দি বাৰাণ্ডাৰ মাটিতে শুই পৰিল। দুপৰীয়াৰ জিৰ জিৰ বতাহত তেওঁৰ দুচকু মুদ খাই আহিব খুজিলে, তাতে পেটত পঁইতা ভাত পৰিছে। ৰাগি নেলাগি নোৱাৰে।

গছত কঁঠাল পকি আছে হ'বলা— কাউৰী কেইটামানে গছৰ পকা কঁঠাল খুঁটিয়াই খুঁটিয়াই খাই চিঞৰি-বাখৰি তোলপাৰ লগাই আছিল। আধা টোপনি, আধা জাগৰণতে ৰজাৰ মাকে সেই চিঞৰ শুনিলে। এই শনাহী মখাৰ পৰা গছত একো এটা গুটি পকিব নোৱাৰে। অমিতা পকিলে অমিতা খাব, কঁঠাল পকিলে কঁঠাল খাব, আঠীয়া কল পকিলে আঠীয়া কল। কেনেকৈনো জানো ইহঁতে গম পায়। গোন্ধতে গম পাই হ'বলা। এৰাবাৰীখনৰ অতবোৰ কল বন অমিতাৰে ইহঁতৰ পেট নভৰে। ৰজাৰ মাকে আধা টোপনিতে কথাবোৰ চিন্তা কৰিলে। আৰু মুখেৰে চুঃ চুঃ কৰি থাকিল। চকুকেইটা মেলিবলৈ মন যোৱা নাই, অথনিকৈ পাৰিলে জাকৈখন লৈ ওলাই যাব লাগিব। খাল ডোং পানীৰে চপচপীয়া হৈছে। পুঠি-ডৰিকণা দুই-এটা পাব লাগে। চেনিৰামহঁতৰ ঘৰলৈকো পাৰিলে এপাক মাৰিব লাগিব। চেনিৰামৰ বাপেকে ৰেৱতীৰ বাপেকৰ আগত কথাষাৰ উলিওৱাৰ কথা আছিল, উলিয়ালেনে নাই বা।

বহুত কাম, বহুত কাম। জীয়াই থকা দিনকেইটাত বনবাৰী আঁজুৰি নুফুৰিলে কেনেকৈ হ'ব? কাম নকৰাকৈ জীৱন নিৰ্বাহ কৰাৰ কথা গাঁৱলীয়া তিৰোতাই ভাবিবই নোৱাৰে। মোটোকা মাৰি শুই থাকিলে নহ'ব। উঠিব লাগিব। লাহে লাহে ৰজাৰ মাকে চকু মেলিলে। বেলি হেলনীয়া হ'ল যদিও ৰ'দৰ চোক কমা নাই। ৰজা উঠিবই পায়— তাকো পানী এটোপা দিব লগা হ'ল।

জুহালৰ তুঁহ জুইকুৰা ফুৱাই ফুৱাই জুইকুৰা জ্বলাই ৰজাৰ মাকে দুবাটি চাহ বাকিলে। গাখীৰ চেনি নোহোৱা চাহ। গৰুজনীয়ে পিয়ন চাৰিবৰ দিনচেৰেক হ'ল। ছাগলী গাখীৰৰ চাহ খাই ৰজাই বেয়া পায়, মাকেও। ৰজাও উঠি আহিল, 'বোপাই, পানী খাহি—' ৰজাই মাকৰ পৰা চাহবাটি ল'লে, 'কাইলৈ হালখটি, একাদশী, আহুকেডাল চপাই শেষ কৰিব লাগিব।' নিজকে কোৱাদি ৰজাই ক'লে, 'গৰু হালো

বুঢ়া হৈছে। এইবেলি মাটিও লোৱা হ'ল সৰহকৈ কি কৰো বৌটি?' সি মাকক সুধিলে।

'যেনেতেনে মাটিকণ পোত। এৰীয়া কাপোৰ খনচেৰেক বৈ বেচিব লাগিব। খেতিৰ পৰা উঠিয়েই কাপোৰ লগাম। ঘৰ ওপজাটোৰ লগলৈ এটা আনিব লাগে।'

ৰজা ওলাই গ'ল।

ৰজাৰ মাকে একান্ত মনে এৰীসূতা কাটি থাকিল। এৰী এবাহো ল'ব লাগে, কাম, কাম আৰু কাম। এৰীসূতা কাটি কাটি ৰজাৰ মাকে মনে মনে গুণা-গঁথাও কৰি আছে। কাম কৰিবলৈ লগ লাগে। কৰি থাকিব পাৰি। মোৰনো লগ কোন? বিটলীয়াটোৰ কাণসাৰ নাই। খেতি খোলাৰ দিন নপৰা হ'লে আই ভগৱতীৰ ওচৰৰ পঁৰাই ফুল এপাহ আনি দিব পৰা হ'লহেঁতেন। এতিয়া ওলাবলৈকে সময় নাই। আই ভগবতীৰ থান ইয়াৰ পৰা বহুত দূৰৈত। বাটকুৰি বাব লাগে। নহ'লেবা সৰবজান দেউৰ ওচৰৰ পৰাই পানী অকণ কটাই আনি ল'ৰাটোক গা ধুৱাব লাগে। কোনোবাই বান্ধি-চাটিও থব পাৰে।

বেলি লহিয়াবৰ হ'ল, ৰজাৰ মাক উঠিল। পিন্ধি থকা কাপোৰযোৰ সলাই ঘৰৰ বাহিৰফালে মূধলৈ থোৱা মদৰুৱা বঙৰ ৰোৱনী কাপোৰযোৰ পিন্ধি জাকৈখন লৈ ওলাই গ'ল। সময় গুচিয়েই গ'ল। জাকৈয়া মানুহৰে খাল ডোং ভৰিব পায়। মাজ খাল পথাৰখনত এতিয়া চপচপীয়া পানী। মাছ আছে। মাক-পুতেক দুটা মানুহৰ বাবে মাছনো লাগে কেইটা? ৰজাৰ মাক লাহে লাহে পানীত নামিল। জাকৈয়া ছোৱালী দুজনীমানে জাকৈ বাই আছিল। ৰজাৰ মাকে ৰেৱতীক দেখে নেকি চালে। নাই, ৰেৱতী অহা নাই, বেলেগ কোনোবা ফালে যাবগৈ পায়। জাকৈখন পানীত জুবুৰিয়াই ৰজাৰ মাকে ভৰি দুটাৰে জাকৈখনৰ মুখত থপথপাই মাছবোৰ হুৰাই আনিলে। পানীত অকল মাছেই নেথাকে—জোকো থাকে। লিলিয়াই অহা ম'হজোকডাল দেখি ৰজাৰ মাক পাৰলৈ উঠিল। আজিলৈ হ'বগৈ আৰু। কঁকালত বান্ধি অনা খালৈটোলৈ চাই ৰজাৰ মাকে ভাবিলে। 'তহঁতে মাছ পাইছহঁতনে অ।' একেলগে জাকৈ বাই থকা ছোৱালীকেইজনীক তেওঁ সুধিলে, 'পাইছোঁ' ছোৱালীকেইজনীয়ে একেলগে উত্তৰ দিলে। 'চাবিহঁত ম'হজোক আছে, বৰ বৰ একোডাল।'

ৰজাৰ মাক ঘৰ পালেহি। আহুধানৰ ডাঙৰিবোৰ আনি ৰজাই বাৰাণ্ডাতে জাপি থৈছেহি। ল'ৰালৰিকৈ গাটো তিয়াই কাপোৰযোৰ সলাই ঘৰত পিন্ধা কাপোৰযোৰ পিন্ধি ৰজাৰ মাকে মাছ বাছিবলৈ লাগিল। বাৰাণ্ডাত ধানৰ ডাঙৰি জাপি থোৱাৰ পৰাই মাত লগালে, 'মাছ কিমান পালিনো বৌটি'?

'শামুকে, শেলুকে, কঁঠালগুটিয়ে এখালৈ হ'ব। আগৰ দৰে মাছ নাই নহয়।'

ৰজাৰ মাকে মাছ বাছি থাকিল আৰু বেলিটোলৈ চাই থাকিল। চকা পাটত বহিছে। মাছ বাছি, গৰু গাই, হাঁহ, ছাগলী বান্ধি এতিয়া চেনিৰামহঁতৰ ঘৰলৈ যাবলৈ সময় নহ'বগৈ। কাইলৈ পাৰিলে এপাক যাব লাগিব। একাদশীৰ হালখটি; পিছবেলা ঘৰত বিশেষ কামো নেথাকিব।

সৰু সৰু ডৰিকণা মাছকেইটা কলপাতত বান্ধি পাতত দিবৰ বাবে ৰজাৰ মাকে আছুতীয়াকৈ থ'লে। বৰ বৰ পুঠিকেইজনী ৰজাক পুৰি দিব। সৰু সৰু গৰৈচিৰিকা আৰু কাৱৈ মাছকেইটা কাচি লৈ লোণ হালধি সানি খৰিকাত দিয়া হ'ব। কালিয়েই কচুশাক এমুঠি আনি থোৱা আছে, ৰজাই এৰাবাৰীৰ পৰা কুমলীয়া ঔটেঙা গোটাচেৰেকো আনিছে। ঔটেঙা দি ৰন্ধা কচুশাকৰ আঞ্জাত পুঠিমাছ দুজনীমানো পেলাই দিব। আজি মাক-পুতেকৰ বৰভোজেই হ'ব, ৰজাৰ মাকে মনতে ভাবিলে।

সন্ধিয়া লাগিল, এন্ধাৰে বাঁহনিখন কাউৰী পাখিৰ দৰে ক'লা কৰি আনিলে। গেলেপ মৰা গৰমো পৰিছে। ৰাতিলৈ বৰষুণ হ'ব পাৰে নেকি! ৰজাৰ মাকে আকাশলৈ চালে। আকাশত ডাৱৰ নাই। তৰা জিলিকিছে।

## ।। দহ ।।

ৰজাই গা ধুই ভাত খাবলৈ আহিল। মাক আখলত, 'বৌটি ভাত হ'ল যদি দে'— সি ক'লে, ভাত হৈছিলেই। ওটেঙা দিয়া মগুমাহৰ আঞ্জাখনত তেল মাৰিবলৈ লৈ মাকে ক'লে, 'হৈছেই, অকণমান ৰবি'— 'বৰ ভোক লাগিছে অ' বৌটি।' কৈ কৈ ৰজাই পীৰাখন পাৰি বহিলেই। আখলৰ পৰাই মাকে মুৰ তুলি তালৈ চালে। খেতিত লাগি ৰ'দে-বৰষুণে ল'ৰাটো ক'লা হৈ পৰিছে। খেতিৰ পৰা উঠাৰ পিছদিনাই সি দীঘল হোৱা চুলিখিনি কটাই আহিলগৈ। মাকে বৃহস্পতিবাৰ বুলি হুকা-বধা কৰিছিল। সি নেমানিলে। 'আজি বৃহস্পতিবাৰ গুৰুবাৰ, কাইলৈ মোৰ জন্মবাৰ, পৰহিলৈ শনিবাৰ— একেবাৰে দেওবাৰলৈকে ৰবলৈ হ'লে মই বলিয়াহে হব লাগিব বৌটি। খেতিত লগাৰ আগতেই চুলি কটালো। আজি ইমান দিন হ'ল— মূৰটো জপৰা হৈছেগৈ—' দীঘল হোৱা চুলিখিনি সি টঙাল এডালেৰে কপাললৈ বাগৰি আহিব নোৱৰাকৈ বান্ধি থৈছিল। মিছাও নহয়। খেতিবাতিৰ দিনত গাঁৱৰ খেতিয়ক কাৰোৰেই দীঘল চুলি চুটি কৰিবলৈ আজৰি নাই। আৰু খেতিৰ পৰা উঠাৰ পিছত জপৰা মূৰটো লৈ ঘূৰি ফুৰিবলৈকো কোনেও ভাল নেপায়। তথাপিও বৃহস্পতিবাৰে চুলি কটোৱা বাবে মাকে তাক এজাউৰি নিদিয়াকৈও নেথাকিল।

জপৰা চুলিখিনি চুটি কৰি কটোৱাত ৰজাৰ মুখখন ওলাই পৰিছে। শুদা গাটোত পানী লাগিয়েই আছে। হালকোৰ মৰা গা। পূৰঠ। সি সোমাই আহোতে মাকে তাৰ গাত ফুলৰ দৰে ধুনীয়া গোন্ধ এটা পাইছিল। প্ৰথমে বাৰীৰ ফালে কিবা ফুল ফুলিছে বুলিহে ভাবিছিল। ফুল ফুলিলেও এই ভৰপক দুপৰীয়া ক'ত গোন্ধ আহিব? ফুলৰ গোন্ধ সন্ধিয়াহে আমোলমোলাই পৰে। ফুলৰ গোন্ধ নহয়, ৰজাৰ গাৰ পৰাই অহা গোন্ধ। গোন্ধটো মাকৰ ভাল লাগিল।

কাঁহীখনত ভাত কেইটামান বাঢ়ি আনি পুতেকৰ মুখৰ আগত থৈ চৌকাৰ ওপৰত উতলি থকা মগুমাহৰ আঞ্জা হেতাৰে সৈতে বাটিলৈ আনি ৰজাক মাকে সুধিলে— 'বৰ ভাল গোন্ধ পাইছো। কি ফুল ফুলিছেনো?'

গৰম ভাতৰ ওপৰত গৰম আঞ্জা ঢালি ফুৰাই ফুৰাই ৰজাই ক'লে— 'কালি হাটৰ পৰা অনা ফুল চাবোনেৰে গা ধুইছিলো, তাৰহে গোন্ধ পাইছ—' 'ভালেটিহে।

মই বোলো ক'ত কি ফুল ফুলিছে—' 'তই ধুবিচোন। সৌ পিৰালিতে থৈছো—' 'নেলাগে। তিনিকাল গ'ল একাল আছেগৈ, আমাৰ মণিছালৰ গুটিৰেই হ'ব। ফুল চাবোন ঘঁহি মৰিবৰ সময়ত গাটো বিজতৰীয়া নকৰো—' ভাত দিয়া জিকাকলিত লোণ-তেল সানি ৰজাৰ মাকে উত্তৰ দিলে। মনে মনে পুতেকৰ কাণ্ড দেখি হাঁহিও উঠিল। খেতিৰ পৰা উঠা গা। ফুল চাবোনেৰে ধুবৰ মন গ'ল। ডেকা ল'ৰাৰ কথা এনেকুৱাই।

ৰজাৰ মাক চেনিৰামৰ ঘৰলৈ যোৱাৰ কথা। কাম-বনৰ পৰা আজৰি হৈ চফা কাপোৰ এযোৰ পিন্ধি তামোলৰ হাঁচতি লৈ ওলাই মানে বেলি হালিবৰে হ'ল। এৰী পলু এবাহৰ কথাও চণ্ডিকাৰ মাকক কৈ থৈছিল। পলু আছেই বোলে। আহোতে সোমাই লৈ আহিব পাৰিব। ৰজা ঘৰত থাকিব, গতিকে গৰু-গাই সিয়েই বান্ধিব। ৰজাক লৈ মাক ওলাই আহিল।

চেনিৰামহঁতৰ ঘৰখন নিজান নিতাল হৈ আছিল। ৰজাৰ মাক ভিতৰ সোমাই গ'ল। জুহালৰ কোঠাটোত চেনিৰামৰ ঘৈণীয়েকে স্কুলৰ পৰা অহা সৰু সৰু ল'ৰাহালক ভাত দিছিল। ভাতৰ কাঁহীৰ ওচৰতে মাটিত নিমখ আৰু শুকানে ভজা মাটিমাহ দুটামানো ছটিয়াই থৈছে। এগৰাহ ভাত মুখত ভৰাই সিহঁতে নিমখ অকণমান আৰু মাটিমাহ একোটাও মুখলৈ লৈছে। একেখন কাঁহীতে দুইটাকে ভাত-আঞ্জা বাঢ়ি দিছে। গতিকে একেলগে ভাত খাই থাকোতে দুইটাই খুঁটিয়াখুঁটি কৰি আছে। সিহঁতে খুটিয়াখুটি কৰি থকাৰ বাহিৰে বাকী একো সাৰি-শব্দ ঘৰখনত নাই। 'ইহঁত ঘৰত কোনো নাই নেকি—' ৰজাৰ মাকে মনতে ভাবিলে। 'ন-ছোৱালী, অ' ন-ছোৱালী, কোনো নাই নেকি অ' ঘৰত—' মাতি মাতি ৰজাৰ মাক ভিতৰ পালেগৈ।

'আ-ছো-ও-' দীঘলীয়া উত্তৰ। চেনিৰামৰ ঘৈণীয়েক ভিতৰ কোঠাৰ পৰা ওলাই আহিল। 'খুৰীদেউ? আহক। আই বাৰীত আছেগৈ—'

'আও, অতজাক মানুহ, কাৰো মাতবোল নাই। মই বোলো কথা কি? ঘৰত কোনো নাই হবলা। সোণাধৰৰ জনী নাই নেকি?'

'আছে। ভিতৰতে আছে হ'বলা—' ৰজাৰ মাকে চেনিৰামৰ ঘৈণীয়েকৰ কথাত বৰ ঠেৰেঙা সুৰ এটা শুনিলে।

'গাভৰু মানুহ। চোতালে-ঘৰে, ভিতৰে-বাহিৰে দপ্‌দপাই থাকিব লাগিছিল। বেলি হালিবলৈ লোৱাৰ পৰত তাই ভিতৰত সোমাই থকাৰ কাম কি? গা-মুৰ অসুখ নেকি নতুন জনীৰ?'

'অসুখ বুলিলে অসুখ। অসুখ নহয় বুলিলে নহয়—' চেনিৰামৰ ঘৈণীয়েকে আকৌ ঠেৰেঙা সুৰতে কথাৰ উত্তৰ দি তামোলৰ বটা আনিবলৈ বুলি ভিতৰ সোমাই গ'ল। বাৰীৰ পৰা চেনিৰামৰ মাকো আহিল।

'খুৰীয়েক নে? বহা। তামোল চালি দিছেনে নাই?'

'তামোল খাম। হাতত নো সেয়া কি?'

'এৰাপাত। বাৰীৰ পিছফালে গছ কেইজোপামান আছে, আনিলোঁগে। এৰী পলু এবাহ লৈছো—'

'ভালেই। ময়ো এবাহ লম বুলি ভাবিছো। চণ্ডিকাৰ মাকক কৈ থৈছো—'

'ময়ো তাইৰ পৰাই লোৱা—'

এৰাপাতকেইখিলা তাঁতশালৰ বেঞ্চখনতে থৈ চেনিৰামৰ মাক বাৰাণ্ডালৈ উঠিল। ৰজাৰ মাকৰ ওচৰতে পীৰা এখন পাৰি বহি লৈ বটাৰ পৰা লৈ তামোল এখন মুখত ভৰালে। চেনিৰামৰ মাকে এতিয়াও খনীয়া তামোল চোবাব পাৰে, ৰজাৰ মাকৰ দৰে পতহিয়াব নেলাগে।

'পলু বাহ ললো হয়, কামৰ পৰা উপায় নাই। ডাঙৰজনীয়ে মেখেলা লগালে, মেখেলা, মেখেলা ভাগেই আছে। তাইক আকৌ এইবেলি ৰান্ধনী সুমুৱালো নহয়, তোমালোকক খবৰ দিয়া নহ'লগৈ। ভকত দুজন গোটালো। নহ'লে চৰুটোকে কিমান টেঁটুত বান্ধি ফুৰিবানো বুঢ়াকালত?'

'হব হব। ভালেই। দুজনীকৈ বোৱাৰী, সুখ লব লাগে—' চেনিৰামৰ মাকে মুখখন বিকটাই পেলালে। 'বোৱাৰীৰ সুখে আটিছেগৈ। সিজনী ৰোহঘৰত। সৰুটোৱে বেলেগ হওঁ হওঁ কৰি আছে—' পীৰাখন ৰজাৰ মাকৰ ওচৰলৈ টানি আনি পিছৰ কথাখিনি ফুচফুচাই কোৱাদি চেনিৰামৰ মাকে ক'লে।

'কি হ'ল ? হৰি হৰি। এটা পোৱাই নাই বেলেগ হবৰ হ'লেইনে—?'

'কি কবা, আজিকালিৰ ছোৱালী। শাহু-শহুৰৰ লগত থাকি আপদ পোৱাদি পায়—' চেনিৰামৰ মাকে হুমুনিয়াহ কাঢ়িলে। 'হেৰৌ হয়নে, ভিতৰ সোমালি দেখোন, খুৰীয়েৰলৈ পানী-দুনি এটোপা তপতা—'

'পানী তপতাইছো। এই দুটাই গোটেইখন একাঁঠু কৰিলে— মই আঁতাই লৈছো। গৈছো ৰ'ব—' চেনিৰামৰ ঘৈণীয়েকে জুহালৰ কোঠাটোৰ পৰা চিঞৰ মাৰি ক'লে। 'হব হব। পানী পাছে পৰে দিলে হব। তই কামত লাগ—' ভিতৰলৈ উদ্দেশ্য কৰি কথাষাৰ কৈ ৰজাৰ মাকে আকৌ চেনিৰামৰ মাকক ক'লে— 'কি কথা, কি বতৰা? হওঁতে চেনিয়ে সিদিনা কথা এষাৰ কৈছিল, মই একো বুজিবই নোৱাৰিলো। ডাঙৰীয়াই বা কি কয়?'

'বাপেকে কি কব? সি কথাটো কওঁতে গোটেই মানুহটো মৰিমুৰ হ'ল। দুখে বেজাৰে ভাত-পানীকে নেখালে। আজি চাইদিনমান হ'ল, ভনীয়েকৰ তালৈ গৈছে। আহোতে সৌৰাগুৰিৰ হৰি ভকতৰ তাতো সোমাব—'

'এস এস—' ৰজাৰ মাকে ইচ আচ কৰি ক'লে।

'কি হ'লনো? কথাতেই কয়, ভাইৰ সমান শত্ৰু নাই ভাইৰ সমান মিত্ৰ নাই। বংশৰ মুখিয়াল দুজনমানক মাতি আনি, গাঁৱৰ দুই-চাৰিজনক গোটাই কি হয় কথাটো কৰিব লাগে। নহ'লে একেখন ঘৰতে এনেকৈ মাতবোল নোহোৱাকৈ থাকিব নোৱাৰি নহয়—'

চেনিৰামৰ ঘৈণীয়েকে কাঁহী এখনৰ ওপৰত তুলি চাহ দুবাটি লৈ আহিল। লগতে লেৰেলা কলপাত দুচিটাত দুচামুচ চেনি। 'আজি পানী গুড়েৰে দিয়া নাই। খুৰীদেৱে হেৰিয়াৰে খাই চক—' চেনি শব্দটো উচ্চাৰণ নকৰাকৈ চেনিৰামৰ ঘৈণীয়েকে ক'লে।

'হয়নে? দে দে। গুড় খাই মুখখন তিতা হ'লগৈ।' ৰজাৰ মাকৰ আগৰ মাটিকণ এটা হাতেৰে লাহেকৈ মোহাৰ মাৰি চেনিৰামৰ ঘৈণীয়েকে চাহৰ বাটি আৰু পানীৰ ঘটিটো থ'লে।

'আমিও গুড়হে খাওঁ। সিদিনা ভনীজনীৰ ঘৰৰ পৰা চেনি এপোৱামান দিছিল। এইবোৰ ডা-ডাঙৰীয়াই খোৱা বস্তু, আমিনো ক'ৰ পৰা পাওঁ? কি কোৱা ৰজাৰ মাক?' ৰজাৰ মাকে হাঁহিলে। হাতৰ তলুৱাত লোৱা চেনিকণ চেলেক মাৰি ক'লে— 'মিছাও নহয়—'

ৰজাৰ মাক যাবলৈ উঠিল। বটাৰ পৰা পতহিয়াই থোৱা তামোল এখন লৈ মুখত ভৰালে। 'ভনীয়েকৰ ঘৰৰ পৰা ডাঙৰীয়া আহক, তেতিয়া আহিম। কথা এটা আছিল—'

'বাৰু আহিবা—' চেনিৰামৰ মাকে ক'লে।

উলটি আহোতে চণ্ডিকাইঁতৰ ঘৰত সোমাল? চণ্ডিকাৰ মাক নাই। ল'ৰা-ছোৱালীকেইটা লৈ মাকৰ ঘৰলৈ ভাওনা চাবলৈ গ'ল। ৰজাৰ মাক নৰ'ল, সন্ধিয়াও হ'ল। চাকি-বাতি লগাব লাগে। তিনিমুখীয়া বাটৰ কেঁকুৰিটোৰ মূৰতে চেনিৰামৰ স'তে দেখা হ'ল।

'খুৰী দেখোন। কানিমুনি পৰত ক'ৰ পৰা আহিলিনো?'

'গৈছিলো তইঁতৰ ঘৰৰ ফালেই। হেৰি অ' চেনিৰাম, কথা এটা শুনিলো দেখোন—'

'বেলেগ হোৱাৰ কথা?'

'এৰা—'

'সকলোৱে কৈছে, বেলেগ হয়। ন-ছোৱালীয়ে বোলে ধান বানিব লাগে, পানী আনিব লাগে, চোতাল-ঘৰ সাৰিব লাগে— কামত দুখ পাইছে। আমাৰজনীৰ লগত কামত বগীয়াবগী। মই আমাৰজনীক কওঁ, বোলো, তাই নকৰিলেও নকৰকচোন, তয়েই কৰ। আগতেনো কেনেকৈ কৰিছিলি? এই বোলে মই কিয়

কৰিম, তাই বোলে মই কিয় কৰিম? মইহে বোলো, বেলেগ হোৱাই ভাল। বুঢ়া-বুঢ়ী মোৰ লগত থাকক—'

'ধইন ধইন বোপাই, সজ কথাই কৈছ। সি যি কৰে কৰক। বুঢ়া-বুঢ়ীহালক তই নেৰিবি—'

'নেৰো, নেৰো। এই কথা, এই বতৰা, বাৰু তই যা খুৰী, মই এদিন যাম—'

চেনিৰাম গ'লগৈ। সি সিফালে গ'ল, ৰজাৰ মাক এইফালে আহিল। চেনিৰামহঁত বেলেগ হ'ব বুলি শুনি ৰজাৰ মাক উচাপ খাই উঠিছিলেই। এতিয়া মনটো আৰু বেয়া লাগিবলৈ ধৰিলে।

ধানপাতখিলাৰ দৰে দীঘলীয়া হৈ আকাশত কঁাচি জোনটো ওলাইছে। পশ্চিম আকাশৰ বিভিন্ন ৰঙৰ চকলা চকল মেঘবোৰৰ ৰং কমি আহিছে। আকাশ ঢাকি উৰি গৈছে। ঘৰলৈ ঘূৰি যোৱা চৰাই। ধান গছবোৰ কজলা হ'বলৈ আৰম্ভ কৰিছে। নতুনকৈ ৰোৱাবোৰৰ ৰং শেঁতা হালধীয়া হৈয়েই আছে। তামোল গছবোৰ পানী যুঁৱলিত মাছ ধৰিবলৈ জুপুকা মাৰি বহি থকা এঠেঙীয়া বগলী চৰাইটোৰ দৰে লাগিছে। ঘৰমুৱা গৰু জাক গৰখীয়াকেইটাই হুৱাই অনাত গৰুৰ খোজৰ ধূলিৰে গোটেইখন ধুঁৱলি-কুঁৱলি হৈ পৰিছে।

গৰুজাক যাবলৈ বুলি ৰজাৰ মাক বাটৰ দাঁতিলৈ গ'ল। গৰুজাক পাৰ হৈ গ'ল। সন্ধিয়াটো আকাশৰ পৰা মাটিলৈ নামিল। ৰজাৰ মাক ঘৰ পালেহি। গৰু-গাই, হাঁহ-পাৰ বান্ধি বাৰাণ্ডাত চাকি এটা জ্বলাই থৈ ৰজা পদূলিমুৰতে থিয় হৈ আছিল। মাক অহা দেখি সি আগবাঢ়ি গ'ল।

'বৌটি, খুদমন আৰু মাষ্টৰৰ কাজিয়া লাগিছে, মাটি ঠেলা-হেঁচা হৈছে বোলে। ৰঙা বগা হ'বই পাই। তই থাক। গোটেইখন তালৈকে গৈছে, ময়ো যাওঁ—'

'লোকৰ কাজিয়া লাগিছে, লাগি থাকক, তোৰ যাবৰ কি দৰ্কাৰ?'

'এহ, সেই বুলি কটাকটি কৰি মানুহ মৰিবলৈ দিব পাৰিনে?'— কুকুৰ লৰ দি ৰজা ওলাই গ'ল। ৰজাৰ মাকৰ মনটো আৰু বিষণ্ণ হৈ পৰিল। কোনে কাক কাটিব? খুদমনে মাষ্টৰক, নে মাষ্টৰে খুদমনক? ওচৰা-উচৰিকৈ সাতামপুৰুষৰে পৰা বসবাস কৰি অহা মানুহ। এখন জেওৰাই দুই ঘৰৰ সীমা। মানুহ কটাকটি কৰি নমৰিলে নহয়নে? এনেয়েই অতবোৰ দুখে মানুহক এফালৰ পৰা তিলে তিলে মাৰি আনিছেই, মানুহ মাৰিবলৈ বেলেগ অস্ত্ৰ কিয় হাতত ল'ব লাগে?

বাৰাণ্ডাত চাকিটো ৰজাই জ্বলাই থোৱা ভাগেই অকলে অকলে জ্বলি আছিল। সিটো চুবুৰিৰ কাজিয়াৰ শব্দ এইটো চুবুৰি পাইছিলহি। এইটো চুবুৰিলৈকে স্পষ্টকৈ শুনা কাজিয়াখনে নিশ্চয় সিটো চুবুৰি তোলপাৰ লগাই আছে। অকলশৰীয়াকৈ জ্বলি থকা চাকিটোৰ দৰে ৰজাৰ মাকৰো নিজকে বৰ অকলশৰীয়া যেন লাগিবলৈ

ধৰিলে। ন-জোন ডুব গ'ল। ৰজাৰ মাক বহি থাকিল। বাঁহ গছৰ তলত শিয়ালে মাতিলে। ক'ৰবাত কুকুৰ কেইটামানে ভুকিলে। গৰুৰ ডিঙিৰ টিলিঙিা বজাই বাটেদি গৰু গাড়ী এখন গ'ল। গৰু গাড়ীখনৰ তলে তলে এটা কুকুৰ—কিছুমান কথা ৰজাৰ মাকে অনুমান কৰি ল'লে।

বাৰাণ্ডাৰ চাকিটো ধোঁৱাই ধোঁৱাই জ্বলি থাকিল। চাকিৰ লগে লগে ৰজাৰ মাকৰ মনটোও জ্বলি-পুৰি থাকিবলৈ ধৰিলে। তেওঁ নিজে বৰ অকলশৰীয়া মানুহ। তথাপিও অকলশৰীয়া মাকজনী নোহোৱা হৈ গ'লেও ৰজাৰ বাবে পৃথিৱীত বহুত মানুহ থাকি যাব বুলি তেওঁ ভাবিছে। সীমাই সীমাই দুফালে দুঘৰ মানুহ আছে। গাঁওখন আছে, পৃথিৱীখন আছে। একেলগে সৰুৰে পৰা উমলি ডাঙৰ-দীঘল হোৱা লগ-সমনীয়া আছে। কোনে কাক খায়? মানুহে মাটি, নে মাটিয়ে মানুহ? এচমকা মাটিৰ ইফাল-সিফাল হ'লেই জানিবা ওচৰতে একেলগে; দুখে-সুখে থকা মানুহঘৰ এচমকা মাতিৰ বাবেই মহাশত্ৰুত পৰিণত হ'ব লাগেনে? ওচৰৰ মানুহঘৰৰ তেজেৰে মাটি ৰঙা-বগা কৰিলেনো মানুহ কাৰ স'তে জীয়াই থাকিব? কি সুখত লোণে তেলে ভাত মুঠি খাব?

ৰজাৰ মাকৰ উশাহ দীঘল হৈ আহিল। নিশাটো বহুদূৰ বাটকুৰি বাই অৱসন্ন হোৱা মানুহৰ দৰে বৰ অৱসন্নভাৱে মাটিলৈ নামি আহিল। ৰঙা কেৰাচিন তেলৰ চাকিটোৰ ওপৰত এঙেৰুৱা বন্ধ খাইছে। ধোঁৱাই ধোঁৱাই চাকিটো জ্বলি আছে। বৰ বেছি ঠাই পোহৰাব পৰা নাই। ৰজাৰ মাকে এটা হাতেৰে নিজৰ বুকুখন হেঁচা মাৰি ধৰিলে। বৰ বিষাইছে বুকুখন। বৰ বিষ— বৰ বিষ। এইখিনিতে—ঠিক এইখিনিতে। আজি যদি মই এই মুহূৰ্তত মৰি যাওঁ, তেন্তে পিছ মুহূৰ্তৰ পৰাই মোৰ ল'ৰাটো বৰ অকলশৰীয়া হৈ পৰিব। তাৰ চাৰিওফালে, তলে-ওপৰে, উত্তৰে-দক্ষিণে, পূবে-পশ্চিমে এখন জয়াল হাবিহে থাকিবগৈনে? এটা হাতেৰে বুকুখন খামোচ মাৰি, এটা হাতেৰে মাটিত ভৰ দি বহুদিনীয়া পুৰণি ৰোগীৰ দৰে ৰজাৰ মাক বহাৰ পৰা উঠিল। ভৰি-হাত ধুলে। কাপোৰ সলালে। আৰু ভাত বান্ধিবলৈ বুলি পাকঘৰ পালেহি।

দিনৰ ভাত আছেই। দুপৰীয়া ভাত-পানী খাই উঠি কচুশাক এমুঠি আৰু কণজলকীয়া কেইটামানে কলপাতত নুৰিয়াই তুঁহ জুইকুৰাতে ভৰাই থৈছিল। সিজি আছে। চাকিটো গছাটোৰ ওপৰতে থৈ জুহালৰ ওচৰতে আমন-জিমনকৈ ৰজাৰ মাক বহি থাকিল। জীৱনত এনেকুৱা অকলশৰীয়া লগা নাই। আগতে ভাবিছিল আপদে-বিপদে হেঁচা মাৰি ধৰিবলৈ গাঁৱৰ গওঁৱা আছে, ওচৰ-চুবুৰীয়া আছে, সুখত হাঁহিবলৈ, দুখত বুকু জুৰ কৰিবলৈ একেলগে উঠা-বহা কৰা মানুহবোৰ আছে, এনেকৈ থাকিলে মানুহৰ মৰণ নাই। কোনেও মানুহক অকলশৰীয়া কৰিব নোৱাৰে। এতিয়া কি দেখিছে? 'বোপাই অ' মইনো তোক কাৰ ওচৰত থৈ যাম?'

ৰজাৰ মাকে জুহালৰ ওচৰত বহিয়েই আঁঠুত মূৰ থ'লে। চাকি এটা লৈ বাৰীচুকৰ বাটটোৰে নামঘৰীয়ানী সোমাই আহিল। লগত নাতিনীয়েক চেনেহী। 'ৰজাৰ মাক, অ' ৰজাৰ মাক কি কৰিছনো?' ৰজাৰ মাক উচাপ খাই উঠিল।

'অ' নামঘৰীয়ানী বাইদেউহে। মই বোলো কোন? আহা বহাহি—'

নামঘৰীয়ানীয়ে নিজই পীৰাখন লৈ বহিল। পীৰাখনৰ এচুকত চেনেহীও বহিল।

'কথা গম পাইছনে নাই?'

'অলপ অলপ পাইছো। মই আকৌ নাছিলো। চেনিৰামহঁতৰ ঘৰৰ ফালে গৈছিলো—' ৰজাৰ মাকে ক'লে।

'মাষ্টৰক খুদমনে কাটিলে বোলে—

'কি হ'ল, কি হ'ল?' ৰজাৰ মাক বহাৰ পৰা একে কোবেই উঠিল। 'আছে নে' মানুহটো মৰিল?'

'ঘাপটো বেছিকৈ নপৰিল। হাতৰ বাঁউসীতহে পৰিল। মানুহটো বাচিব। ৰজা, আমাৰ সৰুটো, মাণিক— ইহঁত গোটেইবোৰে গৰু গাড়ীত ভৰাই তাক বাগিচাৰ আস্পতাললৈ লৈ গৈছে—'

'এতিয়া জানো ৰাতিখন বাগিচাৰ আস্পতাল পাবগৈ—?'

'জানো। বাগিচাত ডাক্তৰ আছে বুলি শুনিছো, তালৈহে নিছে হবলা—'

'হৰি হৰি। দেশ কালৰ কি গতি। আমাৰ ৰজাও তেনে তালৈকে গৈছে?'

'আকৌ নো কি? আমাৰ সৰুটোৰ লগত আমাৰ ঘৰলৈকে আহিল। এইৰ মাকক ক'লে, বোলে নবৌ কিঁবা এমুঠি আছে যদি খাবলৈ দিয়া। এইৰ মাকে দুইটাকে আঠীয়া কল পিঠাগুড়িয়ে জলপান এমুঠি খাবলৈ দিলে। মোক ক'লে, বৰবৌ আমাৰ বৌটিক কথাটো কবি, আৰু চেনেহীকে বৌটিৰ লগত শুবলৈ পঠাবি। দুয়োটা গ'লগৈ—।' নামঘৰীয়ানীৰ সাধু কোৱাৰ অভ্যাস? কথাবোৰ বিতং বৰ্ণনা দিয়ে। জলপান খাই গৈছেগৈ বুলি শুনি.ৰজাৰ মাক আশ্বস্ত হ'ল। হওঁক তেও মুখত টোপ এটা পৰিছে।

তামোলৰ বটাটো চপাই নামঘৰীয়ানীলৈ তামোল কাটি কাটি ৰজাৰ মাকে সুধিলে— 'হয়নে বাইদেউ, কথাটো কি? কাজিয়াখন লাগিল কিহৰ পৰা?'

'কাজিয়া লগাৰ কাৰণ ডাঙৰ নহয়। দুই ঘৰৰ সীমাত থকা বাঁহগছ এজোপাক লৈয়ে লাগিল। বাঁহ গছ বাঢ়ি যায়, সিহঁতে কি সীমা বুজি পাব? খাল খন্দা নাছিল হবলা, দুইফালে বাঁহ বাঢ়ি গ'ল। ইঘৰে কয়, মোৰ বাঁহ নেকাটিবি, সিঘৰে কয়, মোৰ বাঁহ নেকাটিবি। কথা ইমানেই, তাতে ৰঙা [illegible] হ'ল—'

'হৰি হৰি। ফিৰিঙতিৰ পৰা খাণ্ডৱ দাহ হ'[illegible]— ইমান অকণমান কথাতে ইমানখিনি হ'লগৈনে—?'

'তলে তলে কথা আছিল হবলা। খুদমনৰ সৰুজনী খুলশালিয়েকৰ মাষ্টৰৰ ভায়েকৰ লগত মনৰ মিল। মাষ্টৰৰ মাকৰ আনিবলৈ মন নাই। ওচৰতে বায়েকজনী থাকিলে বোলে বুদ্ধি দি ঘৰ ভাঙিব?'

'ইস হয়। বায়েকে ঘৰ ভাঙিবলৈ যাব কেলেই?'

'সেই লৈয়েই আজি বহুত দিনৰ পৰাই মনে মনে কাজিয়াৰ সূত্ৰপাত। কেলেই, তই নেজান নেকি?'

'জানিম নো কেনেকৈ? তুমি ক'লেহে কোৱা—'

'যাওঁ দে—' নামঘৰীয়ানী উঠিল। নাতিনীয়েক চেনেহীক ক'লে—'আই অ' আজি আইতাৰ বুকুতে সোমাই শুই থাকিবিদেই—।' বাৰীচুকৰ বাটটোৰে নামঘৰীয়ানী গুচি গ'ল। বাগিচাৰ ডাক্তৰৰ তালৈ নিছে যদি ৰজা ৰাতি ওলাবহিও পাৰে। ভাতৰ চৰুত ভাত আছেই। পিছে ল'ৰাটো ওলাই গৈছে, ভাতৰ চৌকাত জুই নজ্বলোৱাকৈ থাকিব নেপায়। চৰুটো আওখালি ৰজাৰ মাকে চাউল এমুঠি বহাই দিলে। দপদপকৈ চৌকাত জুই জ্বলি উঠিল। চেনেহীৰ টোপনি আহিব খুজিলে। তাই পীৰা দুখন জোৰা লগাই পাগ্‌ঘৰৰ মজিয়াতে দীঘল দিলে।

'নুশুবি, নুশুবি। মোৰ ভাত হবই এতিয়া। মই সাধু এটা কওঁ শুন।'

'কি সাধু আইতা?'

'পানেশৈৰ সাধু—'

চৌকাত জুই দপ্‌দপাই জ্বলি থাকিল, চৰুত ভাতে বকবকাই থাকিল, আৰু ইফালে পানেশৈৰ সাধু চলিয়েই থাকিল। ভাত হ'ল— পানেশৈৰ সাধুও চলি থাকিল। দুইজনীয়ে পাতত দিয়া কচু শাকেৰে ভাত খাবলৈ বহিল। চেনেহীৰ কাৰণে ভাততে হাঁহকণী এটাও দিয়া হৈছিল। সাধু চলিয়েই থাকিল। চেনেহীয়ে চাকিটো দেখুৱাই দিলে, ৰজাৰ মাকে বাহিৰত ভাত খোৱা কাঁহী-বাটি ধুলেগৈ। সাধু শেষ নহ'ল। দুইজনী শোৱাপাটীত পৰিলহি। শোৱাপাটীতো সাধু চলিল। সাধু শুনি শুনি চেনেহী টোপনি গ'ল। ৰজাৰ মাকে সাধু কৈয়েই থাকিল। তাই ও আ নকৰাতহে গম পালে, তাইৰু টোপনি গ'ল বুলি।

চেনেহী টোপনি গ'ল। ৰজাৰ মাকৰ সাধু কৈ থাকিবলৈকে মন গ'ল। দুৱাৰ চুকত কাঠ খৰি এছটাৰ মাজত ছোৱালী এজনী সোমাই থকা হ'লে। সকলো মানুহৰে ঘৰৰ দুৱাৰচুকত, কাঠখৰি এছটাৰ মাজত মানুহৰ অন্তহীন দুখ দূৰ কৰিবলৈ, সম্ভাবনাময় সুখৰ প্ৰতিশ্ৰুতি কঢ়িয়াই আনিবলৈ এজনী ছোৱালী লুকাই থকা হ'লে। তাই সাৰি-পুচি সমস্ত আবৰ্জনা দূৰ কৰি ঘৰখন নিকা কৰি থ'লেহেঁতেন। থকা হ'লে— লুকাই থকা হ'লে—

ৰজাৰ মাকৰ টোপনি আহিল।

## ।। এঘাৰ ।।

এৰাবাৰীৰ মাজত দিনচেৰেক সোমাই থাকি ৰামধন কেনিবা গ'লগৈ। সি সোমাই থকা ঠাইকণৰ হাবি বন, বাঁহ গছ ভাঙি মহতিয়াই মাটি ধূলিয়ৰি কৰি থৈ গ'ল। হাবিৰ মাজৰ ঠাই ডোখৰত যেন আজি অত দিনে এখন ভয়ংকৰ যুদ্ধহে চলি আছিল। ঠেং আৰু শুঁৰেৰে হাবি বন ভঙাৰ লগতে মাজে মাজে বিকট চিঞৰ। চিঞৰটো ৰাতি প্ৰবল হয়। চিঞৰটো শুনিলে মৌজাদাৰণী সাৰ পাই উঠে। বুকুখন যেন কিবা এটাই হেঁচা মাৰি ধৰি আছে, উশাহ ল'বলৈ যেন মুকলি বতাহ পোৱা নাই। চিঞৰটো শুনিলে অকল মৌজাদাৰৰ ঘৰৰ মানুহেই নহয়, অঞ্চলটোৰ মানুহেই ভয়ত বিতত হৈ থাকে। ৰামধনৰ চিঞৰ নহয় জানিবা, মহাপ্ৰলয়ৰ শব্দহে। হিলদল ভঙা বতাহ ধুমুহাৰহে শব্দ। পৰ্বত-পাহাৰ খহোৱা বৰ ভূঁইকঁপহে আহিছে যেনিবা।

ৰামধনক ঘূৰাই আনিবলৈ বহু যত্ন প্ৰবন্ধ কৰা হ'ল। সৰু সোণে কুনকী হাতী এজনী আনিও প্ৰেমধৰৰ পুতেক আৰু কলীয়া ফান্দীৰ সহায়ত চেষ্টা কৰি চালে— ৰামধনৰ ওচৰেই চাপিব নোৱাৰিলে। ৰামধনে ছিঙা শিকলিডোখৰৰ এডোখৰ তাৰ ভৰিতেই গ'লগৈ, যা লাগিব পায়। ঘাৰ বিষতে সি বলিয়া হাতীৰ নিচিনা আচৰণ কৰিছে। শিকলি ছিঙাৰ পিছতো শিকলিয়ে নেৰিলে বলিয়া হ'বলৈ বাধ্য। সেইকেইদিন হাবিলৈ ৰাইজৰ হিলদল ভঙা সোঁত। নিঃশব্দে, আলেঙে আলেঙে ৰামধনক চাইছেগৈ। কিনো হাতী নেদেখা মানুহ। কিন্তু অসহায় জৰ্জৰিত হাতী দেখাৰ সুকীয়া অভিজ্ঞতা বা আনন্দ মানুহে এৰিব নোখোজে। বিশালাকায় প্ৰাণী এটা—তাৰ কি বিলাই বিপত্তি! কি দুখ। মানুহ যিদৰে খোজেপতি, মুহূৰ্তে মুহূৰ্তে জৰ্জৰিত প্ৰাণী, এইটোৰে এতিয়া তেনে এক প্ৰাণী। বোধহয় সহানুভূতি। উত্‌নুৱা ল'ৰাবোৰে গছত উঠি গছ ভাঙো ভাঙো কৰিছে। চিঞৰি বাখৰি দপ্‌দপাই ভাগৰ লাগিলে হাবিৰ মাজতে হাতীটো শুই পৰে। দূৰৈৰ পৰা হাবিৰ মাজতে সোমাই থকা হাতীটো মানুহৰ চকুত নপৰে, কিন্তু সি মহতীয়াই থোৱা হাবি, বন, বাঁহ গছ, তাৰ জিলিকি থকা [illegible] [illegible] দুটাৰ কিছু অংশ মানুহৰ চকুত পৰে। তাকে চাই ৰাইজ যায়গৈ

ৰামধনৰ বেজাৰত ভগীৰথ মৌজাদাৰৰ ঘৰত ৰং-ৰহইচ নোহোৱা হৈছে। গোটেই হাউলীটো নিজান-নিতাল। গছে যেন পাত এখিলা লৰাবলৈকো ভয় কৰে, ফুলকেজোপাই যেন কলি এটা পেলাবলৈকো চিন্তা কৰে। গুড়গুড়িৰ নলিচা কামুৰি আৰামী চকীত মৌজাদাৰ বহি থাকে। গুড়গুড়িৰ ধপাত পুৰি ছাঁই হৈ যায়। মৌজাদাৰৰ খবৰ নাই। বাৰাণ্ডাত মুঢ়া এটাত হাতত বিচনী লৈ মৌজাদাৰণী বহিল যি বহিলেই— হাতৰ বিচনী হাততে থাকিব, ঘূৰাবলৈ খবৰেই নেথাকে। আগৰ দৰে ৰান্ধনিশাললৈ গৈ ৰান্ধনিক কি ক'ত ৰান্ধিব লাগিব, তাৰ দিহা পোহা দিবলৈকো এলাহ কৰে। মুগা সূতাৰ কাপোৰ এজুটি লগোৱাৰ কথা আছিল, উঘাত সূতা ল'বলৈ আৰম্ভ কৰিছিলহে। সূতা আধা উঘূৰা হৈ থাকিল যি থাকিলেই। মৌজাদাৰণীৰ কামলৈ মন নোহোৱা হ'ল।

বন্দনাক ঘৰতে থৈ বৰ সোণ গ'লগৈ, মাকে ক'লে— 'তাই থাকক দুদিনমান। মিতিৰ-কুটুমৰ ঘৰলৈ নিয়া হোৱাই নাই—' বন্দনা থাকিল। ঘৰখনত প্ৰথম বোৱাৰী। সকলোৰে হেঁপাহ এটা থাকেই। এবাৰ মাজতে আহিল। দুদিনমানহে থাকিল। দুদিন থাকিয়েই আকৌ গ'লগৈ। তাৰ ছুটী নাই। গুৱাহাটীৰ পৰা মাকলৈ চিঠি লিখিলে— পূজাৰ দীঘলীয়া বন্ধ পালেহে সি আকৌ আহিব। বন্দনাক নিয়া-নিনিয়াৰ কথা উল্লেখ কৰা নাই।

বন্দনাৰ গাটো বৰ ভাল নহয়। কালি ভাত খাই উঠি আহোতেই মূৰ ঘূৰাই পৰি যাবই খুজিছিল। পদুমীয়ে থাপ মাৰি ধৰিলে বাবেহে। আজি একো খাবই পৰা নাই, ৰাতিপুৱাৰে পৰা ওকালি আহি আছে। তাইৰ আচৰণ দেখি মৌজাদাৰণীৰ মনটোৱে কৈছিলেই। ভগৱানে কৰিলে পো নাতিৰ মুখ দেখিবলৈ পাব লাগে। এতিয়া এনে অৱস্থাত বন্দনাক নাও জাহাজত উঠাই নৈ পাৰকৈ পঠিয়াবলৈ মন নাই, দলং এখনো সাজি আছে বুলি তেওঁ শুনিছে। তেতিয়া এইপাৰৰ মানুহৰ গুৱাহাটীলৈ যোৱাত সুবিধা হ'ব। দলং হওক বা নহওক— গা গধুৰ মানুহ, নৈৰ ওপৰেদি যাবলৈ দিয়া অনুচিত। সেয়ে তেওঁ ঘূৰি ডাকতে বৰ সোণৰ চিঠিৰ উত্তৰ লিখিলে। 'তাইৰ গা বৰ বাৰু নহয়। নৈ পাৰকৈ নপঠাওঁ। আৰু এমাহমানৰ পিছতে পাঁচ মাহৰ পঞ্চামৃত ইয়াতে খুৱাম। সিহঁতৰ বা সেইবোৰ নিয়ম আছে নে নাই। আৰু থাকিলেও বাপেক-মাক নোহোৱা ছোৱালী— কোনে সেইবোৰ কৰিব? পাঁচ মাহ হৈ গ'লে এদিন দিন-বাৰ চোৱাই তোক খবৰ দিম, তই আহি লৈ যাবিহি। নতুবা সৰু সোণে ময়ে, মটৰখনতে গৈ তাইক থৈ আহিমগৈ। তই চিন্তা নকৰিবি—'

কানায়ে এদিন বেজ এজন লৈ আহিল। ভাটি দেশৰ মানুহ, ইয়াৰ মাত-কথা নুবুজে। আঁঠুলৈকে পৰা দীঘল জঁট বন্ধা চুলি। হাতত ত্ৰিশূল আৰু কমণ্ডলু। জোলোঙাত গছৰ শিপা, বাঘৰ দাঁত, শিহুৰ তেল, বনবৰাৰ দাঁত, হাতীৰ হিমজু

মানুহৰ লাও-খোলা, আৰু হাতৰ হাড়। মন্ত্ৰ কাৰণ জানে। হাতী কি বনৰ বাঘো বোলে মন্ত্ৰ মাতি ধৰি আনি গড়ালত সুৰ সুৰকৈ সুমুৱাই দিব পাৰে। মন্ত্ৰেৰে কালনাগকো সুৰাসুৰ কৰি ডিঙিত আৰি ল'ব পাৰে। ইমান শক্তিশালী বেজ। মুখৰ আগত তামোলৰ বটাটো লৈ আমন-জিমনকৈ ৰান্ধনিশালৰ বাৰাণ্ডাত মৌজাদাৰণী বহি আছিল। বন্দনাই বানবাটিটোত গাখীৰ চেনি সৰহকৈ দি কাড়াকৈ ক'ৰা চাহ এবাটি আনি দিছিল। চাহ চেঁচা হ'ল। চেঁচা হৈ চাহৰ ওপৰত চামনি পৰিল। এপাকত বন্দনা ওলাই আহি ক'লে—'চাহ দেখোন নেখালে মা—' মৌজাদাৰণীয়ে উচাপ খাই উঠি— 'হয়নে অ'। পাহৰিছিলোৱেই' বুলি কৈ চেঁচা পানী খোৱাদি চাহ বাটি খালে। তেনেতেই কানাই আহি উপস্থিত। 'আই তামোল এখন দিয়ক—' তামোলেৰে তাৰ মুখ এনেয়েই ৰঙা হৈ আছিলেই, তথাপিও সি মৌজাদাৰণীৰ হাতৰ পৰা তামোলখন লৈ খাই কিছুপৰ থিয়া-থি কৰি থাকিল।

'কি হ'ল অ' কানাই, কিবা কথা আছিল হবলা?'

কানাই ওচৰ চাপি আহিল—'আই জগৰ নধৰে যদি কথা এষাৰ কওঁ—'

'ক কি কথা—'

'আই, বেজ এজনৰ সন্ধান পাইছো। বৰ শক্তিশালী বেজ। ইয়াৰ নহয়—ভাটি দেশৰ। মন্ত্ৰেৰে বনৰ বাঘো ধৰিব পাৰে, মৰা মানুহো জীয়াব পাৰে'—

'পিছে কি হ'ল—?'

'ৰামধনক আনিব পৰা যায়েইবা। পা-পইচা একো নলয়, হাতীটো ধৰি অনাৰ পিছত যি দিয়ে সেয়েই হব—'

'সঁচা জানো? বেজৰ ইমান শক্তি আছেনে?'

'সঁচা আই—'

'বেজ থাকেনো ক'ত?'

'শ্মশানতহে থাকে। গৃহস্থী ঘৰত নেথাকে। খোৱা-বোৱাও নকৰে। কিবা খাবলৈ দিলেও বাহিৰলৈ নিহে খায়গৈ—'

'হয় নেকি? মই বাৰু দেউতাৰক সুধি চাওঁ—'

'দেউতা আৰু সৰু ককাইদেউক জনাব নেলাগে। কামটো হৈ গ'লে এনেও গম পাবই। দেউতাহঁতে এইবোৰ বিশ্বাস নকৰে—'

মিছাও নহয়। ভগীৰথ মৌজাদাৰৰ বেজৰ ওপৰত সমূলিয়েই বিশ্বাস নাই। সৰুকণো বাপেকৰ দৰেই। তাতে তাৰ ডেকা তেজ অনবৰতে বক্‌বক্‌কৈ উতলি থাকে। সি বেজক মাৰপিট কৰিবলৈকো যাব পাৰে।

'পিছে কথা এটা নহয় কানাই, বেজ আহিব, পূজা-পাতল কৰিব, দেউতাৰহঁতে গম নেপাব জানো?'

'বেজে পূজা মৰিশালিতহে কৰিব আই—' কানায়ে ক'লে।

'আপোনাক কিবা তাবিজ এটা দিব। তেখেত এবাৰ ইয়ালৈ আহিব। মই দুপৰীয়া সৰু ককাইদেউ নেথাকোতে, দেউতা শুবলৈ লওঁতেহে লৈ আহিম—'

'সঁচাকৈয়ে ৰামধনক ঘূৰাই আনিব পাৰিবনে?'

'মৰা মানুহ জীয়াইছে। সিদিনা মোৰ চকুৰ আগতে কাল ফেঁটী এজনী ধৰি ডিঙিত মেৰিয়াই লৈছে। হাতৰ মুঠিৰ পৰা ভস্মধূলা উলিয়াইছে। নোৱৰাৰ কাৰণ নাই। ৰাইজক সুধিলেই গম পাব—'

'বাৰু তই মনে মনে এবাৰ লৈ আহিবিচোন—'

কানাই পাগ্ঘৰৰ পিছফালৰ বাৰাণ্ডাখনলৈ গুচি গ'ল। পদুমীক খুজি চাহ-পানী এবাটি খাবগৈ চাগৈ। কানাই যোৱাৰ পিছতো মৌজাদাৰণী বহুত সময় বহি থাকিল। কানাই হেবাংটোৰ কথা সঁচানে বাৰু? এনে ঘটনা ঘটেনে? লাহে লাহে কানাইৰ কথাত তেওঁৰ বিশ্বাস হ'বলৈ ধৰিলে। পৃথিবীৰ বহু ৰহস্যই আমি এতিয়াও উদঘাটন কৰিব পৰা হোৱাগৈ নাই। কিজানি এইটোও তেনে বহু অনুদ্ঘাটিত ৰহস্যৰে এটা ৰহস্য। হয়নে? হ'বওতো পাৰে। তাতোকৈও ডাঙৰ কথা, পানীত পৰা মানুহৰ বাবে তৃণ কুটাডালেই দেখোন পৰম আশ্ৰয় হ'বলৈ বাধ্য। হয় হয়, ৰামধন উলটি আহিব। সেই মৰা মানুহ জীয়াব পৰা মহাশক্তিশালী বেজৰ মহাশক্তিশালী কবচ তেওঁ যিদিনাই ধাৰণ কৰিব, তাৰ পোন্ধৰ দিনৰ পিছতেই ৰামধন আহি ওলাবহি।

দুপৰীয়া ভাত খাই উঠি মৌজাদাৰ বিছনাত পৰিলগৈ। সৰু সোণ কেনিবা ওলাই গৈছে। হালোৱা হজুৱা ৰান্ধনি, সকলো জিৰাইছে। বাহিৰৰ অফিচঘৰত মহৰীয়েও মানুহ বহিবলৈ যোৱা বেঞ্চখনতে দীঘল দিছে। দুপৰীয়াৰ ৰিঙা ৰিঙা লগা নিস্তব্ধতা, হাতত সাৰে ভৰিত সাৰে কানাই আহি মৌজাদাৰণীৰ ওচৰ পালেহি।

'আই, বেজজন আহিছে—'

'আহিছে নেকি? ক'ত আছে?'

'ভঁৰাল ঘৰৰ ওচৰত—'

ওৰণিখন টানি লৈ মৌজাদাৰণী ভঁৰালৰ ওচৰ পালেগৈ। এফালে গুটি ধান, এফালে গচি ধান থোৱা ভঁৰাল দুটাৰ মাজৰ আহল-বহল চালিখনৰ তলতে বেজ বৈ আছিল। মৌজাদাৰণী ওচৰ চাপি গ'ল। ভয়ংকৰ চেহেৰা। গোটেই গাত ভস্ম সানি বগা হৈ আছে। কপালত সানি লোৱা ভস্মৰ ওপৰত দুই চেলাউৰিৰ মাজৰ পৰা চুলিৰ ওচৰলৈকে দীঘলকৈ লোৱা সেন্দূৰৰ দুডাল ৰেখা। ভৰিত খৰম। ভৰিৰ বুঢ়া আৰু তৰ্জনী আঙুলিৰে চেপা মাৰি ধৰিছে খৰমৰ টুপাটো। পিন্ধনত ৰক্তবস্ত্ৰ। বুকু আৰু পিঠিৰ ফালে পৰি আছে আঁঠুৰ তললৈকে পৰা জঁট বন্ধা চুলি। চকুকেইটা পকা অঙঠাৰ দৰে ৰঙা। মৌজাদাৰণী ওচৰ চাপি গ'ল। বেজে ভঙা ভঙা অসমীয়া আৰু হিন্দী কয়। বুজি পোৱাত মৌজাদাৰণীৰ অসুবিধা নহ'ল।

'তোৰ হাতী হেৰাইছে?'

মৌজাদাৰণীয়ে হয় বুলি ক'লে।

'আগতেও এবাৰ গৈছিল, আকৌ ঘূৰি আহিছে—'

'তোৰ ঘৰত নাতি এটা জন্ম হ'ব। বৰ সৌভাগ্যশালী হব তোৰ নাতি। তোৰ অৱস্থা আৰু ভাল হব। সাতটা হাতী হ'ব— বহুত ধন।'

মৌজাদাৰণীৰ মুখৰ মাত হেৰাইছিলেই। হয়—হয়—হয়। কেনেকৈ জানিলে ইমানবোৰ কথা? এটা কথাওতো অসত্য নহয়। কেনেকৈ জানিলে? কি দৈৱ শক্তি?

'তোৰ হাতী ঘূৰি আহিব। বেছি দূৰলৈ যাব নোৱাৰে। জয় মা। জয়তু ৰক্ষাকালী, কৰালবদনী—' সন্ন্যাসীয়ে হাতযোৰ কৰিলে। 'মই তোৰ হাতী ঘূৰাই আনিব নোৱাৰো। মোৰ সিমান শক্তি নাই। মাই ঘূৰাই দিব। মাক সন্তুষ্ট কৰিব লাগিব। তোক এটা তাবিজ দিম। শনিবাৰে গা ধুই উঠি ভক্তিভাবেৰে তই তাবিজ ধাৰণ কৰিবি। পোন্ধৰ দিনৰ ভিতৰত হাতী হাজিৰ হবহি। এতিয়া পূজাৰ বাবে অলপ খৰচ কৰিব লাগিব—'

আগলি কলাপাত এখিলাত পাণ-তামোল এযোৰ, আধলি এটা আৰু গামোচা এখন মৌজাদাৰণীয়ে লৈয়েই গৈছিল। বেজ বহি থকা বাঘৰ চালখনৰ কাষতে মাটিকণত মোহাৰ এটা মাৰি মৌজাদাৰণীয়ে বস্তুকেইপদ আগবঢ়াই আঁঠু ল'লে।

'মাই ৰক্ষা কৰক। জয় মা, জয় মা, কৰাল বদনী—' তান্ত্ৰিক বেজে হুংকাৰ চাৰিলে। পূজাৰ বাবে ৰূপ একুৰি, গৰু ঘিউ এপোৱা, সোণ, ৰূপ, ক'লা মাছ, ক'লা পাৰ, ৰঙা কাপোৰ এডোখৰ আৰু নৈবেদ্য উপকৰণ কি দিয় কালিলৈ দি পথাবি—'

'হয় প্ৰভু—' মৌজাদাৰণীয়ে ক'লে।

পিছদিনা মৌজাদাৰণীয়ে কানাইৰ হাতত ৰূপ একুৰি, ঘৰত কৰা গৰু ঘিউ এপোৱা, সোণৰ মণি এটা, এটা ৰূপৰ টকা, কল, বুট, মগুমাহ, নাৰিকল, শলা, বন্তি, বন্তি জ্বলাবলৈ এপোৱা মিঠাতেল, শ'ল মাছ দুটা, ক'লা পাৰ এযোৰ, এডোখৰ ৰঙা কাপোৰ, গামোচা আৰু দক্ষিণা আৰু বেলেগে দক্ষিণাসহ সিধা এটা তান্ত্ৰিক বেজলৈ দি পঠালে।

এসপ্তাহ হ'ল। বেজে পূজা কৰিলেনে নাই খবৰ ল'বলৈ তেওঁ কানাইক পঠাই দিলে। কানায়ে খবৰ লৈ আহিল। আঁউসীৰ দিনা পূজা কৰা হ'ল। বেজে কানাইৰ হাতত তাবিজ এটাও দি পঠালে। ৰঙাফুল আৰু সেন্দূৰত লেটি-পেটি হোৱা কলপাতত বন্ধা তাবিজটো কানাইৰ হাতৰ পৰা লওঁতে মৌজাদাৰণীৰ গাটো সিৰসিৰাই গ'ল। আছে, আছে। তাবিজৰ গুণ আছে। তেওঁ গোসাঁইঘৰত শলা-বন্তি এগচি লগালে, আৰু সভক্তিৰে কঁকালত তাবিজটো পিন্ধি ল'লে।

তাবিজ পিন্ধাৰ পিছত পোন্ধৰ দিন বাট চাবলৈ সন্ন্যাসী বেজজনে কৈছিল। পোন্ধৰ দিন নেলাগে এসপ্তাহেই হ'ল কি নহ'ল কানায়ে ফোপাই-জোপাই আহি খবৰ এটা দিলে— 'আই সৰ্বনাশ হ'ল, সন্ন্যাসী নাই—'

মৌজাদাৰণীৰ গাটো আকৌ এবাৰ সিৰসিৰাই গ'ল।

'কি হ'ল কানাই? কেনি গ'ল—?'

'কথা ডাঙৰেই—' কানায়ে কান্দিবলৈ ধৰিলে।

লম্বোদৰে বিয়া কৰোৱা বছৰচেৰেক হ'ল— ল'ৰা-ছোৱালী নাই। লম্বোদৰে ল'ৰা-ছোৱালীৰ এটাকৈ নিজৰ লগলৈ আনি নিজাকৈ ল'ব বুলি সিদ্ধান্তই কৰিলে। ঘৈণীয়েক পাৰ্বতীৰ মন নাই। শিমলু কি চন্দন হয়, পৰ কি আপোন হয়? লোকৰ ল'ৰা আনি তুলি-তালি মৰম-আদৰ কৰি বুকুত ভৰাই লোৱাৰ পিছত ডাঙৰ হৈ যদি ভুৰুংকৈ উৰা মাৰে? এনে সময়তেই গাঁৱত সন্ন্যাসীজন আহি ওলালহি মৰা মানুহ জীয়াব পৰা শক্তি লৈ। পাৰ্বতীয়ে বৰকৈ ধৰাত লম্বোদৰে এদিন তাইৰ সৈতে আহি বাবাৰ ভৰিত দীঘল দি পৰিলহি। সন্ন্যাসী সকলো শুনি ল'ৰা দিব পাৰিম বুলি ক'লে। ঔষধো খাব লাগিব, পূজা-পাতলো কৰিব লাগিব। পূজাত পাৰ্বতী অকলে থাকিব লাগিব। তাকো সন্ধিয়া পৰত। পাৰ্বতী অকলেই আহিল। কিবা এটা চিন্তা কৰি ভায়েকৰ সৈতে লম্বোদৰেও তাইৰ পিছ ল'লে। তাই ভিতৰ সোমাল আৰু কিছু পৰৰ পিছত চিঞৰি-বাখৰি দৌৰ মাৰি বাহিৰলৈ ওলাই আহিল। সন্নাসী বোলে সন্ন্যাসী নহয়—, মহাভণ্ড নৰপিশাচ। সি বোলে তাইক ভিতৰ সুমুৱাই নি বস্ত্ৰ হৰণ কৰিব খুজিছিল। ভাগ্যে সি থকা ঘৰটো মৰিশালিত মৰা খৰি দিবলৈ যোৱা মানুহ বৰষুণে বাদলে সোমাব পৰা সৰু জুপুৰি। বেৰ আছে, দুৱাৰ নাই। দুৱাৰ নাই বাবে তাই একেচাটেই ওলাই আহিবলৈ সুবিধাকে পালে। নহ'লে কি কৰিলেহেঁতেন ঠিক নাই। লম্বোদৰৰ ভায়েকে লগৰ ল'ৰা কেইটামান গোটাই তাক এপিটন দিওঁগৈ বুলি গৈছিলেই। কিবা উমান পাই সি পলাল। তাৰ জঁটাডালহে সিহঁতে ঘৰৰ ভিতৰত পালেগৈ। এতিয়া পাৰ্বতী কান্দি-কাটি পাগলীজনী হোৱাদি হৈছে বোলে। 'আই এই কথা—' কানায়ে মৌজাদাৰণীৰ ভৰিত ধৰিব খুজিলে। 'সি হেনো অইন ঠাইতো এনেকুৱা কৰিছে। মাটিৰ তলত কালি মূৰ্তি আছে। মহাকালীয়ে হেনো তাক সপোনত দেখুৱাইছে। 'ৰাজহুৱা পুখুৰীটোৰ পূবদিশে থকা বেলগছজোপাৰ তলতে মই কেবাশ বছৰ ধৰি পৰি আছো। কোনেও মোক ইয়াৰ পৰা তুলি নিয়া নাই। তই তুলি নে। মই আৰু ইয়াত নেথাকো।' ৰাইজৰ পইচাৰে পূজা-পাতলৰ ব্যৱস্থা কৰা হ'ল। ফুল তুলসী, দুবৰি আৰৈ চাউল ছটিয়াই ধূপ-ধূনাৰ ধোঁৱাৰে গোটেইখন ধুঁৱলি-কুঁৱলি কৰিলে। বেলৰ তলত ফুল-তুলসী পৰ্বতপ্ৰমাণ দ'ম হ'ল। কলহে কলহে পানী ঢলা হ'ল। পূজা কৰি আছে, পূজা কৰি আছে। পুখুৰীৰ পাৰ, বেলৰ তল লোকে লোকাৰণ্য। সন্ধিয়া পৰত ফুলৰ দ'মত ফাঁট মেলিলে। কালী গোসাঁনীৰ মূৰ্তি ওলাল। ৰাইজে সন্ন্যাসীৰ চৰণত সাধ্যানুসাৰে দান-দক্ষিণা দিলে। পূজা-পাতল সামৰি সি গ'লগৈ। পিছতহে ৰাইজে গম পালে।

মাটিত সৰুকৈ গাঁত এটা কৰি গাঁতটো বুটমাহেৰে পূৰাই তাৰ ওপৰত কালী গোঁসানীৰ মূৰ্তি এটা সি আগদিনাই থৈ ৰাতিপুৱাই ফুল-তুলসীৰে ঢাকি থৈ দিছিল। পানী পাই বুট মাহ কুমলি ওপৰলৈ ওফন্দি আহি ওপৰত ফুল-তুলসীৰে ঢাকি থোৱা মূৰ্তিটো হেঁচা মাৰি উলিয়াই দিলে। ৰাইজৰ চকুত সি ধূলি মাৰি ৰাইজকে লুটিলে। আই, ইয়াৰ সমান নৰাধম নাই। আকৌ এবাৰ—

গোটেই সময়খিনি মৌজাদাৰণী মনে মনে আছিল। এইবাৰ মাত মাতিলে— 'বাৰু কানাই তই যা—'

'আই আপুনি মোক অবিশ্বাস নকৰিব। মই ভাল ভাবত হে বেজক মাতি আনিছিলো। আপোনাৰ আঁৰ হম আই—'

'তোক অবিশ্বাস কৰা নাই অ' কানাই—'

'আই, আপুনি মোক মৰিয়াই মাৰক। দেউতাইঁতক এই কথা নকব—'

'জীৱনত মই দেউতাৰক লুকুৱাই এইটো কামেই কৰিছিলো। তোক মই বেয়া পোৱা নাই। ময়েই নুবুজিলো, তই কি বুজিবি? পিছে, দেউতাৰক মই কথাটো কম, তোক একো নকৰে যা—'

গামোচাৰ আগটোৰে চকুপানী মোহাৰি মোহাৰি কানাই গ'লগৈ। মৌজাদাৰণীয়ে তাবিজটো আঁজোৰ মাৰি ছিঙি চুৱা পাতনিলৈ দলিয়াই দিলে। ৰাতি শুবলৈ লৈ ভগীৰথ মৌজাদাৰক ক'লে— 'আপোনাক জানিবলৈ নিদিয়াকৈ মই এইবাৰেই এটা কাম কৰিছিলো—'

'হো—' মৌজাদাৰৰ টোপনি আহিব খুজিছিল হ'বলা।

'আপুনি শুলে নেকি? শুনিছেনে, আপোনাক নজনোৱাকৈ—'

'জানো—'

'কেনেকৈ জানিলে—?'

'জানিলো—'

'আপুনি মোক একো নকয়নে?'

'তোমাৰ নিজৰ জগত এখন আছে। তোমাৰ নিজা বিশ্বাস-অবিশ্বাস আছে। বিশ্বাস আৰু অবিশ্বাসৰ মাজৰ মাত্ৰাডাল বৰ ক্ষীণ। কাৰণ, অবিশ্বাসৰ পৰাই বিশ্বাস আৰু বিশ্বাসৰ পৰাই অবিশ্বাসৰো জন্ম। কথাটো তুমি এইবাৰ নিজেই বুজিলা—'

মৌজাদাৰণী কাটি হৈ আছিল। এইবাৰ তেওঁ পোন হ'ল আৰু এন্ধাৰতে চকু মেলিলে। একোৱেই দেখা নাযায়। খালি উমান পাব পাৰি— অনুভৱ কৰিব পাৰি! ওচৰতে মানুজন শুই আছে। তেখেতৰ নাকৰ শব্দ হৈছে। মৌজাদাৰণীয়ে একো দেখা নাই। খালি নিজৰ সমগ্ৰ সত্তাৰে মানুহজনক অনুভৱ কৰিছে।

## ।। বাৰ ।।

দিনত ৰজাই বাৰীৰ পৰা বাঁহ এডোখৰ কাটি আনি কৰালি থৈ মাকক ক'লে—'বৌটি ৰেৱতীৰ ফুল বছা কাঠীকেইডাল এইবাৰহে হ'বগৈ। খেতিৰ পৰা উঠিয়েই ভাওনাত লাগিলো, এতিয়াহে সময় পাইছো—'

'এৰা পাই, ছোৱালীজনীয়ে সিদিনাও মোক লগ পাই সুধিছিল,'

'এইবাৰ চাঁচি দিম দে—'

ৰাতি ভাত-পানী খাই মাক-পুতেক দুইটাই শুলেগৈ। ৰাতি পুৱাবৰ সময়ত তাৰ জাৰ লাগিল। শুই থকা বাঁহৰ চাংখনৰ পৰা নামি সি মাক শোৱাপাটীখনলৈ আহিল। খেপিয়াই খেপিয়াই মাকৰ গাত হাত দি সি ক'লে, 'বৌটি, সিফাললৈ যা। মই ইয়াতে শোওঁ—'

মাকে সাৰ পালে—'কি হ'ল, কিবা সমাজিক দেখিলি নেকি?'

'নাই দেখা—'

ৰজা মাকৰ ওচৰতে শুই পৰিল। চাদৰৰ আঁচলটোৰে একাঁচল তাৰ গাৰ ওপৰত দি মাকে তাক বুকুলৈ ভৰাই ল'লে। 'আহ মোৰ বুকুলৈ' মেকুৰী পোৱালিটোৰ দৰে ৰজা মাকৰ বুকুলৈ সোমাই গ'ল। দিনৰ দিনটো ঘৰৰ কামে বাহিৰৰ কামে ঐদহে-বৈদহে ঘূৰি ফুৰা বনৰীয়া ল'ৰাটোক মাকে লগেই নেপায়। ল'ৰা ডাঙৰ হৈছে। ডেকা হ'ল। এতিয়াও কেঁচুৱাটো হৈয়েই আছে। ৰজাৰ মূৰৰ চুলিবোৰত মাকে হাত ফুৰাই দিলে। আগতে শোওঁতে পিঠিখন মোহাৰি নিদিলে তাৰ টোপনিয়েই নাহিছিল। এতিয়া পিঠিখনো মোহাৰি দিলে।

মাকৰ চাদৰৰ আঁচলটোৰে গাটো ঢাকি লৈ ৰজা টোপনি গ'ল। ৰজাৰ মাকৰ বুকুখন ভৰি পৰিছে। তাৰ মূৰত হাত ফুৰাই ফুৰাই এসময়ত মাকো টোপনি গ'ল। ফেচু চৰাইটোৱে মাতোতে সাৰ পালে। বেৰৰ জলঙাৰে ৰাতিপুৱাৰ পোহৰ সোমাইছে। ৰজাই সাৰ পায় বুলি মাক বৰ সাৱধানেৰে মাটিলৈ নামিল। বেৰৰ ডাঁৰ ডালত ওলমি থকা পুৰণি এৰীয়া চাদৰখন ৰজাৰ গাৰ ওপৰত দি, ৰজাই গাত লৈ থকা পুৰণি এৰীয়া চাদৰখন টানি আনিলে। চাদৰখন টানি আনোতে সি সাৰ পাব

বুলি মাকে ভাবিছিল। সাৰ নেপালে। ৰজাৰ তেতিয়া ভৰপক টোপনি। দুৱাৰৰ ভাংডাল খুলি ৰজাৰ মাক বাহিৰ পালেহি।

ৰাতি নিয়ৰ পৰিছিল। গছৰ পাতত তেতিয়াও নিয়ৰ লাগি আছিল। আকাশখন শান্ত। পুঠিমাছৰ বাকলিৰ দৰে চকলা চকল ডাৱৰবোৰ ৰাতিপুৱাৰ শান্ত আকাশখনত বগাই ফুৰিছিল। ভাদ মাহ যাওঁ যাওঁ হৈছে। গুৰু দুজনাৰ তিথিও হৈ গ'ল। তিথিত গাঁৱৰ ৰাইজে ভাওনাও পাতিলে, গাঁওখনৰ বিয়া দি উলিয়াই দিয়া ছোৱালীবোৰক ভাওনা চাবলৈ বুলি ভায়েক-ভনীয়েকহঁত গৈ লৈ আহিলগৈ। দ্ৰোণ পৰ্ব-ভাওনাত ৰজাই অৰ্জুনৰ ভাও লৈছিল। সি বৰ ধুনীয়া ভাও দিলে। ৰাইজে শলাগি গ'ল।

আহিন মাহ সোমাওঁ সোমাওঁ। পথাৰৰ ধান গছবোৰলৈ কজলা ভাব এটা আহিছেই। শেষ আহিনৰ পৰা ধান গাখীৰতী হ'ব। ধাননিৰ মাজৰ বাটেৰে অহা-যোৱা কৰা মানুহে গাখীৰতী ধানৰ ফোঁট ল'ব।

চোতালতে বৈ ৰজাৰ মাকে পূব আকাশলৈ চাই আছিল। বেলি ওলোৱাই নাই। অলপ পিছতে বেলি ওলাব। পূব আকাশৰ বেলি ওলোৱা ঠাইকণত ৰঙা ৰং বিয়পি পৰিছে। লাহে লাহে ৰঙা ৰংটো গোটেইখন আকাশলৈকে বিয়পিব। আকাশৰ পৰা ফেনে-ফোটোকাৰে বাগৰি অহা ৰংবোৰ মাটিলৈ নামিব। গছৰ পাতলৈ আহিব, ঘৰৰ চাললৈ আহিব। খাল বাম একাকাৰ কৰি ৰংবোৰে কিজানি মানুহৰ মনো চুবহি।

ৰজা শুই উঠা নাই। মাকে ঘৰ-চোতাল সাৰিবলৈ লাগিল। তাৰ পিছতহে গা ধুই ভিতৰ সোমাবহি। গা ধোৱাৰ আগতে বাহিৰৰ পৰা চালে— ৰজা শুয়েই আছে। গাত মাকে পেলাই থৈ অহা পুৰণি এৰীয়া চাদৰখনেৰে গা-মূৰ ঢাকি লৈ সি শুই আছে। মাত্ৰ সৰু গাঁঠিৰ পৰাহে তাৰ ভৰিৰ সিডোখৰ ওলাই আছে। আজি তাক টোপনিয়ে ইমানকৈ হেঁচা মাৰি ধৰিছেনে? ধৰিবও পাৰে। দিনৰ দিনটো বনে-কন্দৰে, পৰ্বতে-পাষণ্ডে ঘূৰি ফুৰা ল'ৰা, তাতে ভাওনাতো বৰকৈ লাগিবলগীয়া হ'ল। টোপনি ক্ষতি হৈছে। এতিয়া সুবিধা পাই টোপনিয়ে হেঁচা মাৰি ধৰিবই।

ৰজাৰ মাকে, গা ধুই তিতা কাপোৰেৰে চটপ চটপকৈ ভিতৰলৈ সোমাই আহি সলাবলৈ বুলি শুকান কাপোৰ বিচাৰি থকালৈকে ৰজা শুয়েই উঠা নাই। বেৰৰ জলঙাৰে ৰ'দৰ জিলমিলনি আহি তাৰ গাত পৰিছে। কাপোৰ সলাই তিতা কাপোৰযোৰ বাহিৰৰ কাঠৰ কাপোৰ ধোৱা চৰিয়াটোত পেলাই থৈ অহালৈকে একেই— ৰজাৰ টোপনি ভঙাই নাই।

কি হ'ল? টোপনিয়ে হেঁচা মাৰি ধৰে বুলিনো তাক এনেকৈ ধৰিছেনে? আনকালে সি ইমান পৰলৈ শুয়েই নেথাকে দেখোন। ৰজাৰ মাকৰ কথাটো কিছু অস্বাভাৱিক যেন লাগিল।

গা ধুই আহিছে। গোসাঁইৰ আগত মূৰটোও দোঁওৱা হোৱা নাই। বাকী কামবোৰ তো আছেই। এতিয়া বাহী শোৱাপাটীখন চুই ল'ৰাটোৰ কি হৈছেনো বুলি সোধাটোও নিয়মৰ বাহিৰৰ কথা। শোৱাপাটীৰ ওচৰলৈ গৈ নিজৰ পিন্ধা কাপোৰযোৰ কোঁচাই ৰজাক মাকে মাতিলে— 'বোপাই উঠ, আৰুনো কিমান শোৱ?' ৰজাৰ সাৰ পোৱাৰ লক্ষণ দেখা নগ'ল। 'উঠ বেলি মূৰৰ ওপৰ পাবহি এতিয়া।' ৰজাই মূৰৰ কাপোৰখন আঁতৰাই মাকলৈ উদভ্ৰান্তৰ দৰে চালে— 'কি হ'ল?'

তাৰ চাৱনিটো মাকৰ কিছু আচহুৱা যেন লাগিল। চকুকেইটা লাটুমণি গুটিৰ দৰে ৰঙা হৈ আছে। সি চকু মেলি চাইছে যদিও বোধহয় একো দেখা নাই। কি হৈছে তাৰ? ৰজাৰ মাক আৰু অকণমান ওচৰ চপি গ'ল। 'বোপাই, কি হৈছে তোৰ? গা অসুখ নেকি?' ৰজাই আকৌ চকু মেলিলে। তাৰ ৰঙা চকু দুটাৰ উদভ্ৰান্ত চাৱনিয়ে মাকক ভিতৰলৈকে দেই-পুৰি নিলে, ধুতি-অধুতি, নিয়ম-অনিয়মৰ কথাটো বাদ দি মাকেও তাৰ কপালত হাত থ'লে। তাৰ কপালখন শাওণমহীয়া দুপৰীয়া ৰ'দৰ তাপত তলত হৈ থকা পথাৰখনৰ দৰেই তপত। ৰজাৰ জ্বৰ উঠিছে।

মুহূৰ্ততে ৰজাৰ মাকৰ ভৰিৰ তলৰ মাটিখিনি তলং-ভটং কৰিবলৈ ধৰিলে। অসুখ-বিসুখ নোহোৱা ল'ৰাটোৰ হঠাতেই কিয় জ্বৰ উঠিবলৈ পালে? উদভ্ৰান্তৰ দৰে গৈ ৰজাৰ মাকে গোসাঁইৰ আগৰ ঠাইকণ মোহাৰ মাৰি তামোল-পাণ এযোৰ আৰু পইচা চাৰি অনাৰ টোপোলা এটা আগবঢ়ালে। প্ৰথম চিকিৎসা, তাৰ পিছত পানীত তিয়াই গামোচাখনেৰে তাৰ মুখ-হাতবোৰ মচি দিলে। কপালত তিতা গামোচাখন জাপি দি বিচনীখন লৈ ৰজাৰ মাক পুতেকৰ ওচৰত বহিল, বিচনী মাৰি মাৰি মাকে একান্ত মনে পুতেকৰ কপালত হাত দি জ্বৰ পৰীক্ষা কৰি ভগৱানক প্ৰাৰ্থনা কৰিবলৈ ধৰিলে। ছটা ল'ৰা-ছোৱালী মৰি এটা থাকিলগৈ। এতিয়া কণা গোসাঁয়ে কি কৰে? তোমাৰ আৰু ৰং চাবলৈ আছেনে ৰং চোৱা গোসাঁই? এই বুঢ়ীজনীৰ শুকান হাড়কেইডাল কণ কণকৈ বাজে। বুকুৰ আমঠু শুকাই গৈ ক'লা পৰি শুকান গোবৰৰ খুটি হয় আৰু কিমান চাবা?

বিচনী মাৰি মাৰি মানুহজনী বহি থাকিল। ৰজাৰ জ্বৰ নকমিল। কোনো এটা অহাও নাই। বাহিৰলৈ গৈ কাৰোবাক যে খবৰ দিব তাৰো উপায় নাই। ল'ৰাটো এৰিব নোৱাৰি। অৰ্জুনৰ ভাও দিওঁতেই মাকে বুজিছিল। তাতে দহখন গাঁৱৰ গএগ্ৰায়ো ভাও ভাল হোৱা দেখি হায় ঐ বিঐ কৰিছিল। তিনটা মেডেলো পাইছিল। তাতে মুখ লাগিল। এতিয়া ফল ভুগিছে।

বেলিটো আহি চোতালৰ কৰ্দৈ গছজোপাৰ ওপৰত কিছুপৰ ৰ'লহি। তাৰ পিছত ৰজাৰ মাকে উমান পালে, বেলিটো লাহে লাহে সিফাললৈ গৈ আছে। আহিনমহীয়া বেলি। ওলাওতে সময় লাগে, ট ট কৈ ওলাই আহে। সোমাবলৈ

বেছি সময় নেলাগে। ৰজাৰ মাকৰ হাত-ভৰিত বৰভুঁইকঁপৰ জোঁকাৰণিহে উঠিল। সিফালে শোৱাপাটীত ৰজাই ইফাল-সিফাল কৰা নাই। চকু মেলা নাই। আনকি উস-আসো কৰা নাই। দিনটো যেন-তেন, যাবগৈ, ৰাতিটো? দীঘল ৰাতি, এনেয়েই নেযায়-নুপুৱায়। আজি কি হ'ব? কোনোবা এটা অহা হ'লে!

'সখি— অ' সখি—'

বহি থকা অৱস্থাতে ৰজাৰ মাকৰ মূৰটো আচন্দ্ৰাই কৰিছিল। তেনেতেই কাণত পৰিল নাকেৰে মতা গোবৰ্দ্ধনৰ মাত। নেপালী ল'ৰা। ৰজাৰ স'তে সখি পাতিছিল। সেই সূত্ৰেই ল'ৰাটো মাজে মাজে আহে।

ৰজাৰ মাকৰ কাণত জানিবা গোবৰ্দ্ধনৰ মাত নহয়, ভগৱানৰ মাতহে পৰিল। কি জানিবা গোবৰ্দ্ধনৰ ৰূপত ভগৱানেই আহিছে। মানুহজনী থিয় হ'ল আৰু একে কোবেই বাৰাণ্ডালৈ ওলাই আহিল। গাখীৰৰ চুঙা দুটা লৈ চোতালৰ মূৰত গোবৰ্দ্ধন ৰৈ আছিল। ৰজাৰ মাকৰ উদ্‌ভ্ৰান্ত চেহেৰা দেখি সি কিবা অনুমান কৰিলে হ'বলা, নাকেৰে মাতটো উলিয়াই ক'লে— 'কি হ'ল মাই? সখিৰ কিবা হৈছে নেকি?' সখিয়েকৰ মাক, তাৰো মাক। 'সখিয়েৰৰ কি হ'ল চাহিচোন। নেমাতেও, নোবোলেও, চকুও নেমেলে, শোৱাপাটীতে পৰি আছে—' গোবৰ্দ্ধন ভিতৰ সোমাই আহিল। সি ৰজাৰ ওচৰ চাপিল আৰু বেৰৰ জলঙাৰে অহা পোহৰতে তাৰ মুখখন চালে। ৰজাৰ গাত হাত দি সি মাতিলে— 'সখি, হেৰা সখি'।

ৰজাই চকু মেলিলে। ডাঙৰ নিচাই ধৰা মানুহৰ দৰে তাৰ চাৱনি। চকুকেইটা শিমলু ফুলৰ দৰে ৰঙা। ঘোৰ কটাই নাই। গোবৰ্দ্ধনে আকৌ মাতিলে— 'সখি হেৰা সখি—'

'হো—ও—ও—' ৰজাৰ মাত অস্পষ্ট, জিভাত জড়তা।

'কোন? অ' সখি—'

'কি হ'ল তোমাৰ—?'

'গাটো অলপ বেয়া লাগিছে।' ৰজাই গাৰুটোত ভৰ দি বেৰত আঁউজি শোৱাপাটীতে বহিব খুজিলে। গোবৰ্দ্ধনে সহায় কৰি দিলে।

'চাওঁ মাই। তপত পানী অলপ আনাগৈ। সখিৰ হাত-মুখবোৰ ধুৱাই দিওঁ—' গোবৰ্দ্ধনে অনা গাখীৰৰ চুঙা দুটা লৈ ৰজাৰ মাক পাগ্‌ঘৰ পালেগৈ। জুহালত আজি জুই ধৰা হোৱাই নাই। তুঁহজুই কুৰা ফুৱাই ফুৱাই জুই জ্বলাওতে ৰজাৰ মাকৰ চকুপানী ওলাল। পানী গৰম কৰি চাহ কৰা টেকেলিটোও জুহালৰ ওপৰৰ হাকোটাডালতে ওলোমাই দিলে।

গোবৰ্দ্ধনে ধৰি ধৰি ৰজাক বাহিৰলৈ লৈ আহিল। বাহিৰত গৰম পানীৰে ৰজাই নিজেই মুখ-হাতবোৰ ধুলে। চাহৰ পানী উতলিল, টেকেলিত চাহপাত দুটামান

পেলাই গাখীৰৰ চুঙাৰ পৰা গাখীৰো আধা বাটিমান পেলাই দিলে। চাহ হৈ গ'ল। ৰজালৈ বেলেগে নিমখ দিয়া ৰঙা চাহ। কাঁহী এখনৰ ওপৰত বাটি তিনিটা উঠাই কলপাতত গুড় এখামোচ লৈ ৰজাৰ মাক বাহিৰ পালেহি। 'বোপাই পানী অকণমান খা—' দুয়োটালৈকে চাহৰ বাটি আগবঢ়াই দি এটা বাটি নিজেও লৈ ৰজাৰ মাক মাটিতে বহিল। বাহী পাটী চুইছিল— আকৌ গাটো তিয়াব লাগিছিল। ৰজাৰ মাকৰ মনত নপৰিল।

'জলপান এমুঠিও খাবি। এতিয়া শুদা পানীকে খা—' ৰজাৰ মাকে গোবৰ্দ্ধনক ক'লে।

চাহ খাই গোবৰ্দ্ধন উঠিল। অকলে বুঢ়ীজনীয়েনো কি কৰিব? গৰু-ছাগলী বান্ধতে আছে। সি গৰুকেইটা লৈ পালত দিবলৈ বুলি ওলাই গ'ল। কিছু সময় বাৰাণ্ডাত বহি থাকি ৰজাও শোৱাপাটী পালেগৈ। মাকে অকলে অকলে চাহৰ বাটিকেইটা আৰু তামোলৰ বটাটো আগত লৈ বহি থাকিল। উঠিবৰ মন যোৱা নাই। গোবৰ্দ্ধনক দেখি মনটো পাতল লাগিছে হয়—যদিও পাতল লাগিছে পৰ্বতৰ সমান শিল এচটাই কিন্তু বুকুখন হেঁচা মাৰি ধৰিও আছে।

গৰু পালত দি গোবৰ্দ্ধন আহিল। পিছে পিছে চেনিৰাম আৰু মাণিক। চেনিৰামে তৰ্জন-গৰ্জন কৰি উঠিল। 'পুতেৰৰ এনেকুৱা, তই বাৰু মানুহ খুৰী খবৰ এটা পঠাব নোৱাৰিলি। ক'বই নোৱাৰো নহয়— ইচ্, ইচ্, ইচ্ ইচ্—' আচলতে ভিন ভিন গাঁৱৰ মানুহ আহি গৰুপালত খবৰটো দিয়াৰ পৰা সিহঁত দুইটাই মনে মনে লাজ পাইছে। 'মানুহে শুনিলে ভাবিব কি? নুবুলিবনে, বোলে, পিৰালী চুকৰ মানুহৰ আলৈ-আহুকাল হ'লেও ইহঁতৰ গাঁৱৰ মানুহে একো খবৰেই নেৰাখে বুলি? 'নহয় অ' বোপাই।' ৰজাৰ মাকে যেন কৈফিয়ৎহে দিব খুজিলে। 'কাক কম? ৰাতিপুৱাৰে পৰা তাৰ লগতে লাগি আছো, ভিতৰত সোমাই আছো, পৰুৱা পিপৰা এটাও দেখা নাই—'

মুহূৰ্ততে পৰিস্থিতি সলনি হৈ গ'ল। গোহালি ঘৰ অতাই-পিতাই গোবৰ্দ্ধনে ভৰি-হাত ধুলে— 'মাই যাওঁহে। পিছত খবৰ ল'ম। এতিয়া চিন্তা নকৰিবা। ককাইহঁত পালেহি নহয়—'

'তই যাবগৈ নেকি গোবৰ?' চেনিৰামে সুধিলে।

'যাওঁ বুলিছিলো ককাই—'

ৰজাৰ মাকে ক'লে—'জা-জলপান এমুঠি—'

'ৰচোন খুৰী, এতিয়া জলপান খোৱাৰ সময় নহয়।' তাৰ পিছত গোবৰ্দ্ধনলৈ চাই সুধিলে—'তহঁতৰ গাঁৱৰ ধীতাই বেজৰ দৰৱ এটা আছিল নহয়, এতিয়া কোনে দিয়ে?'

'ধীতাই মৰা মাহচেৰেক হ'ল। তাৰ ঘৈণীয়েকে দিয়ে'—গোবৰ্দ্ধনে ক'লে।

'তই আনি দিব পাৰিবি?'

'পাৰিম—'

চেনিৰামে চিঞৰিলে— 'খুৰী তামোল-পাণ এযোৰ আৰু চৰতীয়া এটাই বান্ধি গোবৰৰ হাতত দে—'

লাহে লাহে ইজন-সিজনকৈ মানুহ আহি ৰজাৰ মাকৰ চোতালত গোট খালেহি। বটাই বটাই তামোলৰ বাকলি পেলাইহে ৰজাৰ মাকে তৎ পালে। গাঁৱত কথা বুলিলেই বতাহ। ৰজাৰ মাকৰ চকুলৈ সেইদিনা জুই নগ'ল। আবেলিলৈ গোবৰ্দ্ধনৰ পৰা খবৰ আহিল। নেপালী গাঁৱলৈ যোৱা এইখন গাঁৱৰ গৰুগাড়ী এখন বাটতে পাই সি খবৰ দি পঠাইছে। দৰৱটো শনিবাৰ, মঙ্গলবাৰ নপৰিলে অইন বাৰে নিদিয়ে। শনিবাৰলৈ মাজত আৰু দুদিন বাকী।

আবেলিলৈ ৰজাৰ জ্বৰ আকৌ বেছি হ'ল। দুপৰীয়া তলকা মাৰিছিল, তেতিয়াই সি নিতাল মাৰি শুলে। মাজতে চেনিৰাম এপাক ঘৰলৈ গ'ল। মাণিক আৰু মদন ৰজাৰ ওচৰতে বহি থাকিল। সন্ধিয়া চেনিৰাম আহিল। সি নিশা জাৰ লাগিব পাৰে বুলি চেলেং কাপোৰ এখন কান্ধতে পেলাই আনিছে। ৰাতিটো সি আজি ইয়াতে থাকিব।

সন্ধিয়া লাগি ভগালৈকে দুই-এজন আহি গৈ থাকিল। নানানজনে নানা দিহা-পোহা দিলে। দুই-একে গৰুগাড়ীত ভৰাই বাগিচাৰ আস্পতাললৈ লৈ যাবলৈকো ক'লে। কোনোবাই সৰু সোণক খবৰ দিবলৈ ক'লে। সৰু সোণৰ চিনাকি ডাক্তৰ এজন আছে। পিছে চেনিৰামেহে ধীতাই বেজৰ ঘৈণীয়েকে দিয়া দৰৱটো আগতেই খুৱাই চোৱা ভাল হ'ব বুলি ক'লে। বৰ প্ৰমাণী দৰৱ বোলে। তাৰ পিছতহে আস্পতাললৈ নিলে নিয়া হ'ব, নাইবা সৰু সোণৰ লগত কথা-বতৰা হৈ তাৰ চিনাকি ডাক্তৰজনৰ ওচৰলৈ নিয়া হ'ব। সি ৰজাৰ মাকক ক'লে— 'খুৰী, বিপদত ধইজ্য ধৰাৰ বাদে উপায় নাই। আমি ৰাইজখন আছো নহয়, তই চিন্তা নকৰিবি—'

ৰজাৰ মাকে কি চিন্তা কৰিব? চিন্তা কৰিনো কি পাৰ পাব? আৰু, এতিয়া এই মুহূৰ্তত কিবা কথা চিন্তা কৰিব পৰা মানসিক অৱস্থা ৰজাৰ মাকৰ নাই। ভগৱানক চিন্তা কৰিবলৈকো নাই; অইন কথা চিন্তা কৰিবলৈকো নাই। ৰাইজখনে হেঁচা মাৰি ধৰাত মনটো কিছু পাতল লাগিছে হয়; কিন্তু বুকুৰ মাজৰ শিলটোৰ হেঁচা কমা নাই।

ৰজাৰ শোৱাপাটীখন মাকে জাৰি-জোঁকাৰি ভালকৈ পাৰিলে। ওপৰৰ চাদৰখন গুচাই নতুন ফটা কানি-কাপোৰ এখন পাৰি, তাৰে তেল চিকটি লগা গাৰুটোও ঢাকি দিলে। সন্ধিয়া লাগি ভাগিল। দিনত গৰম লাগে যদিও ৰাতিলৈ জাৰৰ ভাব এটা আছে। বাহিৰত নিয়ৰ পৰিছে। বাৰীত বগৰী ফুলিছে। বগৰী ফুলাৰ দিনত মানুহৰ জ্বৰ-জাৰি হয়েই। মানুহৰ দেহা, জ্বৰ-খৰ এটা নহ'বনে?

ৰজা শুই আছে। চাকিৰ ক্ষীণ পোহৰ তাৰ মুখত পৰিছে। দিনৰ দিনটো ল'ৰাটোৱে অকল তপত পানীৰ বাদে একোৱেই খোৱা নাই। তাৰ জ্বৰত ৰঙা পৰা মুখখন ফিটফিটীয়া হৈ আছে। সি মাজে মাজে বাগৰ সলাইছে, ছাটি-ফুটি কৰিছে, পানী খাওঁ বুলি কৈছে। চেনিৰামে তাৰ মুখত পিতলৰ সৰু গিলাচটোৰে অকণ অকণকৈ পানী দি আছে। বিছনাখন পাৰি ৰজাৰ মাকে চেনিৰামক ক'লে—'বোপাই, তই ইয়াতে কাটি হ'লে হ'বি—'

'বাৰু কাটি হ'ম। তই ভাত কেইটামান বহাগৈ যা—'

'এৰা যাওঁ। মোৰ খাবলৈ মন যোৱা নাই। তোৰ কাৰণেই ভাত কেইটামান বহাওঁগৈ—' হুমুনিয়াহ কাঢ়ি ৰজাৰ মাক ওলাই গ'ল।

ৰাতি বাটি এটাতে ভাত কেইটামান থচি চেনিৰামে ৰজাক জোৰকৈ ভাত এমুঠি খুৱাই দিলে। সিও কেইটামান খালে। শুদা ভাত, ভাতত দিয়া জিকা কলি আৰু পোৰা আলুগুটি, লোণ, তেল, জলকীয়া। চেনিৰামে তেনেকৈয়েই হ'ব বুলি ক'লে। ভাত খোৱাৰ পিছত চেনিৰাম ৰজাৰ ওচৰলৈ আহিল। ৰজাৰ মাকে নিজলৈ কাঁহীত ভাত বাঢ়ি ল'লে আৰু প্ৰথম গৰাহ ভাত মুখলৈ নিছে কি নায়েই নিয়া—সোঁ সোঁকৈ চকুপানী বাগৰি আহিল।

খোৱাৰ পাতত চকুপানী পেলাব নেপায়। ৰজাৰ মাকে ৰিহাৰ আঁচলেৰে চকুপানী মোহাৰিলে। চকুপানী ওলায়েই থাকিল আৰু ৰজাৰ মাকে মোহাৰিয়েই থাকিল। আলুগুটি, জিকা কলিৰ পিটিকা, লোণ-তেলেৰে ভাত একাকাৰ হৈ গ'ল। দিনতো ভাত খোৱা নাই। দিনত গুৰু ভকতৰ আহ-যাহত কথাটো বৰ গাত লগা নাছিল। এতিয়া গাটো ৰাইজাই কৰিছে। চেনিৰামে দঢ়াই দঢ়াই দুটেপামান ভাত জোৰকৈ হ'লেও খাবলৈ কৈছে। সেয়ে জোৰকৈ হ'লেও ৰজাৰ মাকে ভাত মুঠি খাবলৈ লৈছে। মানুহেনো জোৰকৈ ভাত খাব পাৰেনে? দিনত ভাত খোৱা নাই গা ৰাইজাই লাগিছে। তথাপিও মুখলৈ নিয়া ভাত মুঠি মুখৰ পৰা ওলাই আহিব খোজে। চেনিৰামে কৈছে—'ভাত-পানী নেখাই তয়ো যদি পৰ খুৰী, তেন্তে নৰিয়াক চাওঁতা নহ'ব—' সেয়ে এলেং এলেংকৈ দুটেপামান ভাত ৰজাৰ মাকে মুখত ভৰালে। তাৰ পিছত কাঁহীৰ ভাতকেইটা বাটিলৈ তুলি লৈ কাঁহীতে মুখখন ধুলে।

কাঁহী-বাটিকেইটা আওখালি থৈ ৰজাৰ মাক ভিতৰ পালেহি। ৰাতি তপত পানীৰ দৰ্কাৰ হ'ব পাৰে বুলি ফলীয়া তুঁহ এগাল জুহালতে পেলাই জুহালৰ এটেকেলি পানী তুলি থ'লে। আখল সামৰা হ'ল। তামোলৰ বটাটো লৈ মানুহজনী ভিতৰ পালেহি। ৰজা মাকৰ শোৱাপাটীত, চেনিৰাম ৰজাৰখনত। চেনিৰাম বহি আছে, ৰজা শুই আছে। তামোল এখন চেনিৰামৰ হাতলৈ দি ৰজাৰ মাকে পুতেকৰ কপালৰ ওপৰত হাতটো থ'লে। কপালখন শাওণ মাহৰ ভৰ দুপৰীয়াৰ ব'দ পৰা চোতালখনৰ

দৰে উতপ্ত হৈ আছে। চেনিৰাম উঠি আহি গামোচাখন তিয়াই ৰজাৰ কপালত জলপটি দিলে। জলপটি দিওতে কৈ থাকিল, 'খুৰী তই ইয়াৰ ওচৰত অকণমান বহ। মদনহঁতৰ ঘৰৰ মানুহ শোৱাই নাই চাওঁগে— মই চাল কুঁৱৰীৰ পাত কেইখিলামান লৈ আহোঁগে—'

চাল কুঁৱৰীৰ পাত আনিবলৈ এন্ধাৰৰ মাজতে চেনিৰাম ওলাই গ'ল। ৰজাৰ মাক বহি থাকিল, চাকিটো জ্বলি থাকিল। ৰজাৰ মাকে এবাৰ চাকিটো তুলি লৈ চালে। তেল আছে। জ্বলিব। টোকৰ মাৰি এঙেৰুৱাটো গুচাই ৰজাৰ মাকে কানিদুৱৰী হৈ থকা দুৱাৰখনেদি বাহিৰৰ চোতালখনলৈ চালে। অন্ধকাৰ চোতালখনৰ সিফালৈ গছ-বনৰ জোপোহাবোৰ বহি আছে। এৰাবাৰীখনৰ পৰা নিশাচৰ চৰাইৰ মাত আহিছে। পাৰ চৰায়ে বাহঁত মাত মাতিছে। ৰজাৰ মাকৰ ভয় লাগিবলৈ ধৰিলে। হাত-ভৰিত কঁপনি উঠিল। চোতালত কোনোবা বৈ আছেহি। কোন সেয়া? কোন? উত্তৰ নাই। অন্ধকাৰতে উমান পাব পৰা অৱয়ৱ কাৰ? গুজুং গুজুং খোজ? ঠিকেই। হয়, হয়। ৰজাৰ পিতায়েক। কি নিবলৈ আহিছে? কাক নিবলৈ আহিছে? তেওঁ কি বিচাৰিছে? খোজৰ শব্দ সেয়া চোতালৰ মাজ পাইছেহি। গুজুং গুজুংকৈ অহা খোজৰ শব্দ। ৰজাৰ মাকে ৰজাক সাবট মাৰি ধৰিলে। নাই নাই, মোৰ ল'ৰাটো লৈ নেযাবা। নিব যদি লাগেই মোকে নিয়া। তাক নিনিবা। তোমাৰ বংশত বাতি জ্বলাবলৈকে তাক নিনিবা। ৰজাৰ মাকে পুতেকৰ গাৰ ওপৰত পৰি কাকুতি কৰিবলৈ লাগিল। হয় হয় খোজৰ শব্দ সেয়া চোতাল পাৰ হৈ বাৰাণ্ডাত উঠিল। দুৱাৰমুখ পালেহি। নাৰায়ণ, নাৰায়ণ ল'ৰাটোক ৰক্ষা কৰিব লাগে। ৰজাৰ মাকে মুহূৰ্ততে ডেউকাৰে পোৱালিকেইটা আবৰি সামৰি ৰখা কুকুৰা চৰাই এজনী হৈ পৰিল। যিকোনো প্ৰকাৰে ল'ৰাটোক ৰক্ষা কৰিবই লাগিব। খোজৰ শব্দ দুৱাৰমুখৰ ওচৰত বৈ গ'ল। কানিদুৱৰী হৈ থকা দুৱাৰখন কেৰ কেৰ শব্দ কৰি মেল খালে। পুতেকৰ গাৰ ওপৰত পৰি থকা মানুহজনীয়ে হঠা মাতেৰে চিঞৰি উঠিল 'লাজ লগা নাই, লাজ লগা নাই? কোনে ৰক্ষা কৰিব লাগে, মই নে তুমি? কাৰ ধন, মোৰ নে তোমাৰ? কাৰ বংশত বাতি লগাব? মোৰ বংশ নে তোমাৰ বংশ?'

'খুৰী, খুৰী—' চেনিৰামে চিঞৰিলে। তাৰ হাতত চাল কুঁৱৰী গছৰ পাত কেইখিলামান। চেনিৰামৰ লগত মদনো আহিছে। মদনে ৰজাৰ গাৰ ওপৰত পৰি থকা মানুহজনী দাঙি ধৰিলেহি।

'বলিয়া বতীয়া হলি নেকি খুৰী? কিখন বলকিছ— ?' ৰজাৰ মাকৰ উশাহটো যেন ঘূৰি আহিল। 'অ' তহঁত দুটাহে? মই কিবা সমাজিকহে দেখিছিলো নেকি?' 'সমাজিক পাছেপৰেও দেখিবি। এতিয়া পানী অকণ তপতাগৈ যা। মদনৰ মাকে জ্বৰ এৰাৰ দৰৱ এটাও দিছে। চাল কুঁৱৰীও আনিছো। চিন্তা নকৰিবি।' মদন আৰু

চেনিৰাম দুয়োটা ৰজাৰ ওচৰতে বহিল। চেনিৰামে চাল কুঁৱৰীৰ পাত বখলিয়াই তাৰ বিজলুৱা শাহটো বাটি এটাত থ'লে। মদনে বটাতে পোৱা তামোল এখন চুণে-ধপাতে মুখত ভৰালে। ৰজাৰ মাক তপত পানী আনিবলৈ গ'ল।

ৰাতিটো মদন আৰু চেনিৰামে পাল পাতি ৰজাৰ ওচৰত বহি থাকিল। মাক শুলে যদিও টোপনি নাহিল। ৰাতি জ্বৰ কমিছিল। কিন্তু সম্পূৰ্ণকৈ কমা নাছিল। ৰাতিপুৱালৈ জ্বৰ এৰিলে। সি ৰঙা চাহ অকণমানো খুজি খালে। এনেতে ওলালহি গোবৰ্দ্ধন। ইহঁতে গোবৰ্দ্ধন দৰৱ লৈ আহিছে বুলি ভাবিছিল। পিছে সি দৰৱ লৈ অহা নাই। ধীতাই বেজৰ ঘৈণীয়েকে দৰব দিব নোৱাৰে। ল'ৰাক বাজ নেদেখুওৱালৈকে দৰৱ দিয়াৰ নিয়ম নাই।

কথাটো শুনি কেউটাই মূৰে-কপালে হাত দিলে। এতিয়া কি কৰা যায়? এতিয়া জ্বৰ এৰিছে যদিও আকৌ নুঠিব বুলি ক'ব নোৱাৰি। কঁপি কঁপি উঠা জ্বৰ। মেলেৰীয়াও হ'ব পাৰে। ৰজা উঠাই নাই। কি কৰা যায়? বাৰাণ্ডাতে পীৰা এখনত বহি থকাৰ পৰা ৰজা উঠিল। দুই-এজন গএগ্ৰা জ্ঞাতিও খবৰ ল'বলৈ আহি আছে। সি সকলোলৈকে চাই ক'লে, 'এই কথাই কথা নহয়। ইয়াক আস্পতাললৈ নিয়াৰ ব্যৱস্থা কৰা যাওঁক—' সি অকলে তেনেকুৱা এটা সিদ্ধান্ত ল'বলৈ ভয়ো কৰিলে। সেয়ে সি সকলোৰে মুখলৈ এবাৰ চালে। বাকীবোৰেও সেইটো কথাতে হয়ভৰ দিলে। সৰু সোণ নাই, তেজপুৰলৈ গ'ল। মদনৰ গৰুগাড়ীখন ভাল। তাৰ গৰুগাড়ীখনকে লোৱাটো থিৰাং কৰা হ'ল। চেনিৰাম আৰু মদনৰ বাদেও গাঁৱৰ আৰু দুজনমান ৰজাৰ লগত যাব। ৰজাৰ মাকে নিজেও যাম বুলি ভাবিছিল, কিন্তু কোনেও মাক যোৱাৰ কথাটো নুলিয়ালেই।

গৰম পানীত গামোচা তিয়াই ৰজাৰ মুখ, হাত, গা, মূৰ মোহাৰি গোবৰ্দ্ধনে চোলা-চুৰিয়াও সলাই দিলে। গৰুগাড়ীত খেৰ পাৰি খেৰৰ ওপৰত কাপোৰ এখনো পাৰি শুই যাব পৰা ব্যৱস্থাও কৰা হ'ল। গোবৰ্দ্ধনে ধৰি ধৰি ভিতৰৰ পৰা ৰজাক লৈ আহি গৰুগাড়ীত উঠাই দিলে। গৰুগাড়ীত চেনিৰাম আৰু মদন যাব। বাকীকেইটামান গাড়ীৰ পিছে পিছে খোজকাঢ়ি যাব, গোবৰ্দ্ধনো। 'মাই, দুখ নকৰিবা, সখি ভাল হৈ আহিব।' গোবৰ্দ্ধনে ৰজাৰ মাকক সান্ত্বনা দিলে। গাড়ীখনত গৰুহাল জুটি দি মদন গাৰোৱান হৈ বহিল। গৰুৰ ডিঙিৰ টিলিঙা বাজিল।

গৰুগাড়ীয়ে বাট ধৰিলে। গাড়ীত ৰজা শুই যোৱা নাই, বহিয়েই গৈছে। সি চেনিৰামৰ গাত আঁউজি বহিছে। চেনিৰামে তাক কিবা এটা কৈছে। সি অকণমান হঁহাৰ নিচিনাও কৰিছে। ৰজাৰ মাকে ওলাই অহা চকুপানী টোপা ৰোধ কৰিব খুজি গৰুগাড়ীখনৰ পিছে পিছে কিছু দূৰ আহি থাকিল। কেঁকুৰিটো পাৰ হৈ গাড়ীখন নেদেখা হ'ল। ৰজাৰ মাক উলটি আহিল।

ঘৰখন শূন্য। ঘৰত সোমাবলৈ মন যোৱা নাই। ৰজাৰ মাকে পদূলিমূৰৰ নঙলা ডালতে ভেজা দিলে। বহুত সময় হ'ল। খা-খবৰ ল'বলৈ অহা মানুহবোৰ গ'লগৈ। হেতুলুকা চৰাইজনীয়ে ক্ৰমাগতভাৱে মাতি মাতি নমতা হৈ পৰিল। দুপৰীয়াটোৱে নিজান নিতাল হ'বলৈ আৰম্ভ কৰিলে, ৰ'দৰ ৰং পকা সুমথিৰা টেঙাৰ বাকলিৰ দৰে হ'লগৈ, অকলশৰীয়া ভাটৌ চৰাই এটা উৰি আহি পদূলিৰ শিলিখাজোপাত পৰিলহি, নঙলাত ভেজা দি ৰজাৰ মাকে গৰুগাড়ীখন গুচি যোৱা আলিবাটটোলৈকে চাই থাকিল, আলিবাটৰ ধূলিত গৰুগাড়ীৰ চকাৰ চিন এতিয়াও বহি আছে। মাটিৰ পৃথিৱীখনৰ ওপৰত পথাৰে-সমাৰে ঘূৰি ফুৰা বনৰীয়া ল'ৰা এটাৰ দৰে ৰ'দবোৰে অনাই-বনাই ফুৰিছে। নঙলাত ভেজা দি ৰজাৰ মাক বৈয়েই আছে।

কিমান পৰ হ'লনো? বহুত পৰ হ'ল নেকি? ৰেৱতী আহি কাণৰ কাষত 'বৰবৌ' বুলি মাতোতেহে ৰজাৰ মাকৰ জ্ঞান আহিল। ৰেৱতী ওচৰতে বৈ আছেহি। তেও খবৰ নাই।

'বৰবৌ, ৰজা ককাইদেউক আস্পতাললৈ নিলে হবলা?'

'নিলে—'

'মই আকৌ অলপ আগতেহে গম পালো। পিতাই ঘৰতেই নাই। ময়েই খবৰ এটা লওঁ বুলি গুচিয়েই আহিলো—'

'আহ। ভিতৰলৈ আহ।'

ভাত বহোৱাই নাই। আজি চৰু নপতাকৈ থাকিব নেপায়। ক'লে, 'ৰেৱতী, এতিয়াই নেযাবি। বহ। ভাতমঠি খাই যাবি—'

## ।। তেৰ ।।

ভগীৰথ মৌজাদাৰে হাতীৰ মহল লৈছে। সৰু সোণে তেজপুৰলৈ অহা-যোৱা কৰি কাগজপত্ৰ উলিয়াই আনিছে। এইবাৰ হাতী চিকাৰলৈ ৰজাও যাব। সৰু সোণে কৈছে, 'ৰজা যাব যদি ওলাবি—' হাতী ধৰাত ৰজা পাৰদৰ্শী নহয়। তথাপিও সৰু সোণে তাক ওলাবলৈ কৈছে। হাতী চিকাৰত মানুহ লাগে, হাতী ধৰিবলৈকো; আৰু অন্যান্য কাম কৰিবলৈকো, তদুপৰি খা-খবৰ অনা-নিয়া, ৰচদ-পাতি অনা-নিয়া আদি কামৰ বাবে মতগজ মানুহ এটাৰো দৰকাৰ। ৰজা সাহসী, বিশ্বাসী আৰু কৰ্মঠ। গতিকেই সৰু সোণে তাক লগ ধৰিছে। ৰজাৰো যাবলৈ মন আছে। হাতী ধৰিবলৈ যোৱাৰ কথা, উলামুলা কথা নহয়। ৰজা ৰাজী হৈছে। পিছে, ৰজাৰ ভয় হৈছে মাকলৈহে। গম পালে মাকে কমখন অমুৰি নকৰিব। মাকে যে তাক হাতী ধৰালৈ যাবলৈ দিব তাৰ বিশ্বাস নহয়। এপাকত সি মাকক নজনোৱাকৈয়ে গুচি যোৱাৰ কথাও ভাবিছিল। পিছু পাকতে, কথাটো তেনেকৈ ভবাৰ বাবে তাৰ নিজৰ ওপৰতে ধিক্কাৰো জন্মিল। ভাত-পানী এৰি কমখন বিচাৰ-খোচাৰ কৰিবনে বুঢ়ীজনীয়ে? এবাৰ সৰু সোণৰ হতুৱাই কোৱাই চোৱাৰ কথাও ভাবিছিল। পিছতে ভাবিলে, গালিত কুকুৰ পিঠা কৰিলেও তাকেই কৰক, সি মাকক জনাইহে হাতী ধৰালৈ যাব।

ৰাতি ভাত খাবলৈ লওঁতে সি কথাটো মাকৰ আগত উলিওৱাৰ কথা ভাবিলে। পোনে পোনেই কথাটো সোধাৰ সাহস কৰিব নোৱাৰিলে। সি বাপেকৰ কথা উলিয়ালে। 'হয়নে অ' বৌটি, পিতাই যে এবাৰ হাতী ধৰালৈ গৈছিল, তই যে কৱ, —কেতিয়া? মই ওপজাৰ আগতেনে পিছত?'

পাতত দিয়া পোনা মাছৰ পিটিকা, টেঙা দিয়া মচুৰ মাহৰ আঞ্জা, খাবলৈ জুতি লগা হৈছিল। মুখৰ ভাতকেইটা গিলি মাকে উত্তৰ দিলে।, 'তই ওপজাৰ বহুত দিনৰ আগতেই।'

'কেনেকুৱা পাইছিল?'

'কেনেকুৱা পাইছিল মানে, ঘূৰি আহোতে মানুহ আধামৰা। মই পোনাতে চিনিয়েই নেপাইছিলো। তেতিয়া আই আছিল। আয়েহে ক'লে, 'হেৰৌ দ'ত পিশাচ নহয়, অমুকাহে। তেহে মই তোৰ পিতায়েৰ বুলি জানিলো।'

কথাখিনি ৰজাই নজনা নহয়, জনা কথা। তথাপিও প্ৰসঙ্গ উলিয়াবৰ বাবে সি সুধি থাকিল। মাকেও উত্তৰ দি থাকিল। হাতী ধৰাৰ নিয়ম-কানুনৰ বিষয়েও ক'লে। হাতী ধৰাৰ নিয়ম-কানুন বৰ কঠোৰ। সেই নিয়ম ভালদৰে মানিব পৰা ফান্দীহে হাতী চিকাৰলৈ যাব পাৰে। আৰু সম্পূৰ্ণ নিয়ম মানিব পাৰিলেহে, হাতী চিকাৰ সফল হয়, আৰু ফান্দীও অক্ষত অৱস্থাত ঘূৰি আহে।

ভাত-পানী খোৱা হ'ল। মাকেও কাঁহী-বাটি ধুই আখল সামৰি পাগ্‌ঘৰৰ দুৱাৰত ডাং লগালে। কাঁহী-বাটি ধোওঁতে আৰু আখল সামৰোতে মেকুৰী পোৱালিটোৰ দৰে ৰজা মাকৰ পিছে পিছেই ঘূৰি ফুৰিলে। কথাটো উলিয়াবলৈ তাৰ সাহ নহ'ল। বাহিৰৰ কাম শেষ কৰি মাক আহি শোৱা খোঁটালি পালেহি। ৰজা তাৰ শোৱাপাটীৰ ওপৰত উঠি বহিল। মাকে তামোলৰ বটাটো গোটাই আনি মজিয়াতে বহি তামোল কাটিবলৈ ধৰিলে। তেতিয়াও কথাটো ক'বলৈ ৰজাৰ সাহ নহ'ল। চাকিৰ পোহৰত সি মাকৰ মুখখন তন্নতন্নকৈ চালে। একান্তমনে বুঢ়ীজনীয়ে তামোল কাটি আছে। চাকিৰ ক্ষীণ পোহৰ মানুহজনীৰ শোটোৰা-শোটোৰ হোৱা মুখৰ ক'ৰবাত পৰিছে; ক'ৰবাত পৰা নাই। হঠাতে ৰজাৰ মনটো গধুৰ হৈ পৰিল। দুখৰ বাদে এই মানুহজনীয়ে জীৱনত সুখ বুটলিবলৈ পোৱা নাই। কামৰ বাদে জিৰণি পোৱা নাই। অভাৱৰ বাদে স্বাচ্ছন্দ্য পোৱা নাই। সি মাকক কোনো ধৰণৰ সুখ-স্বাচ্ছন্দ্য বা আৰামৰ ব্যৱস্থা কৰি দিবও পৰা নাই। এতিয়া এমাহ-দুমাহৰ বাবে হাতী ধৰিবলৈ বুলি ঘৰখনৰ পৰা আঁতৰি যাব লগা হোৱা কথাটো তাৰ মাকক জনাবলৈ সত যোৱা নাই।

পতহিয়াই লোৱা তামোল এখন চূণে-ধপাতে মুখত ভৰাই লৈ মাকে এৰী সূতাৰ টাকুৰীটো লৈ একান্তমনে সূতা কাটিবলৈ লাগিল। কিছু সময় সূতা কটা কাম চলিব। ৰজায়ো মাকে আগবঢ়াই দিয়া তামোলখন মুখত ভৰাই, মাকৰ ওচৰতে পীৰা এখনতে বহি লৈ আধা সজা পাচি এটা সাজিবলৈ ধৰিলে। তালৈ চাই মাকে ক'লে, 'তই কালিলৈ ৰাতিপুৱা লাগিলেও হ'ব। এতিয়া শোগৈ যা।'

'হ'ব দেচোন। ৰাতিও বেছি হোৱা নাই, টোপনিয়েও ধৰা নাই।' মাকে নেলাগে নেলাগে কৰিছিল যদিও সি নেমানিলে। মাকক একো কৰি দিব পৰা নাই। সি সংগদান কৰিব পাৰে। তাকেই কৰা হওঁকচোন, মনে মনে ৰজাই ভাবিলে। সূতা কাটি থকাৰ মাজতে মাকে এবাৰ ক'লে, 'ৰেৱতীয়ে ফুল বছা কাঠীৰ কথা কৈছিল নহয়, হ'ল জানো?'

'এহ পাহৰিয়েই আছো।'

'কটা অগিয়ানৰ সঁচ। কিমান দিন হ'ল তাই কথাযাৰ কোৱা, তোৰ নৰিয়াতে আহি কমবোৰ কাম কৰি দি থৈ গ'লনে? এতিয়া পাহৰিলিয়েই।'

'কাইলৈ মনত পেলাই দিবিচোন। আগবেলা কাঠী চাঁচি পিছবেলা দি থৈ আহিমগৈ।'

মাকে একো নেমাতিলে। এৰী সূতাৰ টাকুৰী ঘূৰি থাকিল। টাকুৰীত পাক খাই খাই সূতাবোৰ দীঘল হ'বলৈ ধৰিলে। টাকুৰীত পাক খোৱা সূতাবোৰ যেন ইটো মানুহৰ পৰা সিটো মানুহৰ মাজলৈ ক্ৰমাৎ দীৰ্ঘ হৈ যোৱা সম্পৰ্কৰ এনাকটা জৰিডালে। টাকুৰীত পাক খাব লাগিব— পাক খালে জৰি গছ দীঘল হয়। মানুহো মানুহৰ বুকুত পাকঘূৰণি খাব লাগিব। যিমানে পাকঘূৰণি খাই মানুহ মানুহৰ বুকুৰ মাজে মাজে ঘূৰি ফুৰিব, সিমানেই সম্পৰ্কও এটা মানুহৰ পৰা অইন এটা মানুহলৈ বাগৰি যাব। সম্পৰ্ক দীঘল হৈ হৈ গৈ থাকিব। এনেকৈয়ে এদিন সম্পৰ্কৰ জৰিডাল গোটেই মানুহকে পাক খুৱাই খুৱাই এটা টাকুৰীত মেৰ খোৱা এৰী সূতাডালৰ দৰে কৰিবগৈ। ৰজাই মনতে ভাবিলে।

এৰী সূতাৰ টাকুৰী ঘূৰি থাকিল, ৰজাৰ হাতৰ পাচি সজাৰ কামো চলি থাকিল। টাকুৰীটোৰ দৰে সময়বোৰো পাৰ হৈ যাবলৈ ধৰিলে। মাকে আৰু এখন তামোল মুখত ভৰালে, এবাৰ পিক পেলাবলৈ বাহিৰলৈ উঠিল। ৰজাৰ আমনি লাগিল। সি ক'লে, 'বৌটি, সাধু কথা এটাকে কচোন, এনেকৈনো মনে মনে থাকিব পাৰিনে?'

এক মুহূৰ্তৰ বাবে টাকুৰী স্তব্ধ হৈ গ'ল। মাকে পুতেকৰ মুখলৈ চালে। মাকৰ মুখখন জিলিকি পৰিল। চাকিটো দাঙি লৈ তেল কিমান আছে পৰীক্ষা কৰি এঙেৰুৱাটো টোকৰ মাৰি এৰুৱাই মাকে ক'লে, 'কি সাধু কমনো? এতিয়া ডেকা ডাঙৰ হ'লি, দেশৰ কথা জানিলি মোকহে ক'ব লাগে। ৰচোন, সিদিনা নামঘৰীয়ানীয়ে কিবা সাধু কথা এটা কৈছিল। এহ, বুঢ়ী হ'লো নহয়, পাহৰিলো।'

'সাধু কথা নেলাগে বাৰু, পিতায়ে হাতী ধৰালৈ যোৱাৰ কথা ক।'

'হাতী ধৰালৈ যোৱাৰ কথা? কি কমনো? গ'ল আৰু মাহ চেৰেকৰ পিছত আধা মৰা আধা জীয়া হৈ ওলালহি। ফজৰত ফান্দীৰ লগত গৈছিল। মানুহটো নোলোৱা দেখি মই বোলো, হাবিতে ক'ৰবাত মেলেৰীয়া ক'লাজ্বৰ হৈ মৰিল হবলা, নে বনৰজায়ে খালে। পিছে সেইবাৰলৈ নমৰিল। তই ওপজাৰ পিছত।'

'পিতাই কেনেকৈ মৰিল ক'ব নেলাগে। হাতী ধৰাৰ কথা ক।'

'পিতায়েৰেহে কৈছিল, মইনো কি জানো? মই কিবা হাতী ধৰালৈ গৈছিলোনে?'

'পিতায়ে কোৱা কথাই ক।' প্ৰসংগ বাৰে বাৰে দূৰলৈ যায়, ৰজাই বাৰে বাৰে চপাই আনে। ৰজাৰ মাকে কথা ক'লে বকলা মেলে। আচল কথা নোলাইহে নোলায়।

'অ' হাতী ধৰাৰ কথা? ফজৰতে মোক ক'লেহি, বোলে সখিলৈ চিন্তা নকৰিবা। পিতায়েৰৰ স'তে সখি পাতিছিল। মোকো সখিয়নী বুলিহে মাতে। মোৰ লগত যাব— মোৰ লগত আহিব। দায়-দায়িত্ব মোৰ। আয়ে যাবলৈ দিব খোজা নাছিল। মোৰো ভয় লাগিছিল। পিছে, আমাৰ হাক-বচন নুশুনি গ'ল।'

'আহি কি ক'লেহি?'

'কি ক'ব? হাতী ধৰাৰ নিয়ম-কানুন বেলেগ। হাতী ধৰিবলৈ যোৱা মানুহে এমাহৰ আগৰে পৰা ঘৰ-সংসাৰৰ মায়া এৰি সন্ন্যাসীৰ দৰে থাকিব লাগে।'

ৰজাই মাকলৈ চালে। মাকে অবিৰাম সূতা কাটি আছে। ৰজাৰ হাত ৰৈ গ'ল। এইবাৰ প্ৰসংগলৈ আহিছে। হাতী ধৰিবলৈ যোৱা মানুহে হাবিলৈ যোৱাৰ আগদিনাই ফান্দীৰ ঘৰলৈ যায়গৈ। মানুহ মানে ঘাঁচী, মাউত, চিকাৰী মাউত আৰু বৰ মাউত। প্ৰথমে হাতী ধৰা কামত সোমাওঁতে সি ঘাঁচী হিচাপেহে সোমাব। ঘাঁচীয়ে ঘৰচীয়া হাতীকেইটাক ঘাঁহৰ যোগান ধৰে, গোবৰ-জাবৰ চাফ-চিকুণ কৰে। হাতীৰ লগতে হাতী ধৰিবলৈ যোৱা বাকীবোৰ মানুহৰো ঘাঁচী হ'ল লাচনি-পাঁচনি। ঘাঁচী হ'বলৈ পালেহে সি ক্ৰমাৎ মাউত, চিকাৰী মাউত, বৰ মাউত আৰু একেবাৰে পিছত ফান্দী হ'বগৈ পাৰিব। হাতী চিকাৰৰ আচল ঘাইজন হ'ল ফান্দী। তেওঁহে হাতী ধৰে। বাকীবোৰে সহায়হে কৰে।

হাতী ধৰিবলৈ যোৱাৰ এমাহৰ আগৰে পৰাই ফজৰতে সন্ন্যাসীৰ জীৱন-যাপন কৰে। ভিতৰৰ কোঠাত ল'ৰা-ছোৱালীকেইটা লৈ ঘৈণীয়েকে শোৱে, ফজৰতে বাহিৰৰ ঘৰটোলৈ তাৰ শোৱাপাটীখন লৈ আহে। কাৰো ওপৰত খং-অভিমানো নকৰে, কাৰো প্ৰতি কপটো নেৰাখে। শুদ্ধ সাত্বিক জীৱন। কামনা-বাসনা, মায়া-মোহ, লোভ-ক্ষোভৰ পৰা সি নিজকে দূৰত ৰাখে। খোৱা-বোৱাৰ ক্ষেত্ৰতো বাধা আছে। সকলো বস্তু খাব নোৱাৰিব। নিৰামিষ আহাৰহে খায়। ফজৰতে হেনো আগতে সেই কথা কৈ সখিয়েক, ৰজাৰ পিতায়েকক কয়, 'সখি, মানুহৰ শৰীৰটো হ'ল ভগৱানৰ এটা মন্দিৰ। ভগৱান থকা ঘৰ কোনো লেতেৰা কথাৰে এই মন্দিৰটো লেতেৰা কৰিব নেলাগে। লেতেৰা কৰিলেহে পৰিষ্কাৰ কৰাৰ কথা আহিব। লেতেৰাই নকৰিবা, পৰিষ্কাৰ কৰাৰ কথাই নাহে।' বৰ ধুনীয়া ধুনীয়া কথা কৈছিল ফজৰতে। মানুহটোও ভাল আছিল। অনাহকতে কাকো খং-ৰাগ নকৰিছিল। লোভ-মোহ নাছিল। বৰ মৰমিয়াল আছিল মানুহটো। ধৰা হাতীকেইটাকো পুত্ৰসম মৰম কৰিছিল। ফজৰতহঁতৰ ঘৰখন আছিল ৰজাদিনীয়া হাতী চিকাৰীৰ ঘৰ। হাতীৰ বেমাৰ-আজাৰ,

লক্ষণ আদি ফজৰতে ভালকৈয়ে জানিছিল। হাতী নিদানৰ পুৰণা সাঁচিপতীয়া পুথি এখনো সিহঁতৰ ঘৰত আছিল বুলি ৰজাৰ পিতায়েকে কৈছিল।

হাবিৰ বৰগছ এজোপাত হৃদু চৰাইটোৱে মাতিলে। গোহালিত গৰুকেইটাই কাণ-মূৰ লৰোৱাৰ উমান পোৱা গ'ল। চাকিটো দাঙি লৈ ৰজাৰ মাকে আকৌ পৰীক্ষা কৰিলে। 'এহ, তেল নায়েই হ'বলা। শোগৈ যা। ময়ো যাওঁ। নিশা ভালেমান হ'ল।'

বাহিৰত কুঁৱলী পৰিছে। ধাননি পথাৰখনৰ পৰা পূৰঠ হোৱা বোৱা ভৰাৰ সঁজাল ধৰা গোন্ধ এটা আহিছে। বাহিৰখন শুক্লপক্ষৰ জোনাক আৰু পাতলীয়া কুঁৱলীয়ে বগা কৰি থৈছে। ৰজা চোতালৰ মূৰলৈ গ'ল। মদনহঁতৰ ঘৰৰ মানুহ শোৱাই নাই। ভাওনাৰ সীতাৰ বিলাপ মাতি মাতি মদন অলপ আগতে ঘৰ সোমোৱা ৰজাই গম পাইছে। মদনহঁতৰ ঘৰৰ পৰা কাঁহী-বাটিৰ খুটুং-খাটাং শব্দ আহিছে। মদনৰ মাকেই নে নবৌয়েকেই চাকিটো হাতত লৈ চোতালত ইফালৰ পৰা সিফাললৈ গৈছে।

চোতালৰ মূৰতে ৰজা ৰ'ল। তাৰ ভৰিৰ তলত চোতালৰ ৰঙা বালিয়া মাটিৰ মিহি স্পৰ্শ। হঠাতে তাৰ মনটো পাতল হ'বলৈ ধৰিলে। শুক্লপক্ষৰ জোনটো আকাশখনত কেঁচুৱা ল'ৰা এটাৰ দৰে বগুৱা বাই ফুৰিবলৈ লৈছে। বতাহত পূৰঠ সঁজাল ধৰা ধাননি পথাৰৰ গোন্ধ। হাবিখনে যেন ক'লা ৰঙৰ গুটি ফুল বছা বগা জোনাকৰ কাপোৰ এখনহে গাত মেৰিয়াই লৈছে। আঃ মাটিৰ, আকাশৰ, হাবিৰ গছ-বনবোৰৰ এনেকুৱা মায়াময় গোন্ধ থাকেনে? হাবিখনে মানুহৰ দৰে কথা-বতৰা পাতেনে? পথাৰডৰাৰ গোন্ধ মাক এজনীৰ গাৰ গোন্ধ কেনেকৈ হয়? ভৰিৰ তলৰ মাটিয়ে নিৰাপত্তাৰ আশ্বাস কেনেকৈ দিয়ে? মদনহঁতৰ ঘৰৰ সুৰুঙাইদি অহা কেৰাচিন তেলৰ টিপচাকিৰ পোহৰে কেনেদৰে ওচৰে-পাঁজৰে মানুহ থকাৰ উমান দিছে। বতাহজাকত চেঁচা শিহৰণ এটা আছিল, ৰজাই উশাহটো দীঘলকৈ ল'লে। মানুহ অকলশৰীয়ানে? মই অকলশৰীয়ানে? মই কেনেকৈ অকলশৰীয়া হ'ম? ওচৰত এখন পথাৰ আছে; এখন বিশাল জয়াল হাবি আছে, পিৰালি চুকতে ওচৰ চুবুৰীয়া আছে, পদূলিৰ আগেৰে সৌটো আলিবাট গৈছে, আলিবাটটোৱে কেবাখনো গাঁও চুই আহি চৰকাৰী পকা আলিত লগ লাগিছে। পকা আলিটো গৈ গৈ চহৰ পাইছেগৈ। ইখন চহৰৰ পৰা সিখন চহৰ, ইখন দেশৰ পৰা সিখন দেশ, ইখন হাবিৰ পৰা সিখন হাবি, ইখন পথাৰৰ পৰা সিখন পথাৰ। আঃ ইয়াতকৈ আমাক আৰু কি লাগে! পথাৰে পথাৰে পথাৰৰ সম্পৰ্ক আছে, হাবিয়ে হাবিয়ে হাবিৰ, দেশে দেশে দেশৰ সম্পৰ্ক। মানুহে মানুহে মানুহৰ সম্পৰ্ক। এখন আকাশেই ঘৰৰ চালৰ দৰে সকলোৰে মূৰৰ ওপৰত আচ্ছাদন হৈছে। হাবি, পথাৰ, জীৱ-জন্তু, মানুহ— সকলোৰে বাবে

একেটাই জোন, একেটাই বেলি, একেখিনি মাটি, পানী আৰু বতাহ। সকলোবোৰ কেনেকৈ লগ লাগি আছে। কেনেকৈ একেটা আলিবাটেই সকলোকে চুই গৈছে। একেখিনি বতাহ, এটা জোন, এটা বেলিয়ে সকলোকে আলফুলে স্পৰ্শ কৰিছে। ৰজাৰ উশাহ দীঘল হৈ গ'ল। মাক আহি তাৰ ওচৰত থিয় হৈছেহি। হাতখন মেলি সি মাকক তাৰ ওচৰলৈ টানি আনিলে। চুটি-চাপৰ মানুহজনীৰ মূৰটো তাৰ বুকুতে থাকে। সি মাকৰ দীঘল উশাহৰ শব্দ শুনিলে। মাকে ক'লে, 'ব'ল শোওঁগৈ। ভাত-ঘুমটিটো গুচি গ'লে টোপনিয়েই নাহিব।' সি একো নক'লে, কাৰণ সি জানে, ভাত-ঘুমটিয়েও কেতিয়াবা হাৰ মানিবলৈ বাধ্য।

## ।। চৈধ্য ।।

চেনিৰামে খবৰ দিলেহি— আইধানৰ নৰিয়া। নৰিয়া টানেই। যায়নে থাকে এতিয়াও ক'বৰ নৌ এথোন। হওতে আইধান বুঢ়ীয়েই হৈছে। বয়সতকৈও বুঢ়ী। মূৰৰ চুলিবোৰ কাহানিবাই পকিল। পকা চুলিৰ খজুৱতিত থাকিব নোৱাৰি ভতিজা পুতেকৰ হতুৱাই মূৰতো খুৰোৱাই পেলালে। চুলি সেয়ে চুটি। মূৰতে লাগি থাকে। চুলিখিনিৰে সৈতে মূৰটো ঘূৰণীয়া কদম ফুল এপাহৰ দৰে দেখি। ওৰণিৰে ঢাকি থ'লেও ঘূৰণীয়া মূৰটো ধৰিব পাৰি। দাঁতবোৰো অকালতে সৰাই পেৰালে। বিষ হৈছিল। বিষত থাকিব নোৱাৰি দাঁতৰ গুৰিত হিং ভৰাই গুৰিটো কোমলাই পিছত উঘালি পেলালে। তামোলৰ পৰা আৰম্ভ কৰি প্ৰসাদৰ মাহ-বুট, নাৰিকল আদি টান বস্তুবোৰ খুন্দিহে খায়। বাঁৰী দুখুনী মানুহ। আগতে ভায়েকৰ লগত একেলগেই আছিল। এতিয়াও লগতেই আছে, কিন্তু বেলেগ ঘৰত ভতিজা পুতেকে বুঢ়ীৰ বাবে আছুতীয়াকৈ পাছ চোতালৰ মূৰতে ঘৰ এটা সাজি দিছে। অকলশৰীয়া বুঢ়ী মানুহ এজনী থাকিবলৈনো কিমানকণ ঠাই লাগে? একোঠলীয়া ঘৰটোৰ এফালে বুঢ়ীৰ শোৱা বাঁহৰ চাংখন। শিতানত দুটা পুৰণি কঁঠাল কাঠৰ পেৰা। এটা মাকৰ দিনৰ; এটা নিজৰ। পেৰা দুটাৰ এটাত কাপোৰ, এটাত কাঁহ-পিতলৰ কাঁহী-বাটি কেইটামান। কাপোৰ থোৱা পেৰাটোতো কাপোৰ বেছি নাই। দুখনমানহে। ৰিহা দুখনমান, দুখনমান চাদৰ আৰু মেখেলা, দুটা জাকিট চোলা। চোলা দুটা সৰু সৰু। বিয়াৰ জোৰণত দিয়া। চাদৰ আৰু ৰিহাকেইখন শিঙৰী জাপ দি তিনিকুণীয়াকৈ জাপ দি থোৱা। পোৱাল মণি এধাৰ, জেঠীলেজীয়া আঙঠি এটা আৰু এযোৰ সঁচৰুৱা খাৰু। এটা পেৰাৰ ওপৰত কাঠৰ এটা সৰু হাত বাকচ। হাত বাকচত এখন বঙালি কৃত্তিবাসী ৰামায়ণ আৰু এখন কীৰ্তন পুথি। এযোৰ বিতচকুও আছে। গাঁওখনত বিতচকু এযোৰেই। আইধান বুঢ়ীৰ বিতচকু। যাৰে যেতিয়াই প্ৰয়োজন হয়, বিতচকুযোৰ লৈ যায় আৰু সেইমতে ঘূৰাই দি থৈও যায়হি। বিতচকুযোৰো বৰ পুৰণি। দেউতাকৰ দিনৰে। কাণত লগাই থোৱা ঠাৰি এডাল নাই— কেতিয়াবাই ছিগিল। তাত মুগা সূতাৰ বটিয়া এডাল পকাই লগাই থোৱা থাকে। পিন্ধিলে সূতাডাল

আনি কাণত পকাই ল'ব লাগে। কেতিয়াবা কাৰোবাক শাস্ত্ৰ ভাগৱত পঢ়িবলৈ, আৰু কেতিয়াবা কাৰোবাক বাঁচ ভৰাবলৈ বা তাঁতত কেণা লাগিলে ভাঙিবলৈ বিতচকুযোৰৰ প্ৰয়োজন হয়। বিতচকুযোৰ যিদৰে লৈ যায়, সেইদৰেই হ্ৰণ-ভগন নোহোৱাকৈ ঘূৰায়ো দিয়েহি। কাৰণ বিতচকুযোৰ আইধান বুঢ়ীৰ বৰ প্ৰয়োজন। দেউতাকে তেওঁক আখৰকেইটা শিকাই থৈ গৈছিল।

আইধান বুঢ়ীৰ বিতচকু আৰু আইধান বুঢ়ী নিজে— দুয়োটাই গাঁওখনৰ বাবে অপৰিহাৰ্য। আচলতে ক'বলৈ গ'লে আইসকাম, গোপিনী সবাহ, অপেশ্বৰী সকাম আদিত পোৱা কলটো, নাৰিকলটো, বুট-মাহ মুঠি, ভোজনীৰ চাউল, নিমখ, তামোল-পাণ, দক্ষিণা আদিৰেহে আইধান বুঢ়ী টুক্‌টুক্ টাক্‌টাক্‌কৈ চলি থাকে। আইধান বুঢ়ীয়ে বৰ সুন্দৰকৈ নামগুণ গায়। মাতটো সুৰীয়া। শুনিলে শুনি থাকিব পাৰি। মানুহজনী নহ'লে আইসকাম নহয়, গোপিনী সবাহো নহয়, অপেশ্বৰী সকামো নহয়। তেওঁ কাকো চলাব নেলাগে। এটাই মাথোন পেট। নিজেই চলে। মাক-দেউতাক থকালৈকে মাক-দেউতাকৰ লগতে আছিলো—খাইছিলো। মাক-দেউতাক ঢুকাবৰ পিছতো ভায়েক আৰু ভাই-বোৱাৰীয়েকৰ লগতে কিছুদিন খালে। পিছত নিজেই বেলেগে খাবলৈ মন কৰিলে। "মোৰ বাবে বহুত কৰিলি তহঁতে। এতিয়া তহঁতৰ নিজৰ সংসাৰো ডাঙৰ হ'ল। মই বেলেগেই খাম।" বেলেগে খাইছিল যদিও তেতিয়ালৈকে আইধান বুঢ়ী ভায়েকৰ ঘৰতেই আছিল। ভতিজা পুতেকে বিয়া পাতিলতহে নিজৰ কোঠাটো ভতিজা পুতেক-বোৱাৰীয়েকক দি নিজে পিছ চোতালৰ মূৰৰ এইটো ঘৰলৈ আহিল। ভায়েকে যজমানী কৰে। মাটি দুডৰামান আছে। আধি দিয়ে। আইধান বুঢ়ীক সহায়-সাৰথি যে নকৰে তেনে নহয়। কিন্তু পাৰ্যমানে ভায়েকক অসুবিধা নিদিবলৈ পালে মানুহজনীয়ে ভাল পায়। গাঁওখনতেই নহয়, দূৰ গাঁৱলৈকো মানুহে আইসকাম পাতিলে আইধানক মাতে। গতিকেই মানুহজনীৰ আজৰি কম। আজৰি সময়ত বিতচকুযোৰ লগাই পুথি-পাঁজি পঢ়ে, বা ওচৰৰে ইঘৰ-সিঘৰলৈ যায়। চাহ-পানী, তামোল একো নেখায়। গাঁঠিত গুৱাপাণ থাকেই, খাবৰ মন গ'লে তাকেই খায়। কিন্তু কথা-বতৰা পাতে; দিহা পোহাও দিয়ে।

সেইজনী আইধান বুঢ়ীৰ নৰিয়া। নৰিয়া বুলি ৰজাৰ মাকে গম পাইছিল। খবৰ এটা ল'বলৈ যাম যাম বুলি ভাবি আছিল যদিও যাবলৈ সময়েই পোৱা নাছিল। চেনিৰামেহে ক'লেহি, "খুৰী গম পাইছ নে নাই? জেঠাইৰ যোৱা থোৱা। এপাক যাবি।"

ৰজাৰ মাকে হাতৰ বন হাততে এৰিলে। কাপোৰযোৰ সলাই লৈ মূৰতে গামোচাখন পেলাই গাঁওখনৰ সিটো মূৰত থকা বামুণ চুবুৰিটোলৈ বুলি ওলাই

গ'ল। আইধান বুঢ়ীৰ ভায়েকৰ ঘৰৰ দীঘল পদূলিটোত টিকনি জবা আৰু ৰঙা কৰবীৰ ফুল জাতিষ্কাৰ হৈ ফুলি আছে। চোতালৰ মূৰত তুলসীৰ গছ। ক'লা তুলসীৰ পাতবোৰত ৰাতিৰ বৰষুণৰ টোপাল তেতিয়াও জিলিকি আছিল। আইধানৰ ভায়েকে তেতিয়া ফুলতোলা খৰাহীটোত তুলসী দুবৰি আৰু ৰঙা কৰবীৰ ফুল তুলিছিল। "দেউ পূজা ঘৰত ইমান পৰলৈকে সোমোৱাই নাই দেখোন।" ৰজাৰ মাকে মনতে ভাবিলে, আইধানৰ ভায়েক গা ধুই আহিছে। কঁকালত চুৰিয়া, উদং গাত লগুণ। লগুণৰ সোণৰ আঙঠিটো জিলিকি আছে। মূৰৰ টিকনিত টিকনি জবা ফুল আৰু তুলসী পাত নাই। পূজা কৰাই নাই। ৰজাৰ পিতায়েকৰ সমনীয়া মানুহ। তাতে যজমানী বামুণ। ৰজাৰ মাকেই নহয়, গাঁওখনৰ বেছি ভাগ মানুহেই সম্ভ্ৰমেৰে কথা তে। বামুণ চুবুৰিটোলৈ এনেয়ো শূদিৰ মানুহৰ বৰ প্ৰয়োজন নহ'লে আহ-যাহ নাই। চুবুৰিটো এমূৰীয়া। নিয়ম-নীতিও বামুণ মানুহখিনিৰ লগত শূদিৰ মানুহৰ নিমিলে। বিয়া-বাৰুলৈ বা সকাম-নিকামতো বামুণ মানুহ বেলেগে বহে। বামুণৰ ঘৰৰ বিয়া-বাৰুত শূদিৰ মানুহখিনিয়ে জা-জলপান খাই নিজেই পাত পেলাই থৈ আহিব লাগে। এনেকুৱা বিভিন্ন ধৰণৰ কাৰণত বামুণ চুবুৰিটোলৈ বৰ দৰ্কাৰ নপৰিলে যোৱা নহয়। যেন সঙ্কোচ এটা, এটা ভয়। কিবা এটা অপৰাধ হ'ব।

পিছ চোতালৰ গোসাঁইঘৰটোৰ কাষতে আইধানৰ ঘৰটো। দীঘল পদূলিটো পাৰ হৈ আগ চোতাল। আগ চোতালৰ চ'ৰাঘৰটোৰ কাষৰ সৰু বাটটোৰে পিছ চোতাল পাবগৈ পাৰি। পদূলিত ফুল তুলি থকা আইধানৰ ভায়েকক দেখি যথেষ্ট সম্ভ্ৰমেৰে ৰজাৰ মাকে সুধিলে, "দেউ, বাইদেউৰ এতিয়া কেনেকুৱা?"

"আছে আৰু," আইধানৰ ভায়েকে উত্তৰ দিলে।

"কেতিয়া কি হয় ক'ব নোৱাৰি। মহাপ্ৰভুৰ ইচ্ছা।"

মূৰৰ গামোচাখন আৰু দীঘলাই পদূলিটোৰ এফেবাৰে দাঁতিয়েদি ৰজাৰ মাক আইধানৰ একোঠলীয়া ঘৰটোৰফালে আগবাঢ়িল। ঘৰৰ ভিতৰত কেবাজনীও মানুহ। তাৰ ভিতৰত চেনিৰামৰ মাকৰ মাতটো ৰজাৰ মাকে ধৰিব পাৰিলে।

আনকালে কেতিয়াবা আহিলেও ৰজাৰ মাকহঁত আইধান বুঢ়ীৰ বাৰাণ্ডাত নাইবা চোতালত মাটিতে বহে। আইধানে কেতিয়াবা কাটি খাবলৈ বুলি খৰাহী এটাতে পাণ-তামোল আনি দিয়ে। কেতিয়াবা চুকত উবুৰিয়াই থোৱা বাটিত চাহ এটোপাও আনি দিয়েহি। চাহ পানী খাই বাটিটো আওখালি আকৌ বাৰাণ্ডাতে উবুৰিয়াই থৈ আহিব লাগে। আইধান বুঢ়ীৰ শোৱা কোঠালৈ প্ৰবেশ নিষেধ। কাৰণ তাত ভাত ৰন্ধা চৰুটো থাকে। আজি পিছে কথা বেলেগ। বাৰাণ্ডাতো মানুহ, ভিতৰতো মানুহ। সকলোৰে গম পাইছে— এটা মুহূৰ্ত আহি আছে। আইধান নামৰ বুঢ়ী মানুহ এজনীৰ নিৰ্বাপিত হওঁ হওঁ হৈ থকা জীৱনৰ শেষ উশাহটো বন্ধ

হৈ যাব। একো নেথাকিব। সেই সময় আহি আছে, যি সময়ত আইধান বুঢ়ী বামুণ নে শূদ্দিৰ, কোঁচ নে কলিতা, হিন্দু নে মুছলমান সেই কথাটোৱেই মানুহজনীৰ বাবে অবান্তৰ হৈ পৰিব।

আইধান শোৱাপাটীতে পৰি আছে। ৰজাৰ মাকে কাৰোবাৰ আইসকাম এটাত মানুহজনী লগ পাইছিল। এমাহমানৰ আগৰ কথা। তাৰ পিছৰে পৰাই বোলে অসুখ। শোৱাপাটীতে মানুহজনী চেপেটা লাগি আছে। ওচৰতে মাটিত কেবাজনীও মানুহ বহি আছে। ভিতৰলৈ আহি ৰজাৰ মাকে বহি থকা মানুহ এজনীক সুধিলে, "এতিয়া কেনেকুৱা?"

"উশাহটোহে আছে।"

ৰজাৰ মাক আইধানৰ ওচৰ পালেগৈ। "বাইদেউ, বাইদেউ—"। সঁহাৰি নাই। কোনোবা এজনীয়ে আকৌ ক'লে, "আজি দিনটো থাকিব। কিবা হ'লে ৰাতিলৈকেহে হ'ব।"

খবৰ কৰিবলৈ মানুহ আহিয়েই আছে। সৰু একোঠলীয়া ঘৰটোত ঠাই নোহোৱা হৈছেগৈ। চেনিৰামৰ মাকৰ স'তে ৰজাৰ মাক উঠি আহিল। আহিবৰ সময়ত মাথো উশাহ লৈ চেপেটা লাগি পৰি থকা মানুহজনীক হেঁপাহ পলুৱাই চাই ল'লে। শেষ দেখা, আৰু দেখা নহ'বগৈ।

নগুলা খোলালৈকে দুয়োজনীৰ মুখত মাত নাই। নগুলা পাৰ হৈ ৰজাৰ মাকেই মুখ খুলিলে,

"বাইদেউ যাবগৈ।"

"এৰা, যাবগৈ।"

"যাওঁক গৈ—। এই জীৱনত বৰ দুখ পালে, সুখৰ মুখেই নেদেখিলে।"

চেনিৰামৰ মাকেও দোহাৰিলে, "যাওঁকগৈ।"

সুখ? সুখ আচলতে কি? দুখী কোন, সুখী কোন? মানুহে সুখী বুলি ভবা মানুহবোৰেই সুখী, আৰু মানুহে দুখী বুলি ভবা মানুহবোৰেই দুখীনে? সুখ-দুখৰ মাজৰ ৰেখা কোনডাল? কোনখিনিৰ পৰা মানুহ সুখী, আৰু কোনখিনিৰ পৰা দুখী? নে, দুখে-সুখে লেটি-পেটি হৈ থকাহে মানুহৰ জীৱন? চেনিৰামৰ মাকে "তামোল এখন খাই যাবা আহা" বুলি লগ ধৰিছিল। ৰজাৰ মাকৰ সোমাবলৈ মন নগ'ল। "নেলাগে, অইন এদিন আহিম" বুলি কৈ ৰজাৰ মাকে চেনিৰামৰ মাকৰ পৰা বিদায় ল'লে।

দুখী মানুহ সুখী হ'ব পাৰেনে, অথবা সুখী মানুহ দুখী? আইধান বাইদেৱে সুখৰ মুখেই নেদেখিলে। সুখৰ মুখ নেদেখিলে কোনোবাই খোলাকৈ হাঁহিব পাৰেনে? আইসকাম, গেপিনী সবাহত নামগুণ গাব পাৰেনে? দিনৰ ভাত সাঁজ খাই উঠি

ৰাতিৰ সাঁজলৈ চিন্তা কৰিব পাৰেনে? সুখৰ মুখখন নো কোনে দেখে? ৰজাৰ মাকে নিজে দেখিছেনে? সুখৰ মুখ নো কেনেকুৱা? সুখ বিচাৰি মানুহে চিৰদিন হাবাথুৰি খায়েই ফুৰে। এৰা, কণা গোসাঁয়েনো মানুহক সুখ দিব কিয়? ৰজাৰ মাকে নিজৰ যুক্তি প্ৰয়োগ কৰিলে। সুখ পালে যে মানুহে তেওঁক পাহৰি যাব। সুখ বিচাৰোতে যে মানুহে আচলতে তেওঁকে বিচাৰে। বিচাৰি বিচাৰি সুখ পালেই যে তেওঁক বিচৰাও এৰি দিব।

আইধানৰ কথাটো বেলেগ। 'জীৱন' বুলি মানুহে যিটো চক্ৰৰ কথা কয়, সেই চক্ৰটোৰ পৰা তেওঁ বাহিৰে বাহিৰেই থাকি গ'ল। ধৰ্ম ৰক্ষা কৰিবৰ বাবে সাত বছৰ বয়সতে গৌৰীদান দিছিল। যালৈ বিয়া দিছিল সেই মানুহটোৰ নাতিনীয়েকেই আইধানতকৈ ডাঙৰ। বামুণ মানুহ। ছোৱালী জীয়ৰী হোৱাৰ আগতে উলিয়াই নিদিলে গোটেই বংশটোৱেই পতিত হ'ব লাগিব। বংশটো পতিত নহ'ল, কিন্তু আইধানহে ঘৰখনৰ এচুকত পৰি ৰ'ল। বিয়াৰ ছমাহ হৈছিল নে নায়েই হোৱা আইধান বিধৱা হ'ল। ঘৰৰ ছোৱালী ঘৰতেই থাকিল। সাত বছৰ পাৰ হওতেই বাঁৰী ভাত খোৱা মানুহজনী আজি একেবাৰেই গুচি যাবলৈ ওলাইছে। আইধান এতিয়া সুখ-দুখৰ ওপৰত।

ঘৰৰ পদুলি মূৰ পাই ৰজাৰ মাকে মূৰৰ গামোচাখন হাতলৈ ল'লে। ৰজা ওলাই আহিল। সি কেনিবা যাব হ'বলা।

"জেঠাইৰ কেনেকুৱা?" সি মাকক সুধিলে।

"নাই। বাৰু নহয়, খবৰ পাবহে লাগে।"

কাপোৰ-কানি সলাই ৰজাৰ মাকে ভৰি-হাত ধুলে। ৰজা মাকৰ ওচৰ চাপি আহিল। ক'লে, "বৌটি, মই এফালে যাব লাগে। সৰু সোণে মাতি পঠাইছে। তাৰ লগতে যাম।"

"সৰু সোণৰ লগত কেনি যাবিনো?"

"ফজৰতৰ ঘৰলৈ।"

"ফজৰত দেখোন কেতিয়াবাই মৰিল।"

"পুতেক আছে নহয়।"

"সৰু সোণহঁতে হাতী ধৰেগৈ নেকি?"

"হয় হ'বলা।"

"যাবি তেনে। ভাত হবই। খাই যাবি।"

ফজৰত মৰিল। হাতী ফান্দীৰ জীৱন। কোনোদিনেই সুখ-স্বাচ্ছন্দ্যৰ মুখ নেদেখা সাধাৰণ জীৱন। লোকক হাতী ধৰি দিয়ে। নিজৰ ঘৰৰ চালেৰে পানী উৰুখে। ফজৰত এবাৰ হাবিত থাকোতে মেলেৰিয়াত পৰি তাৰ ডাঙৰ পুতেকটো

ঢুকাল। ইটো পুতেকক ফান্দী কৰিবলৈ ফজৰতৰ মন নাছিল। পিছে যাৰ কপালত হাতীৰ ফান্দী হ'বলৈ লিখা আছে, কোনে গুচাব? ল'ৰাটো মৰাৰ পিছতে ফজৰতে হাতী নধৰো বুলি শপত খাই খেতি-খোলা কৰাৰ কথাহে ভাবিছিল। কিন্তু মানুহটো ঘৰত থাকিব নোৱাৰে। হাতীৰ লগত হাবিত থাকোতে থাকোতে মানুহটো হাবিৰে জীৱ হ'লগৈ। দিনে-নিশাই বোলে মানুহটোক হাবিখনে মাতি থাকে। দিনত যেন-তেন, ৰাতি ঘৰৰ ভিতৰত থাকিব নোৱাৰে। হাবিৰ জীৱ-জন্তুবোৰে মাতে। "আহ ফজৰত আহ, আহ, আহ।" তাতে হাতী ধৰা মানুহ। নিচা নেখালে নহয়। যেতিয়া যি নিচা পাইছিল, মদ, ভাং, কানি ফজৰতে সকলো খাইছিল। মহাত্মা গান্ধীৰ বাগিয়াল বস্ত্ৰ বৰ্জন কৰা আন্দোলন আহিল আৰু গ'ল, ফজৰতে বাগিয়াল বস্ত্ৰ নোচোওঁ বুলি শপত খালে। পিছলৈ মানুহটো বলিয়াৰ দৰে হ'ল। ঘৰত থাকিব নোৱাৰে, এবাৰ ঘৰৰ পৰা ওলাই মনে মনে গৈ হাবি পালেগৈ। হাবিতে মৰিল। হাবিৰ জীৱ আছিল, হাবিতে মৰিল।

এৰা, বৰ ভাল মানুহ আছিল। ৰজাৰ মাকে ভাতৰ চৌকাৰ তলৰ জুইকুৰা টানকৈ দিলে। কালি নিশা সমাজিকত ৰজাৰ পিতায়েকক দেখিছিল। ৰজাৰ মাকে নিজৰ মানুহটোকে চিনিব নোৱাৰি যে ভূত বুলি ভয় খাইছিল— সেইটো চেহেৰা। সকাম আহি ওচৰ চাপিছে। আনকালে ৰজাৰ পিতায়েকক সমাজিকত দেখিলে তেওঁৰ মনটো দিনটোলৈ ভাল লাগি থাকে। আজি দুখহে লাগিল। কিটো চেহেৰা লৈ মানুহটোৱে দেখা দিছেহি। কাপোৰ-কানিৰ অৱস্থা নাই। চকু-মুখ সোমাই গৈছে। দীঘল হোৱা চুলিত জঁট বান্ধিছে। গা-ফপৰীয়া। কিবা কথা কৈছিল নেকি মানুহটোৱে? নাই, একো কোৱা নাই।

সেই যে ৰজাৰ পিতায়েকক হাতী ধৰালৈ নিবলৈ বুলি ফজৰত আহিল, কিবা কাৰণত মানুহটোৰ মনটো বিষাদেৰে ভৰি পৰিবলৈ ধৰিলে। যাবৰ দিন চমু চাপি আহিল। ৰজাৰ পিতায়েকৰ মনটো গধুৰ। মাকে ধৰিব পাৰিছিল নে নোৱাৰিছিল কোনেও নেজানিলে। আৰু মাকেনো ধৰিব নোৱাৰিব কিয়? পেটৰ পোৱালিহে। মাকে একো নক'লে। ক'লে নিজৰ মানুহজনী— ৰজাৰ মাকেহে। "নেলাগেই নহ'লে যাব। সখিয়েকলৈ বতৰা পঠিয়াওক—" "নগ'লে কেনেকৈ হ'ব? যাম বুলি ক'লো। সখিয়েৰা কি ভাবিব?"

যাম বুলি ক'লে যাবই। লাগ বুলি ক'লে লাগিবই। এই আঁকোৰ-গোজ স্বভাৱটোকে পুতেকে পালে। মাজতে এবাৰ খবৰ পোৱা গ'ল— ভালে আছে। হাতী নামিছে। কিন্তু জাকত জোখৰ হাতী নাই বাবে ধৰা হোৱা নাই।

ৰজাৰ মাকৰ তেতিয়া দিন নেযায়, ৰাতি নুপুৱায় অৱস্থা। ক'বনো কাক? ভিতৰৰ চটফটনি বাহিৰত দেখুৱাই দিয়াটো বৰ লাজ বিজৰ কথা। দিনটো

যেন-তেন, নিশা হ'লে চিন্তাই খাই মাৰে। মানুহটোৱে কি বা কৰিছেগৈ, কি বা খাইছেগৈ? অসুখ-বিসুখেই হৈছে নেকি, বনৰজাৰ মুখতেই পৰিছে নেকি। নানানটা চিন্তা। খা-খবৰ বহুত দিনলৈ নেপাই মাকৰো চিন্তা লাগি আছিল। এবাৰ বিয়া এখন খাবলৈ গৈ কিবা খা-খবৰ পাওঁগৈ নেকি বুলি শাহুৱেক, বোৱাৰীয়েক দুয়োজনী গৈ ফজৰতৰ ঘৰত সোমাল। বঁটাত পাণে-তামোলে আগবঢ়াই 'কাটি কুটি খা' বুলি কৈ ফজৰতৰ মাকে সেইদিনা নোপোৱাই পোৱাদি পালে। কিনো দিম, ক'তনো থ'ম এনেহে কৰিলে। "তহঁতৰ মানুহে আমাৰ ঘৰত পানী এটোপা খোৱাৰো নিয়ম নাই। এতিয়া এইবোৰকে লৈ যা, ঘৰতে খাগৈ—" বুলি বাৰীৰ শাক-পাচলি এসোপাও বান্ধি দিলে। বুঢ়ীজনীয়ে মলা ধপাত বৰ ধুনীয়াকৈ কৰিছিল। আলু খেতিৰ মাজে মাজে ধপাত গছ ৰুইছিল। আলু খেতিৰ মাজে মাজে ধপাত গছ ৰুলে আলু-বিলাহীৰ ক'লা পৰা বেমাৰটো নহয় বুলি ৰজাৰ মাকে সেইদিনাহে গম পালে। ধপাতৰ পাতবোৰ শুকুৱাই গুড়ি কৰি লৈ তাত লালীগুড় সানি খুন্দি খুন্দি বাঁহৰ চুঙাত ভৰাই বছৰটোৰ জোখাৰে ধোঁৱা চাঙৰ ওপৰত তুলি থৈ দিয়ে। ফজৰতৰ মাকে সেই ধপাতক 'ধোঁৱা' বুলি কয়। তাৰো অলপমান পকা গোন্ধ পাণ কেবিৰামানৰ স'তে বান্ধি দিলে। সেই ধপাতৰ কি গোন্ধ, কি সোৱাদ।

ফজৰতৰ মাকৰ হাতৰ মলমলীয়া মলা ধপাতৰ দৰে মানুহজনীৰ কথা-বতৰাত এটা সুগন্ধ আছিল। এটা উত্তাপ আছিল। মানুহজনীলৈ ৰজাৰ মাকৰ এতিয়াও মনত পৰে। অনবৰতে ঘৰতে বোৱা শুধ বগা ৰিহা-মেখেলা পিন্ধিছিল। অ'লৈ-ত'লৈ গ'লে গাত খনীয়া কাপোৰ এখন ছটিয়াই লয়। দেখাতো বৰ ধুনীয়া আছিল। ফজৰতৰ মাকে কৈছিল, "চিন্তা কৰি নেথাকিবি। সিহঁত ভালে ভালেই ঘূৰি আহিব। হাতী ধৰালৈ যোৱাৰ কথা। দিনচেৰেক লাগিব। নতুনতে মোৰো চিন্তা লাগিছিল। আজিকালি নলগা হ'ল। চিন্তাৰনো কি পাৰ আছে?"

"এৰা", ৰজাৰ আইতাকে উত্তৰ দিছিল। "তেও বুলি চিন্তা নকৰাকৈনো থাকা কেনেকৈ?"

"মিছা নহয়। আমি মাইকী মানুহহে। আমাৰ কথানো বুজে কোনে, ভাবে কোনে? লোকলৈ বাদেই দিয়া পেটৰ পোৱালি আৰু পাটীৰ মতা, ইহঁতেই নুবুজে নহয়।" আমাৰ কাম খালি চিন্তা কৰা। নিজৰ মানুহটোলৈ চিন্তা, পেটৰ পোৱালিলৈ চিন্তা, ঘৰখনলৈ চিন্তা, গৰু-ছাগলী, হাঁহ-কুকুৰালৈ চিন্তা, আনকি পিৰালীৰ কুকুৰটোলৈকো চিন্তা। আমাৰ দৰে মতা মানুহবোৰে চিন্তা নকৰে। হাবিত সিহঁতে সুখ মনেৰেই থাকে। মানুহজনীয়ে কথাকেইটা কৈ আৰু এখন তামোল মুখত ভৰাইছিল। "পিছে খঙত কৈছোহে হয়, হাতী ধৰা কাম কিন্তু বৰ উলামুলা কাম নহয়। হাবিৰ ভাওৰীয়া জীব। গায়ে-গাৰিয়ে মানুহতকৈ বহুত ডাঙৰ। বলবানো।

সেই হাতী ধৰিবলৈ যোৱাৰ কথা। গাৰ শক্তিও লাগিব, মনৰ বলো লাগিব। বুকুৰ সাহসো লাগিব।"

ৰজাৰ মাক, শাহুৱেকৰ ওচৰতে কোঁচ-মোচ খাই বহি আছিল। ফজৰতৰ মাকে ৰজাৰ মাকলৈ চাই কৈছিল, "তই আকৌ ভয় খাইছ নেকি ন-ছোৱালী?"

"নাই খোৱা" ৰজাৰ মাকে উত্তৰ দিছিল।

"হাতী ধৰা কাম এদিনতে শেষ হোৱা কামো নহয়। মাহৰ পিছত মাহ হাবিত থাকি পোনতে হাতীৰ জাকটো চাই ল'ব লাগিব। তাত মাইকী কেইজনী আছে, মখনা কেইটা, দাঁত ওলোৱা কেইটা, নোলোৱা কেইটা, পোৱালি কেইটা। সিহঁতে জাক পাতি ফুৰে। জাকটোত অইন জাকৰ হাতী সোমাব নোৱাৰে। হাতীৰ লক্ষণো আছে। লক্ষ্মীয়া হাতীহে ধৰিব লাগে। নহ'লে হাতীয়ে মানুহ ঘৰ উঠাবও, নমাবও।"

"হয় নেকি?" ৰজাৰ আইতাকে ক'লে। "মই আকৌ ইমানবোৰ কথা নেজানো নহয়। হাতী ধৰিবলৈ গ'ল, ধৰিলে আৰু লৈ আহিল। ইমানকেহে জানো।"

টেমীটোৰ পৰা তৰ্জনী আঙুলিৰে চুণ এলেপা লৈ তলৰ পাৰিৰ দাঁতত লগাই ফজৰতৰ মাকে উত্তৰ দিলে, "এহ জানিবানো কেনেকৈ? ময়ো নেজানিছিলো, ইয়ালৈ আহিহে গম পালো। শহুৰেই শিকালে কথাবোৰ। ইহঁতৰ বাপেকো আছিল হাতীৰ ফান্দী। শহুৰো।"

সেইদিনা ফজৰতৰ মাকৰ পৰা বহুত নজনা কথা ৰজাৰ মাকে শিকিছিল। শাহুৱেকে প্ৰশ্ন কৰিছিল, ফজৰতৰ মাকে উত্তৰ দিছিল, আৰু ওৰণি বাৰণিৰে মুখ ঢাকি শাহুৱেকৰ ওচৰতে বহি ৰজাৰ মাকে শুনি আছিল। কাল হোৱা ল'ৰা-ছোৱালী দুটা ঘৰতে থৈ গৈছিল। আহিবলৈ উচপিচ লাগিছিল, কিন্তু শুনি ভাল লাগিছিল। এতিয়া ৰজাৰ মাকৰ গোটেইবোৰ কথা মনত নাই। কিন্তু দুই-এটা কথা মনত আছে। মনত ৰাখিছে বাবে মনত আছে।

ৰজাই ক'লে, "বৌটি, জেঠাই গ'ল।" আনকাল হোৱা হ'লে ৰজাৰ মাক উচাপ খাই উঠিলহেঁতেন। আজি নুঠিল। মনে মনে তেনে অনুমান এটা কৰিছিলেই। যেন আটাইতকৈ অসম্ভৱ বুলি ভবা কাম এটা সম্ভৱ হোৱাৰ খবৰ এটাহে এইমাত্ৰ পাইছে— তেনে ধৰণৰে ৰজাৰ মাকৰ মনটোত সকাহ পোৱাৰ ভাব এটাই ভুমুকি মাৰিবলৈ ধৰিলে। "বাইদেউ যোৱাই ভাল। এনেকৈ জীয়াই থাকিব নেলাগে।" ৰজাৰ মাকে মনে মনে ভাবিলে। আইধানৰ বাবে যেন মৃত্যুৰ অৰ্থই হ'ল মুক্তি। সঁজাত সোমাই থকা চৰাইটোৱে আজি যেন মুকলি আকাশত উৰি ফুৰাৰ অধিকাৰ পাইছে।

ৰজা ৰাতি ঘৰত নাছিল। আইধান বুঢ়ীৰ টান হৈছে বুলি গম পাই সন্ধিয়া লাগোতেই তালৈ গৈছিল। ৰাতি সি নাহোতেই মাকে ভাবিছিল, কথা বৰ ভাল

নহয়। চেনেহীকে মাতি আনি ৰাতিটো শুই থাকিল। "কতা, বাঁহ-কাঠ কটাৰো গম নেপালো দেখোন।"

ৰজাই গা-পা ধুই আহিছে। পদূলি মুৰতে সি ভৰি-হাত সেকিবলৈ বুলি জুইকুৰা জ্বলাই তাৰ গালৈ সৰিয়হ কেইটামান ছাটি মাৰি মাকে সুধিলে, "গম পাবি কেনেকৈ? মাজনিশাহে নিয়া হ'ল। তই শুলিয়েই চাগৈ।" ৰজাই ক'লে।

"জ্ঞান আছিল নে? চকু মেলিছিল নে বাইদেৱে?"

জ্ঞান বৰকৈ নাছিল। কিন্তু মৰিবৰ সময়ত বোলে চকু মেলি কৈছিল, "মোৰ মাছেৰে ভাত খাবৰ মন গৈছে।" ওচৰত থকা মানুহখিনিয়ে বোলে চক খাই চকুলৈ চোৱাচুই কৰিছিল। বুঢ়ীৰ শেষ ইচ্ছা। চৰুত ভাত আছে। আঞ্জাও আছে। এটেপা খচি খুৱাই দিব পৰা যাব। কিন্তু মাছ? ভূমি চুই কাণত হাত দিবলগীয়া কথা। বামুণৰ বাঁৰী মানুহ। ইমান দিন গ'ল, গাভৰু কালৰ কামনা-বাসনা কঁঠাল কাঠৰ পেৰাৰ মাজত বন্দী কৰি থ'লে, বাঁৰী বামুণনীয়ে মানিবলগীয়া নিয়মৰ এচুলিমানো হেৰফেৰ নহ'ল, এতিয়া শেষ সময়ত বুঢ়ীজনীয়ে কিয় পৰাচিত হ'বলগীয়া কথা কয়? "ভাত এটেপা খুৱালেনে বাৰু বাইদেউক?" ৰজাৰ মাকে পুতেকক সুধিলে।

"ভাত কেনেকৈ খুৱাব?" অকল শুদা ভাতমুঠি হোৱা হ'লে বেলেগ কথা আছিল। "পিছে মোৰ মনেৰে বৌটি জেঠাইক মাছেৰে ভাত কেইটামান খুৱাবই লাগিছিল, জেঠাইৰ আশা থাকি গ'ল—" .

"হেৰ, ইমান দিন গ'ল, দেহাটো চুৱা নকৰাকৈ। এতিয়া মৰিবৰ সময়ত চিপ টানি থাকোতে কিয় দেহাটো চুৱা কৰিব লাগে?"

"তেও বুলি" ৰজাই যুক্তি বিচাৰি নেপালে। আইধান বুঢ়ীয়ে মাছেৰে ভাত খাম বুলি কোৱা কথাটো তাৰ উচিত যেনো লাগিল, অনুচিত যেনো লাগিল। সাত বছৰ বয়সৰ পৰাই কঠোৰ নীতি-নিয়ম মানি মগুডাইলত দিয়া লাও, জিকা, আলু, কচু খাই জিভা জিভা তিতা হৈ গ'ল। সমাজৰ সকলো নীতি-নিয়মেই উচিত নিয়ম নহয় নেকি! সামাজিক নিয়ম-নীতিৰ উচিত-অনুচিত বিচাৰ কৰিবলৈ সিনো কোন? তথাপিও, ৰজাৰ মনটো থেৰো-গেঁৰো লাগি থাকিবলৈ ধৰিলে। এতিয়া আইধান বুঢ়ীৰ শেষ মুহূৰ্তৰ এই কথাটোৱেই গাঁওখনৰ শেহতীয়া চৰ্চা হৈ পৰিবগৈ। ঘৰে ঘৰে তিৰোতা মানুহৰ জুমে জুমে এই কথাটোৱেই চুণ, ধপাতৰ তামোলখনৰ দৰে পাগ লাগি ওঁঠে ওঁঠে বাগৰি ফুৰিব। কথাটো সি বুজি নেপালে।

মাকে দিয়া চাহটোপা খাই সি কোৰখন লৈ বাৰী উলিয়াবলৈ লাগিল। খৰালিৰ শাক-প্যাচলি কৰাৰ দিন পালেহি। মাক গ'ল গাখীৰ খীৰাবলৈ, ৰাতিপুৱা ঘৰখনত পৰ্বতপ্ৰমাণ কাম। আৰু কিছুদিনৰ পিছতেই ধান চপাবৰ দিন পাবহি। আগতীয়া ৰোৱাবোৰ পূৰঠ হৈছেই। গছবোৰো ঈষৎ হালধীয়া হ'বলৈ লৈছে। ধান দোৱা

হ'লে সক সোণৰ স'তে ৰজা হাতী ধৰালৈ যাব। তাত চাগৈ বহুত দিন থাকিব লাগিব। যোৱাৰ আগতে সি ঘৰৰ কাম-বন শেষ কৰি মাকক নিচিন্ত কৰি যাব লাগিব। ভাবিছেহে যোৱাৰ কথা, মূৰকত কি হয়গৈ ঠিক নাই। বুঢ়ীয়ে হকা-বধা যে নকৰিব তাৰ মানে নাই। হকা-বধা কৰিলেও মাকক বুজাই-বঢ়াই হ'লেও সি যাবই। হাবি এখনত আপোন-মনে চৰি ফুৰি, গছ-বনৰ পাত খাই, নৈ-নিজৰাৰ পানী খাই, মুক্তভাৱে জীৱন-যাপন কৰা হাতীৰ পৰিয়াল এটা স্বচক্ষে চোৱাৰ তাৰ বহুত দিনৰ হেঁপাহ। কেনেকৈ সিহঁত থাকে? সিহঁতৰ ভাষা কি? সিহঁতৰ দলপতি কোন? ৰাতি হ'লে ক'ত শোৱে, বৰষুণ দিলে ক'ত থাকে? সিহঁতে দুখ কৰেনে? আনন্দ কৰেনে? সুখ-দুখৰ কথা সিহঁতে কেনেকৈ পাতে? গাঁওখনৰ মানুহৰ দৰে ইহঁত ইটো-সিটোৰ সুখত সুখী, দুখত দুখী হয়নে? এইবোৰ কথা ৰজাই নেজানে। গাঁৱলীয়া ল'ৰা। হাবিৰ বনৰীয়া হাতীৰ জাক বা বনৰজাৰ মুখামুখি নোহোৱাৰ কথাই নহয়। কিন্তু মানুহৰ সমাজখনৰ দৰে যে জীৱ-জন্তুৰ সমাজখনতো কিছুমান নিয়ম-শৃংখলা আছে; বান্ধোন কিছুমান আছে, সেই কথাটো জানিবলৈ তাৰ সৰুৰে পৰাই আগ্ৰহ। ফজৰতৰ স'তে, তাৰ বাপেকো হাতী ধৰালৈ সেই আগ্ৰহতে গৈছিল নিশ্চয়। মাকে ভয় কৰিব। তিৰোতা মানুহৰ ভয় বেছি। সি কিবা অকলে যাবনে? লগত আৰু কিমান মানুহ যাব। অহা-যোৱা হৈ থাকিব— মাকে তাৰ খবৰ, সি মাকৰ খবৰ পাই থাকিব। চিন্তা কিহৰ? সি ঘৰত নথকাকেইদিন চেনেহীকে মাকৰ স'তে শুই থাকিবলৈ কৈ যাব। মদনহঁত আছে, গোবৰ্দ্ধন, চেনিৰাম, মাণিক— ইহঁত আছে, গৰুগাইকেইটা চাই দিব পাৰিব। খালি ধান বানি চাউল উলিওৱা কথাটোতহে মাকৰ কিছু অসুবিধা হ'ব নেকি বাৰু? ঘৰত থাকিলে মাকক ৰজাই ঢেঁকী দিবলৈ নিদিয়ে। কিবা এটা কৰিব লাগিব। গাঁওখনত অতজাক ছোৱালী আছে, কাৰোবাক ঢেঁকী দিবলৈ মাতিলেই আহিব। ছোৱালীজাকে কাম বিচাৰিহে ফুৰে। ৰেৱতীকো মাকে মাতিব পাৰে। তাইক মাকে বৰ ভাল পায়, পাবই। ছোৱালীজনী ভাল পাবলগীয়া ছোৱালী। ৰেৱতীৰ কথা মনত পৰাৰ লগে লগেই তাৰ চাঁতকৈ মনত পৰিল— ফুলবছা কাঠী।

কোৰখন হাতৰ পৰা থৈ সি ভঁৰালঘৰৰ গাধৈৰ পৰা দাখন হাতত ল'লে। গাখীৰৰ কৰীয়াটো লৈ মাক গোহালি ঘৰৰ পৰা ওলাই আহিছিল। সি বাঁহনী বাৰীৰ ফালে যাব খোজা দেখি মাকে ক'লে, "কি কৰনো?"

"বাঁহ এপাৰ লাগিছিল, ৰেৱতীৰ কাঠীকেইটা মনত পৰোতেই চাঁচি থওঁ।"

"ভাল দিনতে মনত পৰিল তোৰ। আজি শনিবাৰ বুলি নেজান নেকি?"

"তেন্তে কাইলৈকে বাঁহ কাটিব লাগিব।"

"কাইলৈকো নোৱাৰ। পিতায়েৰ ঢুকুৱা বাৰ। বাৰীৰ ক'ৰবাত কটা বাঁহ আছে নেকি চা।"

"কাটি থোৱা বাঁহ নাই।"

"তেন্তে পৰহিলৈ কাটিব পাৰিবি।"

ৰজাই হাতৰ দাখন আকৌ ভঁৰালৰ গাধৈত থৈ, কোৰখন হাতলৈ ল'লে। শাকনিখন সোনকালে উলিয়াই থ'ব পাৰিলে ভাল। গোবৰ পৰি পৰি বাৰীখন সাৰুৱা হৈ আছে। যি গুটিয়েই দিয়া হ'ব ভৰভৰকৈ গজি আহিব। ক'লা, সাৰুৱা, ফচফচীয়া মাটি। মাটিখিনি উলিয়াই দুদিনমান ৰ'দত শুকাবলৈ দিব লাগিব। তাৰ পিছত আকৌ মিহিকৈ চহাব লাগিব। এতিয়া সদ্যহতে কোৰ মাৰি বখলা বখল কৰি লুটিয়াই গ'লেই হ'ল। মাটিখিনি গোবৰ গোবৰ গোন্ধাইছিল। কোৰ মাৰোতে মাটিত ওলোৱা পোক-পৰুৱা, কেঁচু, কুমতি খাবলৈ তাৰ ওচৰে ওচৰে ক'লী চৰাই এজনী ঘূৰি ফুৰিছিল। চৰাইজনীৰ মূৰৰ ওপৰত ফান একোছা আছে। ফানকোছা চৰাইজনীৰ মূৰত খোপা এটাৰ দৰে হৈছে দেখিবলৈ। সি কয়, খোপা বন্ধা চৰাই। মাকে কয়, ফেঁচু। চৰাইজনী তাৰ পিছে পিছে নিৰ্ভয় মনৰে ঘূৰি ফুৰিছে। যেন পোহনীয়া চৰাইহে।

ৰজাই অবিৰাম কোৰ মাৰি থাকিল। তাৰ বাহু দুটাত বল আছে। হাল-কোৰ মৰা গাঁৱলীয়া ল'ৰাৰ বাহুলৈ কেতিয়া বল আহে, কেনেকৈ বল আহে কোনেও ক'ব নোৱাৰে। পিছে মাকেহে খং কৰিলে। "নৰিয়াৰ পৰা উঠা বেছি দিন হোৱাই নাই। আহ, গাখীৰ তপতাইছো, আগতে খাই ল'হি। পিছে-পৰেও কোৰ মাৰিবি।" তপত গাখীৰেৰে সান্দহ গুড়ি জলপান। মাকে এইকেইটা দিনতে জা-জলপান এমুঠি গোটাই লৈছে। ধান দাবৰ হ'বই। পিছলৈ সময় নেপাব।

সৰু সোণে মাতিছিল। আজি নহয় অইন এদিন গ'লেও হ'ব। ফজৰতৰ ঘৰলৈ যাব লাগে। ফজৰত মৰিল যদিও মানুহে সিহঁতৰ ঘৰখনক ফজৰতৰ ঘৰ বুলিয়েই কয়। কলীয়াৰ ঘৰ বুলি নকয়। বোধহয় ফজৰত মৰিল যদিও মানুহে তাৰ মৃত্যুক মানি ল'ব পৰা নাই। ফজৰত মৰিল লোকচক্ষুৰ আঁতৰত হাবিৰ মাজত। নিচা এবাৰ পিছত সি ঘৰত থাকিব নোৱৰা হ'ল। হাবিৰ নিচা লাগিল তাৰ গাত। ঘৰত ধৰি-বান্ধিও ৰাখিব নোৱৰা হ'ল। এবাৰ সি ঘৰৰ পৰা ওলাই ক'ৰবালৈ গুচি গ'ল। ক'লৈ গ'ল কোনেও গম নেপালে। মানুহে অনুমান কৰি ল'লে, নিজকে হাবিৰ জীৱ বুলি ভাবিবলৈ লোৱা ফজৰত হাবিলৈকে গুচি গ'ল। তাতে হয়তো বনৰজাৰ মুখত পৰিল, নতুবা অকলশৰীয়া গুণ্ডা হাতীয়ে মাৰিলে, নতুবা বেমাৰ-আজাৰ হৈয়ো মৰিব পাৰে। ফজৰতৰ খবৰ আৰু নোলাল। মানুহে কয়, ফজৰত মৰিলে বেমাৰ-আজাৰ হৈহে মৰিব, বনৰ জীৱৰ হাতত নমৰে। সি বনৰীয়া হাতী

বশ কৰাৰ মন্ত্ৰ জানিছিল। বাঘৰ স'তে সখি পাতি লৈছিল, বাঘিনীৰ লগত ভাই-বোৱাৰী সম্পৰ্ক পাতিছিল। বৰজনাক দেখিলে ভাই-বোৱাৰীয়েক আঁতৰি যোৱাদি তাক দেখিলে পোৱালি লগা বাঘিনীও আঁতৰ হৈ গৈছিল।

ফজৰতৰ দুখতে তাৰ মাকজনী মৰিলগৈ। এতিয়া তাৰ পুতেক আছে কলীয়া ফান্দী। কলীয়াৰ এপাল ল'ৰা-ছোৱালী। সৰু ল'ৰাটো পাঠশালালৈ গৈছে। কলীয়াৰ ঘৈণীয়েকজনী বৰ ৰাংঢালী। গাঁৱৰ আন দহজনী তিৰোতাৰ দৰেই তাইৰো সাধাৰণ চেহেৰা। গাঁৱলীয়া তিৰোতা মানুহবোৰ দেখোন ইজনীৰ পৰা সিজনীক দেখাত পৃথক কৰিব নোৱাৰি। কেনেকৈনো পাৰিব? গাভৰু হৈ থকালৈকে যেনতেন। বিয়া হোৱাৰ পিছৰ পৰাই একে চেহেৰা। প্ৰত্যেকেই এপাল এপাল ল'ৰা-ছোৱালী জনম দিয়ে। ৰ'দে-বৰষুণে দেহা ক'লা পেলাই পথাৰ-সমাৰ, ঘৰ বাহিৰৰ কাম কৰে। একেলগে বুঢ়ী হয়, গাৰ ছাল শোটোৰা-শোটোৰ হয়। একেই দুখ, একেই সুখ। চেহেৰা একে হৈ পৰে। ইজনীৰ পৰা সিজনী পৃথক কৰিব নোৱাৰি।

এইবাৰ কলীয়া ফান্দীয়ে সৰু সোণৰ হৈ হাতীৰ মহলত হাতী ধৰিবগৈ। এই অঞ্চলত কলীয়া ফান্দীৰ দৰে আৰু ফান্দী নাই। সি বাপেক ফজৰতৰ নাম ৰাখিব পাৰিছে। হাতী ধৰা সম্পৰ্কীয় কথাৰ বাবেই সৰু সোণৰ মতে ৰজা কলীয়া ফান্দীৰ ঘৰলৈ অহা-যোৱা কৰি আছে। দুদিনমানৰ আগতেও সি সৰু সোণৰ লগত তাৰ মটৰ গাড়ীখনতে উঠি কলীয়াৰ ঘৰলৈ গৈছিল। কলীয়াৰ সৰু পুতেকে বাহিৰৰ খোঁটালিতে ঢৰা এখনত বহি ফলি-পুথি লৈ আছিল। দেখি ৰজাৰ ভাল লাগিল। সি গাঁৱৰে পাঠশালাত পঢ়ে। হওক তেও। আই সৰস্বতীৰ কাষ চপা গাঁৱলীয়া ল'ৰাকেইটাৰ কপালত ঘটে? গাঁৱৰ ল'ৰাই কঁকালত চুৰীয়াৰ গাঁঠি মাৰিব পৰা হোৱাৰ পৰাই গৰুগাই চৰাবলৈ, মাছ-কাছ ধৰিবলৈ, খৰি-খেৰ লুৰিবলৈ, হাল-কোৰৰ মুঠিত ধৰিবলৈহে পায়। ফলি-পুথি চুবলৈ কেইটাই পায়? পাঠশালা সেইদিনা বন্ধ আছিল। মহাশয় ভিন গাঁৱলৈ গৈছে। সত্যনাৰায়ণ পূজা নে কাৰোবাৰ বছৰেকীয়া শ্ৰাদ্ধ কৰিবলৈ। কলীয়াৰ সৰু পুতেক সেয়ে সেইদিনা ঘৰতে আছিল। সি পাঠ আওঁৰাই আছিল। ল'ৰাটোৰ পঢ়াত মতি আছে। ৰজাই পদুলিৰ মুৰৰ পৰাই সি টক-টকাই পঢ়ি থকা শুনিছিল। কিজানি এই ল'ৰাটোৰ হাততে কলীয়া ফান্দীৰ উদ্ধাৰৰ মন্ত্ৰও আছে, ৰজাই মনতে ভাবিছিলে।

পদুলি মুৰ পাৰ হৈয়েই গোহালি ঘৰ। নিকাকৈ আঁতাই মচি-কাচি থোৱা হৈছে। তাতে পীৰা এখনত বহি কলীয়াই মৰাপাটৰ গুণ লৈ আছিল। লেজু বটিব। কলীয়াক দেখি সিহঁত গোহালি ঘৰটোৰ ভিতৰলৈ সোমাব খুজিলে। কলীয়াই ক'লে, "নুঠিবি। মই ফান্দ ফাৰা বাটিবলৈ লৈছো।"

গোহালি ঘৰ মচি-কাচি নিকাকৈ থোৱা কথাটো সিহঁতে তেতিয়াহে গম পালে। গোহালি ঘৰৰ এচুকত ধূপ জ্বলোৱা আছিল। কল, বুট, কুঁহিয়াৰৰ পাত এখিলাও সিহঁতে তাৰ ওচৰতে দেখিলে। কলীয়াৰ জীয়েক আইজনীয়ে গোহালি ঘৰৰ ওচৰৰ চোতালতে পীৰা এখনে মুঢ়া এটাই আনি ৰজা আৰু সৰু সোণক বহিবলৈ দি থৈ গ'ল। কলীয়াই ফান্দ ফাৰা বাটিবলৈ আৰম্ভ কৰিলে। ফান্দ ফাৰা বাটিবৰ বাবেও বহুত নিয়ম মানিব লাগে। গা-পা ধুই শুদ্ধ হৈ নিকা কাপোৰ পিন্ধিব লাগিব। ফান্দ ফাৰা বটা ঠাইডোখৰ গোবৰ-মাটিৰে লেপি-কুচি নিকাকৈ ল'ব লাগিব। মৰাপাটৰ গুণ লোৱাৰ আগতে হাবিৰ জীৱ-জন্তুৰ দেৱীগৰাকীৰ উদ্দেশ্যে ধূপ নৈবেদ্য আগবঢ়াব লাগিব। "তাৰ পিছত, তহঁতে তহঁতৰ নিয়মেৰে, মানে ফান্দী হিন্দু হ'লে কীৰ্তন পাঠ, আৰু মুছলমান হ'লে কোৰাণ পাঠ কৰি লৈ মৰাপাটৰ গুণ ল'ব লাগিব। আগৰ যুদ্ধলৈ যাওঁতে কবচ কাপোৰ বোৱাৰ দৰে কথা। ফান্দ ফাৰা হৈছে হাতী চিকাৰীৰ কৱচ।"

"আৰু কিবা নিয়ম আছে নহয় কলীয়া কাইটি", সৰু সোণে সুধিছিল।

"আছে তোন, কেলেই নাই। একেদিনাই একে বহাতে ফান্দ ফাৰা বাটি শেষ কৰিব লাগিব। ফান্দ ফাৰা বাটিবলৈ লোৱা মানুহজনে কামটো শেষ নকৰাকৈ উঠি যাব নোৱাৰিব। উঠি গ'লেই নিষ্ফল হ'ল, আকৌ নতুনকৈ বাটিব লাগিব।"

ৰজাই ইমানবোৰ কথা নেজানিছিল। ফান্দ ফাৰানো কাক বোলে সেই কথাও নেজানিছিল। সৰুসোণে জানে। সৰু সোণহঁতৰ কথা বেলেগ। ককাক আজোককাৰ দিনৰে পৰাই হাতীৰ লগত কাৰবাৰ। তাতে এই ধৰণৰ কথাবোৰত ককায়েকতকৈ তাৰ আগ্ৰহ বেছি। সৰু সোণেহে তাক ক'লে যে ফান্দ ফাৰা হ'ল হাতী ধৰাৰ প্ৰধান অস্ত্ৰ। ফাৰা কুনকী হাতীজনীৰ বুকুত বন্ধা থাকে। ফাৰাৰ মূৰত ফান্দ সংযুক্ত হৈ থাকে। চল্লিশ হাত দীঘল, বাৰটা গুণেৰে বাটিব লাগে।

কলীয়াৰ ঘৈণীয়েকে তামোলৰ বটা উলিয়াই লৈ আহিল। ঘৈণীয়েক বৰ কথকী। তাতে সিহঁত মানুহজনীৰ দেওৰ সম্পৰ্কীয়। কলীয়াৰ হাত দুখন যন্ত্ৰবৎ চলি আছিল। আইজনীয়ে "চাহ-পানী খাই যাবা দদাইটি" বুলি কৈ চাহপানী কৰিবলৈ গৈছিল। ছোৱালীজনী ওখ-পাখ লনি। চকুযোৰ তজবজীয়া। চকু দুটাই অনবৰতে হাঁহি থাকে। ৰজাই কলীয়াৰ ঘৈণীয়েকৰ স'তে বাৰভচহ কথা পাতি আছিল। ওচৰৰ মানুহৰ স'তে কলীয়াৰ ঘৈণীয়েকো সিদিনা ৰজাহঁতৰ গাঁৱত ভাওনা চাবলৈ গৈছিল। ভাওনাৰ পিছৰে পৰাই তাই ৰজাক আজিহে লগ পাইছে।

"বৰ ধুনীয়া ভাও দিলা। এনেয়েও তোমালোকৰ গাঁৱৰ ভাওনা ভালেই হয়।"

"নবৌ ভাওনা চাবলৈ গৈছিলা হ'বলা?"

আইজনীয়ে চাহপানী খাবলৈ মাতিবলৈ আহিল। সিহঁতে "ইয়ালৈ লৈ আন" বুলি কৈছিল তাই নেৰিলে। "সদায়নো ক'ত আহা? আজিহে আহিছা। চ'ৰা ঘৰতে দিছো, আহা।"

চাহ আৰু পিঠা। সিহঁত চাহ খাবলৈ লাগিল। কলীয়াৰ ঘৈণীয়েকে ওচৰতে বহি তামোল কাটিবলৈ লাগিল। মুখখনো চলি থাকিল। সৰু সোণে এবাৰ সুধিলে, "নবৌ, ককাইটি হাতী ধৰিবলৈ গ'লে তোমাৰ চাঁগে বৰ বেয়া লাগে নহয়?"

"কৈছাহে নগ'লেও উপায় নাই— অইন কাম কৰিব নোৱাৰে। হাতী ধৰিবলৈ যাওঁতে ঘৰৰ মানুহে দুখ কৰিব নেপায়। ৰং-ৰহইচ কৰি দেখুৱাব লাগে। ৰং-ৰহইচ কৰি দেখুৱাও। মনটোৱেহে জানে।"

সকলো কিছুপৰ স্তব্ধ হৈ ৰ'ল। যেন মানুহজনীৰ কথাকেইটাই তামোলটো ফালি দেখুওৱা দি বুকুখনো ফালি দেখুৱাই দিলে। কিন্তু ক্ষন্তেক সময়হে। মানুহজনী দুখ কৰি বহি থকা মানুহ নহয়। তামোলৰ বটাটো আগবঢ়াই দি নিজেও তামোল এখন মুখত ভৰাই লৈ হাঁহি এটা মাৰি ক'লে, "কিনো কৰিবা? হাতীৰ ফান্দীৰ ঘৰত পৰিলো। ভাবি-গুণি থাকিলে কি হ'ব?"

"নবৌ, নহ'লে এইবাৰ তুমিও ওলোৱা" পৰিস্থিতি সহজ কৰিবলৈ ৰজাই ক'লে।

"হয়নে? নোৱাৰিম বুলি নেভাবিবা। হাতী ধৰিব নোৱাৰিলেও চটাব পাৰিম।"

"জানা নেকি নবৌ হাতী চুটোৱা নাম?"

"হাতীৰ ফান্দীৰ ঘৰৰ বোৱাৰী, নেজানিমনে?"

টকটকীয়া মানুহজনীয়ে চাদৰৰ আঁচলেৰে মুখখন মোহাৰি ল'লে। মুখৰ পিকখিনি গিলি ক'লে, "শুনা"—

"আল্লা আল্লা বোলৰে ভাই হায় আল্লা ৰচুল
কোন ফান্দী ধৰেৰে ভাই হায় আল্লা ৰচুল
তোৰ ফান্দী ভালৰে ভাই হায় আল্লা ৰচুল
অমুকা ফান্দী ধৰেৰে ভাই হায় আল্লা ৰচুল—"

মানুহজনীৰ স্বভাৱটো ৰাংঢালী, মাতটো মিঠা। হাতী চটোৱা নামটো গাই উঠি মানুহজনীয়ে লাহেকৈ হাঁহিলে। "পাৰিবা, মোৰ দৰে নাম গাব?" সৰু সোণেও হাঁহিলে। চাহ খোৱা হৈছিলেই। তামোল এখন এখন মুখত ভৰাই দুয়োটা উঠি আহিল। আকৌ কলীয়াৰ ওচৰ পালেহি। তাৰ ফান্দ ফাৰা বাটি হোৱাই নাই। সি এতিয়া পানী এটোপাও মুখত নিদিয়ে। সৰু সোণক কলীয়াই ক'লে, "তই আহিব নেলাগে। কি ক'ত লাগিব সকলো তোক মই ঘৰত গৈ কৈ আহিমগৈ আৰু ইহঁতৰো

ধানকেইডাল চপোৱা হওক, আমাৰকেইডালো চপাই লওঁ। হাতী নমাৰো খবৰ পাওঁ। তাৰ পিছত এদিন ওলাম।"

সিহঁত আহি আকৌ মটৰ গাড়ীত উঠিলহি। সৰু সৰু ল'ৰা কেইটামানে গাড়ীখনৰ ওচৰত ভিৰ কৰিছিলহি, দুটামানে মটৰ গাড়ীৰ ইঞ্জিনৰ ওপৰত বহি আছিল। সৰু সোণ ওচৰ চাপি গৈ ধমক মাৰিলত সিহঁত ফৰিংটোৰ দৰে জাঁপ মাৰি ওপৰৰ পৰা নামিল। সৰু সোণে গাড়ী চলাবলৈ ধৰিলে। সৰু সৰু ল'ৰাকেইটাই গাড়ীখনৰ পিছে পিছে কিছুদূৰ দৌৰি দৌৰি আহি থাকিল।

"নবৌৰ মাতটো বৰ ধুনীয়া। এইজনী মানুহৰ মুখৰ হাতী চটোৱা নাম হাতীয়ে এবাৰ শুনিলেই, গোটেই জাকটো আহি ধৰা দিব—" কোৰ মাৰি মাৰি ৰজাই ভাবি থাকিল।

ৰজাৰ কোৰ মৰা হৈ গ'ল, মাটি চাহ কৰা হ'ব। গোবৰে ফচফচীয়া ৰসাল কৰি থোৱা মাটিত শইচৰ গুটি সিঁচি দিয়া মাত্ৰেই ভৰভৰকৈ গজি আহিব। লহপহকৈ শইচ বাঢ়ি আহিব। মানুহ জীয়াই থাকিব। এনেদৰেই মানুহ জীয়াই থাকিব। ইটো খেতিৰ পৰা সিটো খেতিলৈ থকা আকাংক্ষাই মানুহক জীয়াই থকাত উদগনি যোগাব। কামৰ আকাংক্ষাতকৈ ডাঙৰ আকাংক্ষা আৰু কি আছে!

## ।। পোষ্কৰ ।।

ভগীৰথ মৌজাদাৰৰ বোৱাৰীয়েক বন্দনাৰ ল'ৰা এটা জন্ম হ'ল। ল'ৰা চাবলৈ যোৱা সকলো মানুহেই ক'লে, ল'ৰা দেখিবলৈ বৰ সুন্দৰ হ'ব! লক্ষণীয়া ল'ৰা, নাক জোঙা, চকু উজ্জ্বল, মূৰ ঢাক খুৱাই এমূৰ কিচ্‌কিচীয়া চুলি। জাং পাং দীঘল ল'ৰা। নহ'বনো কিয়? ল'ৰাৰ বাপেক বৰসোণো কেনে গঢ়িত। ককাকভগীৰথ মৌজাদাৰো কেনে সভাশুৱনি পুৰুষ। ল'ৰা ধুনীয়া হ'বই।

ভগীৰথ মৌজাদাৰৰ ঘৰ এইকেইদিন দলদোপ হেন্দোলদোপ। অহা আহিছে যোৱা গৈছে। খোৱাই খাইছে, লোৱাই লৈছে। পদুমী আৰু মাকৰো থৰকাঁচুতি হেৰোৱা অৱস্থা। ধপাত চিলিমো সময়মতে লগাই দিব পৰা নাই। মৌজাদাৰেও একো কোৱা নাই। ঘৰখন বৰ ব্যস্ত। আচলতে ল'ৰা জন্ম হোৱাৰ খবৰ পোৱাৰ পৰা মানুহজনৰ মনটোত স্ফূৰ্তি। কম কথানে? ঘৰখনলৈ নতুনকৈ এটা জীৱ আহিছে, তেওঁৰ বংশৰ ধৰণী—এই বংশৰ সুঁতিটো সি বোঁৱাই লৈ যাব, সি বংশটো ধৰি ৰাখিব, কম কথানে? ৰামধন হেৰাবৰে পৰা তেওঁৰ মনটো ভালে নাছিল। ৰামধনৰ চিন্তাত তেওঁৰ কেবানিশাও টোপনি ক্ষতি হৈছে। পিছে, ল'ৰাটোৰ জন্মৰ খবৰ পোৱাৰে পৰাই তেওঁৰ চিন্তা দূৰ হৈ গ'ল। মন পাতল লাগিবলৈ ধৰিলে। তেওঁ মাজে মাজে কয়, 'হয়নে, তহঁতে গম পাইছনে নাই? মোৰ ঘৰলৈ গোসাঁই আহিছে। কি কৰি আছহঁত, পদুমী, নন্দ, কানাই? তহঁত যা, গৈ মোৰ সকলো অণ্ডহী-বণ্ডহীকে খবৰ দেগৈ।' মৌজাদাৰণীৰ খং উঠে। 'আপুনি এনেদৰে চিঞৰ-বাখৰ কৰি নেথাকিবচোন। নেপায় নহয়। ল'ৰাটো ভগৱানে ভালে-কুশলে ৰাখক।'

ল'ৰাক বাজ দেখুৱাবৰ দিনা এটা সৰু-সুৰা উৎসৱ। ল'ৰাৰ এমহীয়া শুদ্ধি সবাহৰ দিনা দুটা খাহীৰে ৰাইজক ভোজ খুওৱা হ'ল। মৌজাদাৰে ল'ৰাটো কোলাত ল'বলৈ, ভয় কৰে। 'এইটো মানুহেইনে? ইমান অকণ অকণ হাত, ভৰি, আঙুলি, ই কেনেকুৱা মানুহ? ডাঙৰ হ'ব কেতিয়া?'

মৌজাদাৰণীয়ে কয়, 'ডাঙৰ হ'ব। দিনে দিনে বঢ়া কেঁচুৱা সাতদিনতে হাতত লগা হ'বগৈ।'

সৰু সোণে সৰু ছোৱালী এজনী কেঁচুৱা ল'বলৈ বিচাৰি আনিলে। মৌজাদাৰে ধঁপাত খাই খাই বহি থাকে, তায়ো ওচৰতে কেঁচুৱাটো লৈ বহি থাকে। মাজে মাজে তাই কয়, 'ই হাঁহিছে, চাওঁকচোন চাওঁক ই হাঁহিছে।' ধাই মাকে ল'ৰাটোক হঁহুৱাই থাকে। মৌজাদাৰে দেখে হয়, কেঁচুৱাটোৰ আঁহতগছৰ কোমল কুঁহিপাতৰ দৰে ৰঙচুৱা ওঁঠ দুটা জিলিকি পৰে। সেই জিলিকনি কণমানি কেঁচুৱাটোৰ সৰ্বশৰীৰলৈ বিয়পি যায়। লাহে লাহে ঘৰ ঘৰোৱাহে মানুহকে সেই অদৃশ্য ধাই মাকজনীয়ে হঁহুৱাবলৈ আৰম্ভ কৰে। ৰাতি ল'ৰাটোৱে কান্দে। টোপনিৰ জালত মাক-বাপেকহালে ল'ৰাই কন্দা প্ৰথমে গমেই নেপায়। কিন্তু ঠিক সাৰ পাই যায় ভগীৰথ মৌজাদাৰ। একেকোবেই গৈ বৰসোণহঁতৰ কোঠালিৰ সমুখত থিয় হৈ খঙেৰে কয়, 'হেৰ' ল'ৰাই কান্দিছে, গম নেপাবহঁতনে? উঠ উঠ, ল'ৰাক নকন্দুৱাবি। মৌজাদাৰণীৰ খং উঠে। 'আপুনিও বাৰু মানুহ, সিহঁতে গম পাব নহয়। আৰু ল'ৰাক কান্দিবলৈকো দিব লাগে।'

'নহয়হে, তুমি বুজি নোপোৱা' মৌজাদাৰে কয়। 'মোৰ ঘৰত মোৰ নাতিয়ে কান্দি থাকিব? এনে কথা হ'ব নোৱাৰে। তুমি কাইলৈ ৰাতিপুৱাই সিহঁতক কৈ দিবা, যাতে ল'ৰাক এনেকৈ নকন্দুৱায়—'বাৰু হ'ব। মই কম, আপুনি শুই থাককহি।' বুঢ়া মানুহটোক কেঁচুৱা ল'ৰাক বুজোৱাদি বুজাবলৈ মৌজাদাৰণীয়ে চেষ্টা কৰে।

আচলতে ৰামধন হেৰোৱাৰ পৰাই মানুহটো দুখে-বেজাৰে যে ম্ৰিয়মাণ হৈ তলমূৰকৈ কিবা ভাবি-গুণি থকা হৈছিল, সেই মানুহটো এনেকৈ ৰঙিয়াল হৈ পৰিব বুলি কোনেও ভবাই নাছিল। ৰামধন উলটি নহা কথাটো যিমানে খাটাং হ'বলৈ ধৰিলে, সিমানে মৌজাদাৰো বেছিকৈ ম্ৰিয়মাণ হ'বলৈ ধৰিলে। কম ধুনীয়া আছিলনে হাতীটো? গঁড় চিকাৰত ধৰা হাতী। কাণ দুখন বহল। তাত সৰু সৰু ফুট কিছুমান। সন্ধণীয়া হাতী আছিল। বন লগোৱাৰ পিছতো কিছুদিনলৈ ৰামধনে দিনে-ৰাতিয়ে মূৰটো জোঁকাৰি আছিল। বন লগাইছিল ফজৰতে। সি কৈছিল, 'এইটো বৰ বেয়া কথা হৈছে। তথাপিও মই ঠিক কৰিব পাৰিম।'

'কেনেকৈনো ঠিক কৰিবি ফজৰত?'

'উঠি লৈ চলাওতে মূৰত মাৰিব লাগিব আৰু ভৰিৰ আঙুলিৰে মূৰটো হেঁচা মাৰি ধৰিব লাগিব।

সঁচাকৈয়ে, তেনেকৈয়ে কিছুদিন পিছত ফজৰতে হাতীটোৰ স্বভাৱ শুধৰাই পেলালে, সি কামে-বনেও পাকৈত হৈ উঠিল। দফলা পাহাৰত কাঠ টনা কামত তাক কোনেও বলে নোৱৰা হ'ল।

কিন্তু এইবাৰহে কি হ'ল! ঘৰখন সম্পূৰ্ণৰূপে ম্ৰিয়মাণ কৰি ৰামধন গ'ল যি গ'লেই, আগৰ দৰে ঘূৰি আৰু নাহিল। ঘৰখন ম্ৰিয়মাণ হৈ থকা সময়তেই বন্দনাৰ

ল'ৰাটোৰ জন্ম হ'ল। আৰু এতিয়া মানুহটো এনেদৰে নাতিটোক লৈ ব্যস্ত হৈ পৰিছে যে মৌজাদাৰণীৰ বুকুখন কেতিয়াবা কঁপি উঠে। কি হৈছে মানুহটোৰ? কিবা দেও-ভূতে পাইছে নে বলিয়া হৈছে? কেতিয়াবা ভাবে, নাই মানুহটোৰ একো হোৱা নাই। ঘৰখনলৈ বহুত দিনৰ মূৰত ভাল খবৰ এটা আহিছে। এটা ভাল খবৰৰ বাবে কিমান দিন বৈ থাকিব লাগে। দিনৰ পিছত দিন, মাহৰ পিছত মাহ, বছৰৰ পিছত বছৰ। কিমান দুখৰ সম্বাদে জোঁকাৰি থৈ যোৱাৰ পিছতহে এটা সুন্দৰ সুখৰ সম্বাদ পাবলৈ আশা কৰিব পাৰি। মানুহজনৰো তেনে হৈছে। সুন্দৰ সম্বাদ এটা পাই মানুহজন কব নোৱৰা হৈ উলাহৰ মাদলি হৈ পৰিছে। বাকীবোৰৰো জানো তেনে হোৱা নাই? মৌজাদাৰণী নিজৰে?

ৰামধন উলটি অহা নাই। মাজে মাজে চ'ৰাঘৰতে হওক বা কাগজ-পত্ৰৰ কাঁম কৰি থাকোতেই হওক মৌজাদাৰ জলকা লাগে। হাতৰ কাপ হাততে থাকে। দোৱাত দানিৰ চিয়াঁহী শুকাই যাব খোজে। ধপাত হুঁপি থাকোতেও গুড়গুড়িৰ নলিচাডাল হাতত লাগিহে থাকে। ইফালে অঙঠা নুমাই যায়। চকু পুথিত, মন ক'ৰবাত। পিছফালে বৈ বাঁহনি ডৰালৈ চালে, চালেই। ক'ৰবাত বহিল, বহিলেই। মৌজাদাৰণীৰো তেনে নোহোৱাকৈ থকা নাছিল। পিছে, তিৰোতা মানুহক ঘৰুৱা কামবোৰে এনেদৰে আষ্টে-পৃষ্টে বান্ধি ৰাখে যে দুখত দুখ কৰিবলৈ; সুখত সুখ কৰিবলৈ সময় নহয়গৈ। ৰামধনৰ শোক মৌজাদাৰণীয়ে পাহৰিবলৈ ধৰিছিল, মৌজাদাৰে পাহৰিব পৰা নাছিল। ঠিক তেনে পৰতেই আহিল নাতিটো। সি আহিয়েই তৎমুহূৰ্ত্ততে তাৰ হুকুম আৰু অস্তিত্ব ঘোষণা কৰি দিলে, 'মই আহিছো। তোমালোক কোনো দুখত থাকিব নোৱাৰিবা। তোমালোক কাৰো কোনো দুখ নাই। মই কাকো দুখত ৰাখিবলৈ অহা নাই। মই আহিছো ঘৰখনৰ সুখৰ বাবে, পৰিত্ৰাণৰ বাবে।' অন্ততঃ ভগীৰথ মৌজাদাৰ আৰু তেওঁৰ পত্নীৰ তেনে এক ধাৰণা হ'বলৈ ধৰিলে।

ৰাতি টোপনিৰ পৰা সাৰ পাই ভগীৰথ মৌজাদাৰে গম পালে ল'ৰাটোৱে কান্দিছে। কাষৰ বিছনাত শুই থকা পত্নীক তেওঁ জগালে, 'হে'ৰা, হে'ৰা শুনিছা ল'ৰাটোৱে কান্দিছে।' টোপনিৰ জড়তা সনা মাতেৰে মৌজাদাৰণীৰ উত্তৰ 'কান্দক'। ছুটী শেষ হোৱাত বৰ সোণ গ'লগৈ। বন্দনাৰ ওচৰত পদুমীৰ মাক শুইছে। 'মাক আছে নহয়, ল'ৰাই কান্দিলে গম পাব।'

'নহয়, এপাক গৈ চাই আহাগৈ নেকি কিয় কান্দিছে'— 'উস, আপোনাৰ ল'ৰা-ছোৱালী নকন্দাকৈ ডাঙৰ হ'ল নেকি? পিয়াহ লাগি কান্দিছে, মাকে গাখীৰ দিব, ল'ৰা মনে মনে থাকিব। আপোনাৰ উঠি যাবৰ দৰকাৰ নাই। শুই থাকক, মোৰো টোপনি আহিছে।'

ল'ৰাৰ কান্দোন বন্ধ হ'ল, মৌজাদাৰণী টোপনি গ'ল। ভগীৰথ মৌজাদাৰৰো চিলমিলীয়া টোপনি আহিল। কিমান সময় টোপনি গ'ল তেওঁ গম নেপালে। হঠাতে

কিন্তু সাৰ পালে। ৰামধন, সেয়া ৰামধন নহয়নে? চোতালত ৰামধন থিয় হৈছেহি নেকি? তেওঁ এতিয়া কি কৰিব? দুৱাৰ খুলি বাহিৰলৈ ওলাই যাবনে?

নাই, টোপনি নাহে। নিফুট ৰাতি। নিয়ৰ পৰাৰ শব্দ। ভঁৰালৰ ওচৰৰ খেৰৰ মেজিটোৰ তলত শুই থকা কুকুৰকেইটাই মাজে মাজে ভৌ-ভৌৱাই আছে। গৰু-গোহালিৰ পৰা গৰুৱে নেজ মৰাৰ শব্দ আহিছে। বাঁহনিত ৰাতিৰ চৰায়ে মাতিছে। পাৰৰ বাহত পৰে পৰে পাৰ চৰায়ে মাত লগাই আছে, ওপৰৰ কাঠৰ বৰ চাঙত কঁঠালগুটীয়া নিগনি কেইটামানে দপ্‌দপাই আছে।

কি বিশাল, কি নিস্তব্ধ এই প্ৰকৃতি! ঘৰখনৰ মানুহবোৰ শুই আছে, খালি সাৰে আছে ভগীৰথ মৌজাদাৰ। অকলশ[illegible]নে? ওঁহো, ওঁহো, অকলশৰীয়া কেনেকৈ হ'ব? বাঁহনিত ৰাতিৰ চৰাইজাক সাৰ পাই আছে, ৰাতিটো সাৰ পাই আছে, বিশাল প্ৰকৃতি সাৰ পাই আছে। প্ৰকৃতিয়ে কাকো অকলশৰীয়া হ'বলৈ এৰি নিদেয়। জীয়াই থকা কালত মনুহ যিদৰে প্ৰকৃতিৰ অঙ্গ হৈ থাকে, মৃত্যুৰ পিছতো মাটিয়ে-পানীয়ে, বতাহে, ৰ'দে-বৰষুণে সকলোকে আঁকোবালি লয়। 'তই যদি জীয়াই আছ, তেন্তে তয়ো অকলশৰীয়া নহয় অ' ৰামধন। হাবিৰ জীৱ হাবিখনেই তোৰ লগ। তই অকলশৰে হাবিখনত ঘূৰি ফুৰোতে তোৰ লগে লগে থাকিব সুবিশাল প্ৰকৃতি। মৰিলেও তই মাটি হ'বি, পানী হ'বি, বায়ু হ'বি, ৰ'দ-বৰষুণ হ'বি, গছ-লতা হ'বি।' আঃ। পৰম আশ্ৰয় আৰু নিৰাপত্তাৰ সম্ভাৱনাত ভগীৰথ মৌজাদাৰৰ মনটো মুকলি মুকলি লাগিবলৈ ধৰিলে।

কাষৰ বিছনাখনত মানুহ এজনী শুই আছে। এইজনী মানুহ ভগীৰথ মৌজাদাৰৰ দীৰ্ঘদিনীয়া সঙ্গী। তেওঁৰ জীৱনৰ বেছিভাগ দিন এইজনী মানুহৰ আশ্ৰয় আৰু নিৰাপত্তাত অতিবাহিত হৈছে। তেওঁৰ শেষ সময়তো এইজনী মানুহেই তেওঁৰ ওচৰত থাকিব। মৃত্যুৰ পিছতো ৰ'দ, বৰষুণ, বতাহ, মাটিৰ স'তে মিলা তেওঁৰ প্ৰতিটো অণু-পৰমাণুৱেই এই মানুহজনীলৈ বাট চাই থাকিব। বৰ আনন্দদায়ক আৰু বৰ শক্তিশালী এই সম্পৰ্ক। ভগীৰথ মৌজাদাৰৰ মানুহজনীক জগাবলৈ মন গ'ল। বহুত কথা পাতিবলগীয়া আছে তেওঁৰ। ভগীৰথ মৌজাদাৰ সিফালে মু কৰি কাতি হ'ল, আৰু লাহে লাহে মাতিলে, 'হেৰা, হেৰা'।

প্ৰথমবাৰ কোনো উত্তৰ নাই। তেওঁ আকৌ মাতিলে, 'হেৰা'। 'ও—' টোপনিৰ জড়তাৰে মৌজাদাৰণীয়ে উত্তৰ দিলে। 'কি হ'ল, কিবা লাগে নেকি? পানী খাব নেকি?' মৌজাদাৰণী উঠি বিছনাত বহিল। কমাই থোৱা লেম্পটোৰ ফিটাডাল বঢ়াই দিলে। ক'লে, 'পানী দিম নেকি?'

ভগীৰথ মৌজাদাৰে গম পালে, তেওঁৰ পিয়াহ লাগিছে। জ্বৰৰ দিন আহি আছে। ৰাতি বৰ পিয়াহ লাগে। পানী গিলাচ আগবঢ়াই মৌজাদাৰণীয়ে সুধিলে, 'আপোনাৰ টোপনি অহা নাই নেকি?'

গিলাচটো ওচৰৰ সৰু মেজখনত থৈ মৌজাদাৰে ক'লে, 'টোপনি আহিছিল, সপোন এটা দেখি সাৰ পাই গ'লো।'

'কি সপোন দেখিলেনো?'

'ৰামধন আহি চোতালতে ৰৈ আছেহি।'

'ৰামধন আৰু ক'ত আহিব চাগৈ!'

পুত্ৰসম মৰমৰ হাতী, মৌজাদাৰণীয়ে হুমুনিয়াহ কাঢ়িলে। 'ক'তনো সি আহিব? হাবিতেই মৰিল নেকি!'

'ৰামধন আমাৰ ঘৰলৈ অহা দিনটো মোৰ মনত আছে।'

'মোৰো মনত আছে। মই তেতিয়া ন-ছোৱালী। অ' নহয়, নহয়। মাজনীৰ জন্ম হ'ল। বৰ সোণ তেতিয়া মোৰ গাত।'

'ফজৰত ফান্দীয়ে ধৰা হাতী। ৰামধনক ধৰাৰ পিছত ফজৰত আৰু দুবাৰ নে এবাৰহে চিকাৰলৈ গৈছিল।' পিছত হাবিতে সি কিজানি মৰিল।'

'এৰা মোৰ মনত আছে।'

'গড় চিকাৰত ধৰা হাতী। ফজৰতে মোক কৈছিল, গড় চিকাৰ বৰ কষ্টকৰ কাম। হাতীবোৰ বেছিকৈ ঘুণীয়া হয়। মনত আছেনে, ৰামধনৰ গোটেই গাতে ঘা লাগি আহিছিল।'

'আছে।' মৌজাদাৰণীৰ মাত লাহে লাহে সৰু হৈ আহিল। আকৌ টোপনি গ'ল হ'বলা। ভগীৰথ মৌজাদাৰে এইখন বিছনাৰ পৰা মাতিলে, 'হেৰা টোপনি গ'লা নেকি?' উত্তৰ নাই। টোপনি গ'ল।

ফজৰত তেতিয়া নাম কৰা ফান্দী। সি গড় চিকাৰ কৰিছিল। আজিকালিৰ দৰে খেদা চিকাৰ বা পেটী চিকাৰ নহয়। ফজৰতৰ পুতেক কলীয়াইহে খেদা চিকাৰ কৰে। খেদা চিকাৰৰ চৰকাৰী নাম মেলা চিকাৰ। পেটী চিকাৰ বুলিও কোৱা হয়। কিয়নো পেটী চিকাৰ বোলা হয় বুলি সোধোতে ফজৰতৰ পুতেক কলীয়াই এদিন কৈছিল, হাতীৰ কমৰত চাউল, দাইল আদি ৰচদপাতি আৰু হাতী ধৰাৰ সা-সঁজুলিবোৰ বস্তাত ভৰাই এডাল পেটীৰে বান্ধি নিয়া হয়। সেয়ে পেটী চিকাৰ। পেটী চিকাৰ হাতী ধৰা মানুহে নিজে দি লোৱা নামহে।

কাষৰ বিছনাখনত শুই থকা মানুহজনীয়ে টোপনিতে এবাৰ বাগৰ সাললে। মোৰ আজি কি হৈছে? টোপনি নাহে দেখোন? টোপনি নাহিলেনো কি কৰা যায়?'

ৰামধনক যেতিয়া ধৰা হৈছিল তেতিয়া ভগীৰথ মৌজাদাৰ তেনেই ডেকা মানুহ। বিয়া দি উলিয়াই দিয়া জীয়েক মাজনীৰ ডেৰ বছৰমানহে হৈছিল। বৰ সোণ ওপজাই নাছিল। তজবজীয়া ডেকা ভগীৰথ মৌজাদাৰৰ সেই সময়ত বুকুত বাঘৰ দৰে সাহস, গাত হাতীৰ দৰে বল। এনেয়েও তেওঁ হাতী ধৰা ঠাইলৈ

বুজ-বাজ ল বুলৈ দুই-এদিনৰ বাবে মাজে মাজে যায়। তেতিয়া অবশ্যে দেউতাক আছিল। মৌজাৰ কাম মাজে মাজে দেউতাকে চম্ভালে। এইবাৰো তেওঁ ওলাল দীৰ্ঘ দিনৰ বাবে হাতী ধৰা ঠাইলৈ। দেউতাক এতিয়াও আছে, কিন্তু বয়স হৈছে। কাম-বন বৰকৈ চম্ভালিব নোৱাৰে। দেউতাকে পোনতে আপত্তি নকৰাকৈ থকা নাছিল। তেওঁহে ক'লে, 'মাত্ৰ এমাহৰ বাবেহে যাম পিতাদেউ। ইয়াৰ পিছত আপুনি সকলো দায়িত্ব মোক দিব পাৰিব।' মৌজাদাৰণী তেতিয়া তেনেই আলসুৱা। কথাই কথাই কান্দে। মৌজাদাৰণীয়ে কান্দিলে। মাকে ক'লে, 'যাব খুজিছ যা। একো বুজি-বাজি নেপাৱ। গা বচাই চলিবি।'

হাতী ধৰিবলৈ যোৱা মানুহ হাতীতহে যায়। হাতীৰ মাউত প্ৰেমধৰ। চৰকাৰী কাগজপত্ৰ হাতত আছে। নিশ্চিন্তমনে তেওঁ হাতীত উঠিল। সিফালে ফজৰতৰ ঘৰৰ পৰা আৰু দুটা ফান্দী, মাউত, ঘাঁচী, আলপৈচান ধৰা মানুহ সমস্ত সা-সঁজুলি আৰু ৰচদ-পাতিৰ সৈতে গোটেই দলটো ওলাই আহিল। এইফালৰ পৰা প্ৰেমধৰ মাউতে চলাই নিয়া হাতীত যাব মৌজাদাৰ। মৌজাদাৰৰ পিছে পিছে অইন এটা হাতীত যাব আলধৰা লগুৱা দুটা আৰু মাউত, মৌজাদাৰৰ প্ৰয়োজনীয় ৰচদ-পাতি আৰু সা-সামগ্ৰীৰে সৈতে। দুদিনমানৰ আগতেই ফজৰতে মৌজাদাৰৰ পৰা পইচা লৈ গৈ মিলিটেৰীয়ে খোৱা মদৰ বটল আৰু ভাং গোটাই থৈছিল। ফজৰতৰ ঘৰৰ দীঘল পদূলিটোত য'তে-ত'তে কলহ, টেকেলী, চৰিয়া, টৌ আদিত সেইবোৰ ভৰাই থোৱা হ'ব। মাউত, ঘাঁচী আৰু অইন মানুহবোৰে হাতী ধৰিবলৈ ওলাই কলহ, টেকেলী আদি য'তে হাত দিব ত'তে সেইবোৰ বস্তু পাব লাগে, নিয়ম। হাতী ধৰিবলৈ যোৱা দলটোৱে ফজৰতৰ পদূলিৰ অ'ত-ত'ত থৈ দিয়া কলহ-টেকেলীত হাত ভৰাই স্ফূৰ্তি মনেৰে নাম-গুণ গাই ওলাই পদূলি মূৰত সজাই থোৱা হাতীত উঠিলহি। ফজৰতৰ ঘৈণীয়েক বা তাৰ মাক, বা তাৰ ঘৰত থকা অইন মানুহবোৰ দুৱাৰমুখৰ পৰা চাই ৰ'ল। কোনেও দুখ কৰা নাই, ৰং কৰাও নাই। কিন্তু নিয়ম মতে ৰং-ৰহইচ কৰি দেখুৱাব লাগে। ৰং কৰিবলৈ মনটোৱে সিহঁতক কৈ আছে। সিহঁতে পৰা নাই। প্ৰিয় মানুহ অনিশ্চিত যাত্ৰাত ওলাই গৈছে, ঘূৰি আহিবও পাৰে, নাহিবও পাৰে। সিহঁতে ৰং কৰে কেনেকৈ?

পদূলিমূৰত ৰৈ থকা হাতীত বয়-বস্তু সা-সঁজুলিৰে সৈতে উঠি হাতী চিকাৰীৰ দলটো আগবাঢ়িল। গাঁওখন পাৰ নোহোৱালৈকে কোনেও পিছলৈ উলটি নেচায়। হাতী ধৰিবলৈ অহা মানুহে মায়া-মোহৰ বান্ধোন এনেকৈয়ে বিদায় লৈ আহে।

গাঁৱৰ মূৰৰ তিনি আলিটোত ভগীৰথ মৌজাদাৰ আৰু দলৰ আনবোৰ মানুহ ৰৈ আছিল। বেছি সময় ৰ'ব লগা নহ'লেই। ফজৰতৰ দলটো আহি ওলালহি। কুনকী হাতী ৰহিমলাক সিয়েই চলাই আনিছে। সাতটা হাতী, সেই অনুপাতে ফান্দী, মাউত আদিৰে সৈতে হাতী চিকাৰীৰ দলটো আগবাঢ়িল।

মনত আছে, ভগীৰথ মৌজাদাৰৰ স্পষ্ট মনত আছে। হাতীৰ পিঠিত উঠি সকলোৱে ৰং-ৰহইচ কৰি গৈছিল। সিহঁতৰ কি হাউচ, যেন হাতী ধৰিবলৈ নহয়; কোনোবা যুদ্ধ জয় কৰিবলৈহে সিহঁত গৈছে। অৱশ্যে হাতী ধৰিবলৈ যোৱা মানে যুদ্ধ জয় কৰি উলটি অহা। ঘৰৰ পৰা ওলাবৰ সময়ত ভগীৰথ মৌজাদাৰৰ মনটো গধুৰ হৈ পৰিছিল। গা-গধুৰ মানুহজনীয়ে কন্দা নাছিল। ডেৰ বছৰীয়া ছোৱালীজনী কোলাত লৈ চকোৱাখনৰ আঁৰ লৈ মানুহজনীয়ে মাথো চাই আছিল। ওৰণিৰ তলত ঢাক খাই থকা মুখখনৰ অকল চকুহাল জিলিকিছিল। বৰষুণ আহো আহো কৰা আকাশখনৰ দৰে চকুহাল গধুৰ হৈ আছে। ডেৰ বছৰীয়া ছোৱালীজনীয়ে 'পিতাদেউ, পিতাদেউ' বুলি চিঞৰিছিল। ভগীৰথ মৌজাদাৰৰ মনটো ছোৱালীজনীৰ ওচৰলৈ বাৰে বাৰে গুচি গৈছিল। পিছে, ফজৰতহঁতৰ স'তে লগালগি হোৱাৰ পিছত ল'ৰাকেইটাৰ নাম-গুণবোৰ শুনি তেওঁৰ মনটোও লাহে লাহে ফৰকাল হ'বলৈ ধৰিলে। হাতী আগবাঢ়িল। ইখনৰ পিছত সিখনকৈ গাঁওবোৰ পিছ পৰি গৈছে। গড় চিকাৰলৈ বছৰৰ যিকোনো সময়তে যোৱা হয় যদিও চিকাৰীয়ে পৰা পক্ষত বাৰিষা সময়ছোৱা বাদ দি নতুনকৈ ঘাঁহৰ গজালি ওলোৱা সময়ছোৱা বাছি লয়। সেয়ে গড় চিকাৰক গজালি চিকাৰ বুলিও কোৱা হয়।

ৰাতিপুৱা বেলি নৌ ওলাওঁতেই তেওঁলোকে ওলাই আহিছে। লাহে লাহে বেলিটো তেওঁলোকৰ লগে লগে গৈ থাকিল। চ'ত মাহৰ দহ কি পোন্ধৰ দিনমানহে গৈছে। দুদিনমানৰ আগতে এজাক বৰষুণ দিছিল। খৰাং ধূলিয়ৰি আলিবাটটোৰ ধূলি সেই বৰষুণে বৰকৈ-সামৰিব পৰা নাছিল। সাতটা হাতীৰ খোজত গাঁৱলীয়া আলিবাট উথপ্থপ হৈছে। হাতী চাবলৈ ওলাই অহা সৰু সৰু আধা নঙঠা গাঁৱলীয়া ল'ৰাবোৰে নঙলাত ভেজা দি হাতী চাইছে। পথাৰবোৰ উদং। উদঙীয়া গৰু-ছাগলীবোৰ ঘূৰি ফুৰিছে। গছৰ পাত সৰি শেষ হ'ল। নতুন পাতে চকু মেলিছে। হাতীকেইটাৰ কপালত তেল আৰু সেন্দূৰ মিহলাই ফোঁট আৰু ৰেঘা দিয়া হৈছিল। ৰ'দৰ তাপত তেল সেন্দূৰবোৰ বিয়পি পৰি হাতীৰ কপাল ৰঙা হৈ পৰিছিল।

ধূলিয়ৰি বাটটো শেষ হ'ল। দলটো গৈ পথাৰৰ মাজত নামিল। পথাৰত হাতী নামোতে বেলি গৈ মূৰৰ ওপৰ পালেগৈ। পথাৰৰ পৰা গৈ গৈ হাবিতলীয়া বাট এটাত সোমাল। ভগীৰথ মৌজাদাৰৰ এতিয়াও স্পষ্ট মনত আছে। হাবিতলীয়া বাটটো পাৰ হৈ সৰু জুৰি এটাৰ পাৰত হাতী ৰখোৱা হ'ল। ইয়াতে মুখ-হাত ধুই সকলোৱে কিবা এমুঠি খাই তামোল-চালি খাব। জুৰিৰ পানীত কোমল চাউল তিওৱা হ'ল। আলধৰা ল'ৰাটোৱে কোমল চাউল তিয়াই ধপাতৰো যোগাৰ কৰি পেলালে। জা-জলপান খাই জিৰাই-শঁতাই দলটো আকৌ আগবাঢ়িল। হাতীত উঠিবৰ সময়ত মৌজাদাৰে ফজৰতক ক'লে, 'আহিবৰ সময়ত মনটো বেয়া লাগিছিল,

এতিয়া পাতলিছে।' ফজৰতে উত্তৰ দিলে, 'এনেকুৱাই হয় ককাইদেউ। আৰু যিমানে ভিতৰ সোমাই যাম, সিমানে মনটো আৰু ভাল লাগিব, ঘূৰি আহিবলৈ মনেই নেযাব।'

সঁচা। বিশাল প্ৰকৃতিয়ে কুকুৰা চৰাইজনীৰ দৰে ডেউকা মেলি দিছে। কুকুৰা পোৱালিবোৰ যেন নিৰাপদমনে সেই ডেউকাৰ তলত সোমাই পৰিছে। বিয়াৰ আগতে ভগীৰথ মৌজাদাৰে প্ৰায়ে পশু চিকাৰ কৰিবলৈ আহিছিল। বিয়াৰ পিছতেই মানুহজনীয়ে বধ শপত দিলে। ছোৱালীজনীৰ জন্মৰ পিছত আকৌ এবাৰ মন মেলিছিল। এইবাৰো ছোৱালীজনীৰ মূৰত ধৰি শপত খাব লগা হ'ল। পশু চিকাৰলৈ আহোতে নিৰীহ জীৱ এটা হত্যা কৰাৰ আনন্দৰ বাদে অইন আনন্দ তেওঁ বিচাৰি পোৱা নাছিল। এতিয়া কথাটো ভাবিলে কেনে লাগে। অজলা জীৱ এটাৰ বুকু থকা-সৰকা কৰাত ক'ত আনন্দ আছে এতিয়া বুজি নাপায়। সেই কাৰণেই বোধহয়, প্ৰকৃতিয়ে এজনী মাইকী কুকুৰা হৈ পৰিব পাৰে, প্ৰকৃতিৰ সেই নিৰাপদ ডেউকাৰ ছায়াৰ তলত যে সকলোলৈকে ঠাই আছে সেই সময়ত তেওঁ অনুভৱ কৰিব পৰা নাছিল। অনুভৱ কৰিছে এতিয়া। এতিয়াও চিকাৰলৈ আহিছে। হাতী চিকাৰ, পোৱালি হাতী এটা ধৰি নিব মাকৰ বুকুৰ পৰা, দলবদ্ধভাৱে সুশৃঙ্খলিত জাক এটাৰ মাজৰ পৰা, প্ৰকৃতিৰ ডেউকাৰ ছায়াতলৰ পৰা। দুখ-বিষাদৰ কথাই ভাবিলে। তথাপিও কথাটো পশু চিকাৰৰ পৰা বহু বেলেগ। বহু নিলগৰ। এইবাৰ হত্যা নহয়, আশ্ৰয়। ৰসনা তৃপ্তি নহয়, হৃদয় তৃপ্তি। মাকৰ বুকুৰ পৰা হাতী পোৱালি এটা ধৰি নি ঘৰত মাক এজনীৰ মৰম দিব। দলবদ্ধ পৰিয়াল এটাৰ পৰা নি মানুহৰ পৰিয়াল এটাৰ সদস্য কৰিব। এইবাৰৰ কথাটো সেয়ে বেলেগ কথা।

পাহাৰলৈ আৰু চাৰি-পাঁচ মাইলমানহে আছে কিজানি। দূৰৈৰ পৰা দেখা নীলা ধূসৰ পাহাৰটোৰ সেউজীয়া গছ-গছনিবোৰ, আৰু পাহাৰলৈ উঠা-নমা কৰা বাট, শিল আদি মনিব পৰা হৈছেগৈ। পাহাৰৰ পাদদেশৰ অ'ত-ত'ত ঘাঁহ, বন, নল, ইকৰা, তৰাৰ গজালি ওলাইছে। এই গজালি খাবলৈ ডফলা পাহাৰৰ পৰা বনৰীয়া হাতীৰ জাক এটাও নামিছে বুলি গম পোৱা গৈছে।

বেলিয়ে সেন্দূৰৰ ফোঁটটোৰ দৰে ৰঙা হৈ পশ্চিম আকাশখন চুবলৈ লওঁতেই দলটো গৈ গন্তব্য স্থান পালেগৈ। পকা ঔটেঙাৰ গোন্ধে ঠাইখন আমোলমোলাই আছিল। গছৰ চেপত মৌ-মাখিয়ে বাহ লৈছিল। বাহলৈ, উলটি অহা মৌ-মাখিজাকৰ গুণগুণনিয়ে হাবিখনক এক নতুন মাত্ৰা দান কৰিছিল। মাজে মাজে পকা ঔটেঙাৰ গোন্ধ, মাজে মাজে হাবিত ফুলা বিচিত্ৰ ফুলৰ গোন্ধ, মাজে মাজে পকি ৰসাল হৈ থকা মৌ বাহৰ ৰহঘৰাৰ গোন্ধ। কি আকুল আছিল সেই গোন্ধবোৰ! বিভিন্ন গোন্ধৰে উখল-মাখল হৈ থকা হাবিখনৰ নিজস্ব গোন্ধ এটাও আছিল। গছ আৰু মাটিৰ গোন্ধ। ইটো গোন্ধৰ পৰা সিটো গোন্ধ পৃথক কৰিব নোৱাৰি। ডাঠ অৰণ্যখনৰ পাত

সৰি পৰা গছবোৰৰ মাজে মাজে সেই সময়ত বেলিটো বগাই ফুৰিছে। গছৰ মাজে মাজে বগাই ফুৰা বেলিটোৰ পোহৰবোৰ মাটিলৈকো সৰিছে। মাটিত সৰি পৰি স্তূপাকাৰ হৈ আছে গছৰ শুকান পাত, দলটো আগুৱাই যাওঁতে শুকান পাতৰ খচ্‌খচনি উঠিছে। শব্দটো নতুন মুগাৰ মেখেলা পিন্ধি ব্যস্তভাৱে ইফাল-সিফাল কৰা ছোৱালী এজনীৰ খোজৰ শব্দ যেন লাগিছে।

ঠাইখন ফজৰতৰ চিনাকি। আগতেও সি হাতী ধৰিবলৈ ইয়ালৈ আহিছে। দলটো হাতীৰ পিঠিৰ পৰা নামিল। বয়-বস্তুবোৰ নমালে। এজোপা ঔটেঙা গছৰ তলতে ঠিক কৰা আসনত ভগীৰথ মৌজাদাৰ বহিল। ওখ ওখ বিয়াগোম গছ কেইজোপামানৰ তলত আগতীয়াকৈ অহা মানুহ কেইটামানে বহা ঘৰ কেইটামান সাজি থৈছিলেই। ঠাইডোখৰ চাফ-চিকুণ কৰাও হৈছিল। বহা ঘৰৰ পৰা ৰিং মাৰিলেই শুনা দূৰত্বত ভৰলী নদী। পাহাৰৰ পৰা নামি আহিছেহে। বুকুৰ শিলবোৰ জিলিকি থাকে। সোঁত বৰ কোবাল। বুকুৰ শেলুৱৈ গজা পিছল শিল আৰু শিলৰ মাজে মাজে খেলা কৰা মাছৰ জাক ভৰলীৰ আইনাৰ দৰে স্বচ্ছ পানীত স্পষ্ট দেখা যায়। ভৰলীৰ পানী সোৱাদ আৰু শীতল। নৈখনৰ শিলৰ খাজত লুকাই থকা শিলঘৰীয়া আৰু ৰিঠা মাছৰ সোৱাদৰ কথা ক'বই নেলাগে।

সেই সময়ত কি আছিল সেই নদীখনত? কি আছিল, ভৰলীৰ পাৰৰ সেই শিলনিডৰা, পাহাৰৰ খাজত গজা ৰঙা ৰঙা বনৰীয়া ফুলবোৰ, আৰু নৈৰ বুকু ভৰি থকা জুলীয়া ৰূপৰ দৰে সেই পানীধাৰত? কি আছিল? ভগীৰথ মৌজাদাৰ সেইদিনা গৈ ৰিং মাৰিলেই শুনা দূৰত্বত থকা ভৰলী নৈৰ পাৰত বহিছিলগৈ। শুক্লপক্ষৰ জোনটো ক'ত ওলাইছিল? আকাশত নে ভৰলী নৈৰ পানীত? কথাটো মৌজাদাৰৰ এতিয়াও খেলিমেলি হয়। ফজৰতহঁতৰ সেই সময়ত নিচা কৰাৰ সময়। আলধৰা ল'ৰাকেইটাই ভাত-পানী ৰান্ধিছে। ৰাতিৰ ৰাতিটো জ্বলাই থ'বৰ বাবে শুকান খৰি গোটাইছে। ভগীৰথ মৌজাদাৰৰ একো কাম নাই। তেওঁ আহি নৈৰ পাৰৰ শিলছটাত আঁউজি বহি আছেহি। এতিয়াও কথাটো ভাবিলে কেনেকুৱা লাগে। ধকধকীয়া বগা চেলেং চাদৰ এখন গাত ছটিয়াই লৈ নৈখন বৈ গৈছে। হাবিখনে জোনৰ পোহৰৰ ৰং ধাৰণ কৰিছে। হাবিৰ লঠঙা গছৰ ফাঁকে ফাঁকে শুক্লপক্ষৰ জোনাক মাটিলৈ নামিছে। জোনাকবোৰ মাটিত পৰি মাটি হৈছে, গছত পৰি গছ, নৈৰ বুকুত পৰি নৈখন হৈছে। আঃ কি মোহময় হৈ পৰিছে! গছৰ ডালৰ পৰা জিলিয়ে অবিৰাম চিঞৰি আছে। হাজাৰ-বিজাৰ চৰায়ে টোপনিতে ডেউকা মৰাৰ শব্দ শুনা গৈছে। জোনাকৰ পোছাক পৰিধান কৰা হাবিখন, নৈখন, নৈখনৰ পাৰৰ শিলনিডৰা, ওপৰৰ আকাশ, তলৰ মাটি—এইবোৰ আচলতে কি? এয়ে সেই সুবিশাল প্ৰকৃতিনে? এয়েই নে ভগৱানৰ সেই উৎকৃষ্টতম দান, য'ৰ পৰা উলটি অহাৰ কোনো উপায়েই

নাই? যাৰ বুকুৰ মাজলৈ মাথোঁ সোমাই যাব পাৰি। আৰু যিমানে সোমাই যোৱা যায়, সিমানেই নিবিড় হ'ব পাৰি। এই আকাশখন কি? এই গছ-বন? গছৰ ডালত অবিৰাম চিঞৰি থকা জিলিজনী? আমি মানুহবোৰ? প্ৰত্যেকেই বেলেগ নে, একেডাল সুঁতাৰে গাঁঠি উলিওৱা এক অপূৰ্ব পুষ্পহাৰ?

আলধৰা ল'ৰাটোৱে ভাত খাবলৈ মাতিবলৈ আহি দেখিলে, শিলত আঁউজি ভগীৰথ মৌজাদাৰ শিলছটাৰে এটা অংশ হৈ পৰিছে। সি ওচৰ চাপি আহি মাতিলে, 'সৰু দেউতা, উঠক ভাত খাবলৈ মাতিছে।' মৌজাদাৰ উঠিল। ফজৰতে ভাত খাই থাকোতে ক'লে, 'দূৰলৈ নেযাব। গুণ্ডা হাতী এটা অকলে অকলে ঘূৰি ফুৰিছে। বাঘো ওলাব পাৰে।'

ভাতৰ পাতত হৰিণাৰ মাংস। খৰি গোটাবলৈ যাওঁতে কুমলীয়া পহু পোৱালি এটা পাই চিকাৰ কৰি আনিছে। ঔটেঙা দিয়া দাইল। হাবিত বনৰীয়া আলু, কচু, শাক-পাচলিও পোৱা যায়। কণজলকীয়াৰ যে জলকীয়াৰ আটকৰ দিনতো অভাৱ নাই।

ৰাতি শুবলৈ লৈ ভগীৰথ মৌজাদাৰ বাঁহৰ চাংখনত উঠিল। হাবিৰ বাঁহ, কৌপাত আদিৰে বহা ঘৰবোৰ সজা হৈছে। বাহিৰত প্ৰকাণ্ড জুই একুৰা জ্বলাই ল'ৰাকেইটামান বহি ল'লে। সিহঁতে পাল পাতি পহৰা দি থাকিব। হাতীকেইটা শিকলি লগাই গছৰ গুৰিয়ে গুৰিয়ে বান্ধি থোৱা হ'ল। ঘাঁচী ল'ৰাকেইটাই বনৰীয়া কলগছ কাটি আনি হাতীৰ মুখৰ আগত দ'ম কৰিলেহি। পহৰা দিয়া ল'ৰাকেইটাই প্ৰথমতে কথা পাতি আছিল। লাহে লাহে সিহঁতে বনৰীয়া গীত জুৰিলে আৰু নিঃসঙ্কোচে অশ্লীল বনৰীয়া গীত গাবলৈ লাগিল।

ডেকা কালতে চিকাৰলৈ আহি ভগীৰথ মৌজাদাৰে নিশাৰ অৰণ্যৰ ৰূপ নেদেখাকৈ থকা নাই। গছৰ লঠঙা ডালত, বগা বুকুৱা নৈখনত, শিলনিত, নৈৰ দাঁতিৰ পাহাৰটোত ভেজা দি পৰে পৰে ৰাতিটো আগিবাঢ়ি গুচি গ'ল। পৰে পৰে ৰাতি আগবঢ়া কথাটো ভগীৰথ মৌজাদাৰে গম পাই থাকিল। বাকীবোৰেও গম পালে চাগৈ। আচৰিত! ৰাতিৰ অৰণ্যৰ সৌন্দৰ্যত বিমোহিত মানুহজনৰ ঘৰলৈ মনত নপৰিল। ঘৰত থৈ অহা গা-গধুৰ মানুহজনী, থুনুক-থানাক মাত মতা, থুপুক-থাপাক খোজকঢ়া অকণমান ডেৰ বছৰীয়া ছোৱালীজনী; ঘৰখন; ঘৰখনৰ বাকী মানুহবোৰ কালৈকোৱেই কিয় মনত নপৰিল বুলি তাৰ পৰা উলটি অহাৰ পিছত বহুদিন তেওঁ লজ্জিত হৈছে। এতিয়াও লজ্জিত হয়, কিন্তু মনত নপৰা কথাটো সত্য। আত্মপক্ষ সমৰ্থন কৰি এতিয়াও তেওঁ নিজৰ মনতে কিছুমান যুক্তি আগবঢ়ায়। বহুদিনৰ আগতে ভগীৰথ মৌজাদাৰৰ আপোন মোমায়েক এজন নোহোৱা হৈছিল। বিয়া কৰাই এজনী ছোৱালীৰ বাপেক হৈছিলহে, তেতিয়াই নোহোৱা হ'ল। মানুহজন

হেৰাল। হেৰাল মানে, তেওঁ সন্ন্যাসী হৈ গুচি গ'ল বুলি প্ৰমাণ পোৱা গ'ল। আগতেও মানুহজন দুবাৰো ঘৰৰ পৰা গুচি গৈছিল। সন্ন্যাসী হৈ গুচি যোৱা মানুহজনৰ ওপৰত ঘৰৰ অইন মানুহৰ লগতে ভগীৰথ মৌজাদাৰৰো খং উঠি আছিল। ইমান দায়িত্ব-জ্ঞান নোহোৱা মানুহ হ'ব লাগেনে, নিজৰ ল'ৰা-তিৰোতালৈকো চিন্তা নাই, ইত্যাদি। হাতী ধৰিবলৈ গৈ হাবিত ৰাতি কটাই ভগীৰথ মৌজাদাৰে নিজে উপলব্ধি কৰিলে যিজন হিমালয়ৰ বিশাল প্ৰকৃতিৰ মাজত সোমাই পৰিছে তেওঁ ঘৰলৈ উলটি কিদৰে আহিব? বিশালতাই যাক বন্দী কৰিছে, ক্ষুদ্ৰতাত তেওঁ কিদৰে সন্তুষ্ট হ'ব?

পিছদিনা ৰতিপুৱা পাহাৰৰ মাজত বেলিটো ওলমিবলৈ লওঁতেহে ভগীৰথ মৌজাদাৰে সাৰ পালে। তেওঁৰ বাদে সকলো মানুহেই তেতিয়া কামত ব্যস্ত হৈ পৰিছে। বাহিৰ ফুৰি নৈত গা-পা ধুই আহি পায় মানে আলধৰা ল'ৰাটোৱে চাহ আৰু ধপাত সাজু কৰি পেলালে। চাহ খাই, ধপাত হুঁপি হুঁপি তেওঁ মানুহবোৰৰ কাম-বন চাই থাকিল। তেওঁৰ দিহা দিবলৈ একো নাছিলেই, কিন্তু ফজৰতে মাজে মাজে তেওঁৰ পৰা দিহা-পৰামৰ্শ লৈ থাকিল। ককাইদেউ, এপুৱামান মাটিত গড়টো মাৰিলেহে ভাল হ'ব নহয় জানো।'

'ককাইদেউ, গড় মজবুত হৈছেনে চাই দিয়কহিচোন।' ভগীৰথ মৌজাদাৰেনো গড় মৰাৰ বিষয়ে কি জানে? তেৰোঁ, আ, হ'ব, ভাল হৈছে, এনেকৈ থাকিল। ফজৰতৰ নিৰ্দেশত হাতী অহা-যোৱা কৰা বাটটোৰ ফজৰতহঁতে পটি বুলি কৈছিল। সেই পটিটোক কেন্দ্ৰ কৰি প্ৰায় এপুৱামান মাটিত তেতিয়া গড় মৰা কাম চলিছে। হাবিৰ বাঁহ, কাঠ কটা হৈছে। হাতীয়ে ভাঙিব নোৱৰাকৈ গড়টো মজবুত হ'ব লাগিব। সেই অনুপাতে ওখও হ'ব লাগিব। হাতী সোমাই অহাৰ পিছত গছৰ ওপৰত উঠি থকা মানুহটোৱে ৰছী টানি হাতী সোমোৱা বাটটো বন্ধ কৰি দিব। কুনকী হাতীৰ পিঠিত উঠি ফান্দী গড়ৰ ভিতৰলৈ সোমাই যাব, লগত মাউত। পছন্দৰ হাতীটো কুনকী হাতীৰ সহায়ত বান্ধি-চটি বন্দী কৰি বাকী হাতীবোৰ খেদাই দিব। তাৰ পিছত আৰম্ভ হ'ব হাতী পোৱালিক মানুহৰ সমাজত, মানুহৰ নিৰ্দেশত উঠ-বহ কৰিবলৈ দিয়াৰ শিক্ষা।

ৰাতি পুৱাবনে? ভগীৰথ মৌজাদাৰে আজি টোপনিৰ আশা কৰাটো মিছা। কাষৰ বিছনাখনত সৌজনী তেওঁৰ সুদীৰ্ঘদিনীয়া জীৱনসঙ্গিনী। মানুহজনীৰ দিনৰ দিনটো ঘৰখনৰ ভিতৰতেই ইটো-সিটো কাম কৰি ইফাল-সিফাল কৰি ফুৰোতেই যায়। ৰাতিপুৱাই সেইজনী মানুহৰ ব্যস্ত জীৱন আৰম্ভ হ'ব।

খুব নিঃশব্দে ভগীৰথ মৌজাদাৰ বিছনাৰ পৰা উঠিল। ওচৰৰ বিছনাত শুই থকা মানুহজনীয়ে যাতে সাৰ পাই নেযায় তাৰ বাবে তেওঁ বিশেষ সাৱধানতা অৱলম্বন কৰিলে। বিছনাৰ পৰা উঠি তেওঁ লাহেকৈ বাহিৰলৈ ওলাই আহিল।

আকাশখন বগা হ'বলৈ আৰম্ভ কৰিছে। ঘৰচিৰিকা চৰাই এজাকে চিঁ-চিএগ্ৰাই আছে। ৰাতিৰ নিয়ৰবোৰে গছৰ ডাল-পাতত ওলমি ৰ'দ ওলোৱালৈ বৈ আছে। বন্দনাৰ ল'ৰাটোৱে কান্দি উঠিল, আৰু বন্দনাই তাক নিচুকোৱা শুনা গ'ল।

গড়ৰ পৰা হাতীজাক খেদাই দিয়াৰ পিছত ধৃত অকলশৰীয়া হাতীটো বাহিৰলৈ উলিয়াই আনি বেলেগে ৰখা হয়। হাতীটো লাহে লাহে দুৰ্বল হৈ আছে। মাউতে খোঁচাকটা কৰি নানা তৰহৰ শাস্তি দি অবাধ্য হাতীটো বশ কৰিবৰ চেষ্টা কৰে। কিছু বশলৈ আহিলে তাক পিলখানালৈ অনা হয়। পিলখানাত হাতীটোক মানুহৰ সমাজৰ উপযোগী কৰি শিক্ষা দিয়া হয়।

ভগীৰথ মৌজাদাৰ বাৰাণ্ডাৰ বেতৰ আৰামী চকীখনত বহি আছে। বহি আছে আৰু ভাবি আছে। কোনে কাক শিক্ষা দিয়ে? ভাবিবলৈ গ'লে কেনেকুৱা হাস্যকৰ কথা। দলবদ্ধ সামাজিক জীৱ এটাক মানুহেনো আৰু শিক্ষা দিব পাৰেনে? কি শিক্ষা দিব? অসামাজিক হোৱাৰ শিক্ষা? দলৰ নিয়ম-কানুন মানি চলা হাতীক মানুহে নিয়ম ভঙ্গ কৰাৰ শিক্ষাহে দিব পাৰিব। স্বাৰ্থপৰ, গোষ্ঠীগুটীয়া হোৱাৰহে শিক্ষা দিব পাৰিব, আৰু কি শিক্ষা দিব?

মৌজাদাৰণী আহি তেওঁৰ ওচৰত ব'লহি। ক'লে, 'আপুনি কেতিয়া উঠিল? শেতেলিত ইবাগৰ-সিবাগৰকৈ আছে বুলি মই গম পাইছো।' ভগীৰথ মৌজাদাৰে মানুহজনীলৈ চালে। বোধহয় এই মানুহজনীৰ বাদে পৃথিৱীৰ কোনেও তেওঁৰ মনৰ খবৰ ৰখা নাই।

## ।। ষোল্ল ।।

কাতি মাহৰ মাজভাগলৈ একেৰাহে কেবাদিনো আহি থকা নেক্নেকীয়া বৰষুণজাকত বাট-পথ বোকা হ'ল। জাৰ পেলাবলৈ অহা বৰষুণ। ৰজাৰ মাকৰ মাজতে এদিন পানীলগা জ্বৰো হ'ল। গৰু-গাইকেইটা ধান-খেৰ দি গোহালি ঘৰৰ মুখৰ চালিখনতে বান্ধি থ'লে। কঁঠালৰ পাত দি ছাগলীকেইটাও টঙীতে উঠাই থোৱা হ'ল। এৰী সূতা কাটিবলৈকো নাই। দিনৰ দিনটো তামোল চোবাই চোবাই অ'ত-ত'ত বহা। আমনিদায়ক দিন। ৰজাৰ মাকে মূৰতে জাপিটো লৈ কিন্‌কিনীয়া বৰষুণজাকতে ওলাই গ'ল। ঘৰৰ পিৰালীলৈকে বোকা; মাটিৰ মজিয়াত জেকনি উঠিছে। সোমাই থাকিবৰ মন যোৱা নাই। নামঘৰীয়ানীৰ ঘৰলৈকে যোৱা হওক।

গিৰিয়েক গাঁৱৰ নামঘৰৰ নামঘৰীয়া আছিল, সেই সূত্রে নামঘৰীয়ানী। গিৰিয়েক মৰা বহু বছৰ হ'ল। নামঘৰীয়ানী উপাধি থাকি গ'ল। নামঘৰীয়ানীৰ পিছ চোতালৰ মূৰত থকা মুকলি ঘৰটোত দেখোন এখন বৰ মেল বহিছে। উৱা, কথা কি? গোটেইবোৰ আহিছে দেখোন, মাজতে জুই একুৰা জ্বলাই লৈছে। জুইৰ চাৰিওফালে ঘূৰণীয়াকৈ কেবাজনীও মানুহ। মইনাৰ মাক, চেনিৰামৰ মাক, বলোভদ্ৰৰ ডাঙৰজনী ঘৈণীয়েক, মাণিকৰ মাক, মাষ্টৰৰ মাক, কেবাজনীও মানুহ। কাৰো মুখত কথা নাই। সকলোৱে একান্তমনে তামোল পাগুলি আছে, আৰু নামঘৰীয়ানীৰ মুখলৈ চাই আছে। কথা ডাঙৰেই। নামঘৰীয়ানীয়ে সাধু কথা কৈছে। ৰজাৰ মাক গৈ চেনিৰামৰ মাকৰ ওচৰতে বহিল।

'ছোৱালীজনী এজনী হৰিণা হ'ল। ৰাজকোঁৱৰে হৰিণাজনী খেদি গৈ ধৰো ধৰো হওঁতেই হৰিণাজনী এপাহ দীপলিপ ফুল হ'ল আৰু বতাহত হালিবলৈ ধৰিলে।' নামঘৰীয়ানীয়ে সাধু ক'লে বৰ ধুনীয়াকৈ কয়। শুনিলে শুনি থাকিব পাৰি। সাধুকথাৰ বাদেও ৰামায়ণ, মহাভাৰত, কীৰ্তন-দশমৰ কথাবোৰ তেওঁৰ জিভাৰ আগত। নামঘৰৰ তেওঁ ঘাই নামতী। বৰবিয়া, নোৱাই তোলনি বিয়াও অকলেই নাম গাই চলাই নিব পাৰে। সেয়ে নামঘৰীয়ানীক মূল বক্তা কৰি লৈ বৰষুণ-বাদলৰ দিনত এনেকৈ সাধুকথাৰ মেল এখন মাজে মাজে বহে।

'ৰাজকোঁৱৰ ৰোহঘৰত সোমাল। তাক বোলে পুখুৰীৰ ভেকুলীজনীক বিয়া কৰাবলৈ লাগে। ৰজাঘৰত হুলস্থুল লাগিল। মহাৰাণীৰ মূৰ আচন্দ্ৰাই কৰিবলৈ ধৰিলে। তেওঁ ভাত ৰান্ধি আছিল। ৰান্ধনিশালতে মহাৰাণী বাগৰি পৰিল। ৰজাঘৰ কাঁহ পৰি জীণ গ'ল। কম কথানে? ৰজাৰ একেটি মাত্ৰ পো। মূৰত ল'লে ওকণিয়ে খায়, মাটিত থ'লে পৰুৱাই খায়।'

'হয়নে? দৈহিঐ কোন সতেনো ৰজাই ভেকুলীজনীৰ স'তে ঢোলে-দগৰে একেটি পোৰ বিয়া পাতি দিব!'

সাধুকথাৰ মাজে মাজে টীকা-টিপ্পনীও চলি থাকে। বৰষুণৰ বতৰ সাধুকথা শুনাৰে বতৰ। বাহিৰত হুৰহুৰাই পৰি থকা বৰষুণজাকেও কিজানি সাধুকথাকে শুনি আছে। কিজানি ওন্দোলাই অনা মেঘবোৰেও সাধুকথাকে শুনিছে।

বৰষুণ মাজে মাজে বেছি হৈছে; মাজে মাজে পাতলীয়া হৈছে। বাহিৰত পানী জমা হোৱা ঠাইত হাঁহ কেইজনীমানে খেদখেদাই ফুৰিছে। সাধুকথা চলি আছে। এইবাৰ ৰজাৰ কোঁৱৰ গৈ গৈ পৰ্বতৰ গুহা পালগৈ। তাত দীপ্‌লিপ ৰূপৱতী ছোৱালী এজনী শুই থকা দেখিলে। ওচৰতে পোৱা সোণৰ পদুম ফুলপাহেৰে ৰাজকোঁৱৰে ৰূপৱতী কন্যাক টোপনিৰ পৰা জগাই দিলে।

আবেলিটো ওন্দোলোৱা আকাশখনৰ দৰেই আন্দোল খাই ভিতৰলৈ সোমাই আহিল। খাল, নলাবোৰ উপচি পৰিছে। নামঘৰীয়ানীৰ নাতিনীয়েকে চেপা এটাত এচেপা মাছ লৈ আহিছে।

সাধুকথা শেষ হ'ল। হুৰহুৰাই আকাশ ভাগি অহা বৰষুণজাক দেখি বৰষুণৰ কথা ওলাল, বৰষুণৰ বতৰত ধান শুকুৱাব নোৱাৰি। এটা ডাঙৰ সমস্যা। কেঁচা ধান বানিবলৈ বেয়া। কেতিয়াবা ধান শুকুৱাব নোৱাৰিলে কেঁচা ধানকেই বানি খাব লগা হয়। কেঁচা ধান বানিব নোৱাৰি, ভাগে। ধান বনাৰ পৰা গৈ কলংপুৰীয়ানীয়ে ধান বনাৰ কথা ওলালগৈ।

সন্ধিয়া লগা নাই; আবেলিটোৰ গাত ডাবৰবোৰ বাদুলিৰ দৰে ওলমি আছে। সন্ধিয়া হোৱা যেন লাগিবলৈ ধৰিলেই। গোটেইকেইজনী ততাতৈয়াকৈ ঘৰলৈ আহিল।

ৰজাই পতা চেপাত এচেপা পুঠিমাছ লাগিছে। কাতিশঁতাৰ উজানৰ পুঠিমাছ। তেল বেছি। সোৱাদো বেছি। কাপোৰ-কানি সলাই আহি ৰজাৰ মাকে পুতেকৰে সৈতে মাছ বাছিবলৈ লাগিল।

মাছ কি বাছিব, মানুহজনীৰ হাঁহি উঠিবলৈ ধৰিলে। ৰজাই মন কৰিলে, মাকে খুটখুটকৈ হাঁহি আছে। 'কি হ'লনো তোৰ তিনি সন্ধিয়াখন খুটখুটকৈ হাঁহি থকিবলৈ?'

'ৰ কৈছো।' ৰজাৰ মাকে আকৌ হাঁহিবলৈ লাগিল। 'কচোন।' ৰজাই ক'লে। কথাটোনো কি? কলংপুৰীয়ানীৰ কথা, গিৰিয়েক কলংপুৰীয়াক মানুহে নেজানিবলৈ

নাই। ভাং খাই য'তে ৰাতি ত'তে কাটি। ঘৈণীয়েক পিছে বৰ কাটোন মানুহ। তায়েই বোৱা-দোৱা কৰি, বৈ কাটি, গৰু-গাই, হাঁহ-ছাগলী পুহি ঘৰখন চলাইছে। ঘৰত মানুহো নাই। মতা-মাইকীহাল। কলংপুৰৰ পৰা বিয়া কৰাই আনিছিল বাবে মানুহজনীৰ নাম হ'ল কলংপুৰীয়ানী; আৰু তাইৰে গিৰিয়েক বাবে মানুহটোক ৰাইজে কলংপুৰীয়া বুলিবলৈ ল'লে।

কলংপুৰীয়াৰ য তে ৰাতি ত'তেকাটি হোৱা স্বভাৱটো; আৰু তাৰ মূৰত কঁঠাল ভাঙি খোৱা তাৰ ভণ্ডুবা লগ-সঙ্গবোৰ কলংপুৰীয়ানীয়ে দেখিবকে নোৱাৰে। দেখিব পাৰেনো কেনেকৈ? কলংপুৰীয়াই এগছ কুটা দুগছ নকৰে, তাৰ লগবোৰ তাতকৈও একাঠি চাৰ। ভাং খাওঁতে আৰু খুৱাওতে তাৰ ঘৰৰ সা-সম্পত্তি অকল ঘৰৰ ভেটিটোহে থাকিলগৈ। শেহতীয়াকৈ সি ঘৈণীয়েকৰ মাকৰ ঘৰৰ পৰা অনা অলংকাৰ দুপদো বন্ধকত থ'লে।

সেই কলংপুৰীয়াৰে মন হ'ল ভকতক চাউল একঠা খুৱাই মুখ-হাত ধুওৱাৰ। ভকত মানে তাৰ লগৰ ভণ্ডুৱা ভকত। সন্ধিয়াতে শিৱৰ প্ৰসাদ এহোঁপামান কৰাব, ৰাতিলৈ চাউল কঠা; কলংপুৰীযানীয়ে পোনতে গালিত গিৰিয়েকক ত্ৰিভুৱন দেখুওৱাৰ কথাই ভাবিছিল। পিছত মত দিলে, 'আপুনি ভকত মাতক, মই যা-যোগাৰ কৰো।'

ঘৈণীয়েকৰ ইমান সৌম্য ৰূপ দেখোতেই কলংপুৰীয়াই কথাটো মন কৰিব লাগিছিল। ভণ্ডুৱা মানুহ বুদ্ধিটো চুটি; সি মন নকৰিলে। 'পিছে কংলপুৰীয়ানীয়ে ভকতক সেৱা-শুশ্ৰূষা ভালদৰে কৰিলেনে?'

'ৰচোন, মই কৈ যাওঁ, তই শুন।'

ভকত ভুঞ্জোৱা কথা। মাছ-পুঠি, চাউল-দাইল, তেল-পিয়াঁজ, মা-মছলা, শাক-পাচলি আদি সকলো লাগিব। কলংপুৰীয়াই ঘৈণীয়েকক হাঁহ এটাৰ বন্দৱস্ত কৰিবলৈকো ক'লে। কাৰ ঘৰৰ ওপৰৰ চাঙত সি কোমোৱা দেখি আহিছে; কোমোৱা এটা খুজি আনিবলৈকো হুকুম দিলে। মতা হাঁহৰ স'তে বুঢ়া কোমোৱা খাবলৈ ভাল।

ভকত ভুঞ্জোৱাৰ দিন চমু চাপি আহিল। কংলপুৰীয়াই ঘৈণীয়েকক কৈ থাকিল, 'যা-যোগাৰ হৈছেগৈনে? চাউল-পাত উলিয়ালিনে?' ঘৈণীয়েকে উত্তৰ দিলে, 'হ'ব, আপুনি চিন্তা নকৰিব?' আকৌ দুদিন যায়। কলংপুৰীয়াই আকৌ সোধে, 'হৈছেগৈনে?' তাই একে উত্তৰেই দিয়ে, 'হ'ব, হ'ব। আপুনি ভকতকেইজনক গোটাওক আগতে।'

দিন পালেহি। সন্ধিয়াতে কলংপুৰীয়াৰ ঘৰত ভকত গোট খালেহি। ঘৰৰ মুখৰ কোঠালিতে ভাঙৰ খোলা পতা হল। ৰাতি হ'ল। ভকতৰ চাউলমুঠি ধৰিবৰ সময় হ'ল। কলংপুৰীয়াই খোৱাৰ দিহা কৰিবলৈ ক'বলৈ ঘৈণীয়েকক বিচাৰি গ'ল।

জুহালত নাই: আখলত নাই, তাই তেতিয়া ঢেঁকীশালত। তাই ঢেঁকীত ধান জুৰি লৈছেহে।

'তই কি কৰিছ? সেইবোৰ থ, ভাত বাঢ়গৈ।'

'ৰব। ভাত বহাবলৈ উলিওৱা চাউল এটাও নাই নহয়।'

'পিছে, পিছে? কি হ'লগৈ'— ঘটনাৰ শীৰ্ষবিন্দুৰ কাৰণে ৰজা উৎকণ্ঠিত হৈ ৰ'ল।

'পিছে কি হ'ব আৰু? ভকত ঘৰাঘৰি গুচি গ'ল। তায়ো পিছদিনাই মাকৰ ঘৰ পালেগৈ। এতিয়ালৈকে অহাই নাই।'

ৰজাই হাঁহি ৰখাব নোৱাৰিলে। 'ঠিক কৰিলে। যেন কুকুৰ তেন টাঙোন। তিৰোতা মানুহ এনেহে হ'ব লাগে।'

'হ'লেও ভকতক বঞ্চিত কৰিব নেলাগিছিল।'

'কিহৰ ভকত অ'? ৰজা জাঙুৰ খাই উঠিল।'

'কলংপুৰীয়াৰ লগৰকেইটাক মই চিনি নেপাও বুলি ভাবিছ নেকি? কুটা এগছ নকৰে। ভাং খাই খাই ফুৰিব। হালতো নাই ফালতো নাই। লোকৰ ঘৰে ঘৰেই খাওতে দিন গৈছে।'

'এৰা, হওতে কথাটো মিছাও নহয়।'

মাছ ধোৱা চালনীখনত মাছকেইটা ধুই আনি ৰজাৰ মাকে চালনীখন শিকিয়াত উঠাই থ'লে। মেকুৰী এজনী আজি দুদিনমানৰ পৰা বৰকৈ অহা-যোৱা কৰি আছে। তাই পালে এটাও নহ্থ। ৰজা আহি বাৰাণ্ডাৰ মূঢ়াটোতে বহিলহি। আজি বৰষুণ নিদিয়া হ'লে সি নেপালী গাঁৱৰ তাৰ সখীয়েকৰ ঘৰৰ পৰা আহিলগৈহেঁতেন। বহুত দিন সি গোবৰ্দ্ধনক লগেই পোৱা নাই। দিনৰ দিনটো ধাৰাসাৰ বৰষুণ। ৰাতিলৈকো বৰষুণ দিব। বৰষুণৰ বতৰত ঘৰত থাকিবলৈকো বেয়া, ওলায়ো যাব নোৱাৰি। বৰ অকলশৰীয়া অকলশৰীয়া যেন লাগে। পুৰণা এৰীয়া কাপোৰখনকে গাত ছটিয়াই সি আমন-জিমনকৈ বাৰাণ্ডাতে বহি থাকিল। কোনোবা এটা অহা হ'লেও! কথা-বতৰাকে পাতিব পাৰিলেহেঁতেন, নতুবা পুথি এক আধ্যামানকে পঢ়িব পাৰিলেহেঁতেন।

হয়, আহিছে হ'বলা। পদূলিৰ নঙলা খোলাৰ শব্দ শুনা গৈছে। এটা নহয়, দুটা আহিছে। কথা-বতৰা পাতি আহিছে। হয় মাষ্টৰ আৰু মাণিক। ৰজা বহাৰ পৰা থিয় হ'ল, মাষ্টৰ আৰু মাণিক ওচৰ চাপি আহিল।

'ব'লচোন, নেপালী গাঁৱৰ পৰা আহোগৈ।' মাষ্টৰে ক'লে।

'নেপালী গাঁৱলৈ কিয় যাব? তাতে ঢোলে-দগৰে এতিয়া বৰষুণো আহেহে লাগে।

'কথা ডাঙৰেই' মাণিকে ক'লে। মুহীধৰ আৰু খুদমনৰ সৰুজনী খুলশালীয়েক পলাই গ'ল।' মাণিকে ক'লে।

'কলৈ গ'ল, তই এতিয়া ক'ত বিচাৰিবিগৈ।

'নেপালী গাঁৱৰ ফালে যোৱা দুই-একে দেখিছে।'

'বিচাৰি জানিবা পালিয়েই কি কৰিবি?'

'কি কৰিম?' মাষ্টৰে দাঁত-মূৰ কৰচি উঠিল।

'দুইটাকে কাটি টুকুৰা টুকুৰ কৰিম। ফাঁচী, ফাটেক যি হয় হ'ব।'

'ছোৱালীজনী এতিয়া নষ্ট হ'ল অ' বোপাই।' পাকঘৰৰ পৰা ৰজাৰ মাক ওলাই আহিল।' নষ্ট হোৱা ছোৱালীজনীনো কোনে নিব? তাতে দুইটাৰে মন মিলিছে, শাও দিব এৰুৱাই আনিলে।'

'নহয় অ খুৰী। বংশত নোহোৱা-নোপোজা কাম।'

'হ'লেও বোপাই, বাদ দে। নেপালী গাঁৱলৈ নগৈ যদি কেনেবাকৈ হাবিলৈ গৈছে, তেহে কথা বিষম হ'ব। এইজাক বৰষুণ। বনৰজাই এনেকুৱা বতৰতে চোপ লৈ থাকে। ভগৱন্তই ল'ৰা-ছোৱালীহালক ৰক্ষা কৰক।'

মাষ্টৰে বহুত সময় আঁঠুতে মূৰ গুঁজি বহি থাকিল। সি নিজকে কোৱাদি ক'লে, 'নাই সিহঁত হাবিলৈ যোৱা নাই। সি মনে মনে কামনা কৰিলে, সিহঁত দুটা নেপালী গাঁৱলৈ যাওক, হাবিলৈ নহয়। তাৰ বৰ মৰমৰ ভায়েক মুহীধৰ। বয়সো বেছি হোৱা নাই। সি ক'লে, 'মই কৈছিলোৱেই বৌটি হওক। সিহঁতহালৰ বিয়াখন পাতি দে। নহ'লে কোনোবা দিনা অঘটন ঘটাব। ওচৰতে বায়েকজনী আছে, বুদ্ধি দি ঘৰ ভাঙিব বুলি বৌটিয়েহে কাণ নকৰিলে।'

'সেইবোৰ এৰি পেলা। ভগৱন্তই সিহঁতক ৰক্ষা কৰক। এতিয়া ভায়েৰৰ বোৱাৰীয়েৰ হ'ল। চপাই-বুটলি আনি কি হয় দায়-জগৰ ভাঙি ঘৰত ঠাই দে।' ৰজাৰ মাকে ক'লে, 'তহঁত দুটা নেযাবিহত। ইয়াৰো মনটো বেয়া। কথা-বতৰা পাতি থাক। মোৰো ভাত হ'বই খাই-বৈ যাবি।'

ৰজাৰ মাক আকৌ পাকঘৰ পালেগৈ। তিনিওটা এন্ধাৰে-মুন্ধাৰে বহি থাকিল। লাহে লাহে আকাশখন বৰষুণৰ ভৰত ভাগি পৰিবলৈ আৰম্ভ কৰিলে। বৰষুণৰ এচাৰকণিয়ে সৰু বাৰাণ্ডাখন তিয়াই দিলেহি। তিনিওটা ভিতৰলৈ আহিল, আৰু ৰজাৰ শোৱা চাংখনতে বহি বহি কথা পাতিবলৈ ধৰিলে। ৰজাই মাজতে গৈ তামোল-পাণৰ বঁটা লৈ আহিলগৈ।

কথা, নানা তৰহৰ কথা। তিনিটা ডেকা ল'ৰা গোট খালে নানা তৰহৰ কথা ওলাবই। মুহীধৰ আৰু ৰেণুমাইৰ কথা ওলাল। মাষ্টৰে তাৰ হাতৰ ঘাপটোৰ কথা পাহৰিবই পৰা নাই। খুদমনে ঘপিয়াইছিল। বাগিচাৰ হাস্পতালতহে ভাল হৈ আহিছেগৈ। এতিয়া খুদমনৰ ঘৰখনৰ স'তে সিহঁতৰ ঘৰৰ মাত-বোল নাই।

'মাত-বোল যে হ'বগৈ আশাও নাই,' মাষ্টৰে ক'লে, 'নেপায় নেপায়। ওচৰা-উচৰিকৈ আছু, ককাই-ভাইৰ দৰে। শত্ৰুতা নেৰাখিৱি।' মাণিকে মাষ্টৰৰ কথাত ক'লে।

ভাত হোৱা নাই। ৰজাৰ মাক পাগঘৰত। মাষ্টৰৰ গধুৰ মনটো লাহে লাহে পাতল হ'বলৈ আৰম্ভ কৰিলে। সি এপাকত ৰজাক সুধিলে, 'তই বোলে এইবাৰ সৰু সোণৰ লগত হাতীৰ মহললৈ যাবি?'

'কোনে কৈছে?' মাকে শুনে বুলি ৰজা উচাপ খাই উঠিল।

'কলীয়া ফান্দীয়ে ক'লে,' মাষ্টৰে ক'লে। 'কালি নে পৰহি মই তাক লগ পাইছিলো।'

'হয় নেকি?' মাণিক আচৰিত হ'ল। 'ই মোক কোৱাই নাই নহয়।'

'মনে মনে ক', ৰজাই ক'লে 'বৌটিয়ে শুনিলে আমাৰ গোটেইকেইটাকে গালিত কুকুৰ পিঠা কৰিব।' তাৰ পিছত লাহেকৈ ক'লে, 'কথাটো ওলাইছেহে। মই যাওঁ-নেযাওঁ একো কোৱা নাই।'

ভাত হ'ল। খাৰ-পানী দি কৰা পুঠিমাছৰ চৰ্চৰীয়া, পোৱা গৰৈ মাছৰ লোণ-তেল দি কৰা পিটিকা; মচুৰ মাহৰ দাইল। ভাত-পানী খাই কেউটা উঠিল। হুৰহুৰাই আকাশ ভাগি পৰা বৰষুণজাক পাতলিছে। সেই চেগতে মাষ্টৰ আৰু মাণিক ঘৰলৈ যাবলৈ ওলাল। ৰজাৰ মাকে আকৌ মাণিকৰ হতুৱাই এক আধ্যামান পুথি পঢ়োৱাৰ কথা ভাবিছিল। ইহঁতকেইটাৰ ভিতৰত মাণিকেহে ভালদৰে আখৰ পঢ়িব পাৰে। ৰজাই আখৰ চিনি পায়, কিন্তু যুটীয়া আখৰবোৰ ভালদৰে নোৱাৰে। মাষ্টৰে আকৌ আখৰকে চিনি নেপায়।

'খুৰী, আহিলো দেই' বুলি মাণিক আৰু মাষ্টৰে বিদায় ল'লে। ৰজাই পদূলি মূৰলৈকে আগবঢ়াই দিলে। ভাত-পানী খাই আখল সামৰি ৰজাৰ মাকো শুবলৈ, মাক-পুতেক দুইটা পাটীত পৰিল। মাকে ফু মাৰি চাকিটো নুমুৱাই দিলে।

অন্ধকাৰ। চকু মেলিলেও অন্ধকাৰ— চকু মুদিলেও অন্ধকাৰ। বৰষুণজাক আকৌ আহিবলৈ লৈছে। ছাঁট ছাঁট বিজুলী মাৰিছে। কাণ ফটা গৰ্জন। মেঘৰ গাত আজি লাগিল কি? এনেকৈ দিনে-নিশাই নেৰানেপেৰা বৰষুণ দিবলৈ কিহে পাইছে? ঘৰটো উৰুখিছে হ'বপায়— মূৰৰ ওপৰত টপ্‌টপকৈ বৰষুণৰ টোপাল পৰিছে। 'এইবাৰ খৰালিলৈ ঘৰটো খোঁচা মাৰিব লাগিব।' মাকে ক'লে।

'খেৰ অলপ গোটাই একেবাৰেই চোৱায়েই পেলাম।'

'কৃষ্ণ; কৃষ্ণ প্ৰভু।' মাকৰ টোপনি আহিব খুজিলে। ৰজাৰ টোপনি অহা নাই। কথাটো তাৰমানে দুই-একে জানিছে। বাহিৰৰ মানুহে জানিলে মাকৰ জানিবলৈ বেছিপৰ নেলাগে। কি কৰিব সি? যাবনে নেযায়। তাৰ দৰে মতগজ ডেকা ল'ৰা

এটাই হাতী ধৰিবলৈ যাবলৈ ভয় কৰিলে হ'বনে? সিতো নিজে গৈ হাতীৰ জাকত সোমাই হাতী ধৰিবগৈ নেলাগে অ? আচল পাকৈত ফান্দী কলীয়া কাইটি থাকিলে কিহৰ ভয়? এতিয়া বুঢ়ীজনীক বলাব পাৰিলেই হ'ল।

কি বুলি ক'ব সি মাকক? একেটা পো বুলি অনাহকতে মাকে ভয় কাৰ খাকে। ৰজাৰ টোপনি নাহিল। অন্ধকাৰতে সি দেখিলে, পোবালিবোৰ বুকুৰ কাষে কাষে লৈ পাহাৰৰ পৰা হাতীৰ জাক এটা ভৈয়ামলৈ নামিছে। ঘাই মাকজনীৰ তদাৰকত জাকটো থাকে। সিহঁত আহি আছে— আহি আছে। ঘাই মাকে ৮.২তক লোণৰ পুঙলৈ লৈ গৈছে। সিহতে লোণ মাটি খাইছে।

কলীয়াই কৈছিল, হাতীয়ে বহুত কথা বুজি পায। সিহঁতৰো বোধশক্তি আছে, মৰম-স্নেহ আছে। কলীয়াই শুনা কথা নহয়, নিজে দেখা কথা। এবাৰ পোবালি হাতী ধৰাৰ পিছত জাকটো খেদাই দিয়া হ'ল। সেইবাৰ সি চাৰিটা হাতী ধৰিছিল। 'চাৰিটা হাতী বুলি কওতে ভয খাই উঠিব নেলাগে। পোৱাল মেধিয়ে এমাহতে সাতাইশটা হাতী ধৰিছিল। সেইবাৰেই সি বৃটিছ চৰকাৰৰ পৰা সোণৰ মেডেল পাইছিল।' কলীয়াই এবাৰত চাৰি-পাচটা হাতী ধৰা কামটো বৰ ডাঙৰ কাম বুলি নেভাবে। 'তাৰ পিছত শুন।' কলীয়াই কথাবোৰ বৰ খৰকৈ কয়। হাতী পোৱালিকেইটা বান্ধি থৈছো। তিনিদিনৰ পিছৰ পৰাহে চটাবলৈ ল'ম। ভাগৰে-জুগৰে সেইদিনা সন্ধিয়াতে শুবলৈ আহিলো। বাহিৰত জুইকুৰা জ্বলি থাকিল, আৰু ল'ৰাকেইটাই পাল পাতি পহৰা দি থাকিল। হঠাতে, টোপনিৰ পৰা সাৰ পাই শুনিলো— ভয়ংকৰ শব্দ। হাতীয়ে চিঞৰা তইঁতে শুনিছনে বাৰু?'

হাতীয়ে চিঞৰিলে মেঘে গজালি গাজে। নিঃসাৰ হাবিত সেই চিঞৰটো আৰু বেছি ভযংকৰ হয়। ৰাতি আকৌ হাতীৰ পালটো আহিল। ওপৰলৈ শুঁৰ দাঙি চিঞৰি-বাখৰি সিহঁত যেন যুদ্ধহে দিবলৈ আহিছে। ধৰা হাতীকেইটা গড়ৰ ভিতৰতে আছিল। হাতীৰ জাকটোৱে গডৰ ভিতৰ সোমাবলৈ চেষ্টা কৰিলে। গড়ৰ চাৰিওফালে খাল কাটি গড়খাৱৈ কৰা হয়। সিহঁতে খাৱৈটো পাৰ হ'ব নোৱাৰিলে। কলীয়াই লগত আৰু দুটামানক লৈ চেৰা গুলি ফুটাই, জুই জ্বলাই হাতীৰ জাকটো খেদিলে। খেদিলেহে খেদিলে, পিছদিনা আকৌ হাতী পোৱালিকেইটাৰ মাককেইজনী আহিল। সিহঁত আহিল মনে মনে আৰু পোৱালি হাতীকেইটাৰ বন্ধন মুক্ত কৰিবলৈ চেষ্টা কৰিলেহি। মাজে মাজে সিহঁত আহি থাকিবলৈ ল'লে। দূৰৈৰ পৰা হাতী পোৱালিকেইটাক চাই যায়হি। হাতী চটোৱা হ'ল। শিক্ষা শেষ কৰাৰ পিছত যেতিয়া পোৱালি হাতীকেইটা লৈ একেবাৰেই তাৰ পৰা গুচি আহিল তেতিয়াও মাককেইজনীয়ে আলেঙে আলেঙে পিছ লৈছিল। কলীয়া ফান্দীৰ দলটো হাবিখন পাৰ হোৱাতহে হাতীকেইজনী গুচি গ'ল।

'বৰ দুখ লাগে অ' মাকৰ বুকুৰ পৰা পোৱালিটো ধৰি লৈ আহোতে।' কলীয়া ফান্দীয়ে কৈছিল, 'মানুহ বৰ পাপী জীৱ। মানুহতকৈ অবিশ্বাসী আৰু কোনো নাই। পৃথিৱীৰ সকলো জীৱ-জন্তুৱেই মানুহক বেয়া পায়— ঘিণ কৰে, অবিশ্বাস কৰে।' কলীয়াৰ মাতটো দুখ আৰু ক্ষোভেৰে ভৰি পৰিছিল। 'পিছে, কি কৰিবি? মোৰো উপায় নাই। হাতীৰ ফান্দীৰ বংশ, অইন কাম কৰিব নোৱাৰো।'

'ভয় নেলাগেনে তোমাৰ কলীয়া কাইটি?'

'ভয়? ভয় আকৌ কিয় লাগিব?' বিড়ি হুঁপি হুঁপি কলীয়াই উত্তৰ দিছিল। কলীয়াই বৰ বিড়ি খায়। অনবৰতে গাটো বিড়ি বিড়ি গোন্ধায়েই থাকে। বিড়িৰ বাদেও অইন নিচাতো কলীয়াৰ সমানে আসক্তি। হাতী ধৰা মানুহে নিচাৰ বাছ-বিচাৰ নকৰে। পিছে, কলীয়াৰো বাপেক ফজৰতৰ দৰেই আচল নিচা হাবিখনতহে। সেই কথাটো সি নিজেই স্বীকাৰ কৰে, 'এবেলা নিচাই মোক পাগল কৰিব নোৱাৰে। খালি হাবিখন আৰু হাতীৰ জাকটো দেখিলে মই পাগল হৈ যাওঁ।'

কলীয়াৰ এটা দুনলীয়া বন্দুক আছে। বৃটিছৰ দিনৰে বন্দুক। আৰু হাতী ধৰিবলৈ যাওতে পিন্ধা এযোৰ জধলা খাকী ৰঙৰ চোলা-পেণ্ট আছে। মিলিটেৰীৰ পৰা লোৱা। মিলিটেৰীৰ পৰা লোৱা এযোৰ বুট জোতাও আছে। পোছাকযোৰ পিন্ধি দুনলীয়া বন্দুকটো হাতলৈ লোৱাৰ লগে লগে সি পৃথিৱীৰ আটাইতকৈ নিৰ্ভীক মানুহটো হৈ পৰে।

তথাপিও কলীয়াই কয়, 'অস্ত্ৰই মানুহক ৰক্ষা কৰিব নোৱাৰে।'

'তেন্তে কিহে মানুহক ৰক্ষা কৰে কলীয়া কাইটি?'

'মৰম— অকল মৰমেহে মানুহক ৰক্ষা কৰিব পাৰে। মানুহকে নহয়— পৃথিৱীৰ সমস্ত জীৱ-জন্তু, গছ-লতাকো ৰক্ষা কৰিব পাৰে মৰমেহে—।' কলীয়াই উদাহৰণসহ বুজাই দিছিল। 'চা, হাতী পোৱালি এটা হাবিৰ পৰা ধৰি অনাৰ পিছত তাক মৰম-আদৰ নকৰিলে সি হাবিলৈ গুচি যাব, সুৰুঙা পালেই। জাকৰুৱা হাতীবোৰ এটা পৰিয়ালৰ দৰে থাকে। ইটোৰ সিটোলৈ কিমান মৰম। ঘাই মাকজনীয়ে সিহঁতৰ সেই পৰিয়ালটো চলাই লৈ ফুৰে। যিদৰে আমাৰ ঘৰবোৰ ঘাই বুঢ়ীজনীৰ দিহা-পোহাৰে চলে,— সিহঁতৰো।' হাতীৰ কথা ক'বলৈ পালে কলীয়াক একো নেলাগে। যিকোনো এটা প্ৰসঙ্গকে সি হাতীৰ প্ৰসঙ্গলৈ টানি আনিবও পাৰে। 'হাতী পোৱালিবোৰ বৰ দুষ্ট হয়। ঠিক জানিবা মানুহৰ পোৱালিহে। কথা নুশুনে। য'লৈ নেযাবলৈ কয় তালৈ যায়, যিটো নকৰিবলৈ কয়, সেইটো কৰে। কথা নুশুনি অবাধ্য হ'লে মাকে পোৱালিবোৰক শুঁৰেৰে থপৰিয়াই দিয়ে।'

ৰজা আচৰিত হৈছিল। 'হয় নেকি? মই নেজানিছিলোৱেই।' কলীয়াই অবাধ্য হাতী পোৱালি এটাৰ কাহিনী এটা কৈছিল। মাকৰ কথা নুশুনি বাট এৰি অবাটে

যোৱা হাতী পোৱালি এটা গৈ গৈ হাবিৰ পৰা ওলাই মাহনি এখনত সোমাল। বুঢ়ী এজনীয়ে মাহ তুলি আছিল। হাতী পোৱালিটো দেখি ওচৰতে মাকজনী আছে বুলি ভাবি বুঢ়ীজনীয়ে য'ৰে মাহ ত'তে পেলাই দৌৰ মাৰিলে। দৌৰি দৌৰি গৈ বুঢ়ী ঘৰ পালেগৈ। পিছে পিছে হাতী পোৱালি। বোধহয় বাট হেৰুৱাই হাবিখন পাৰ হোৱাৰ পিছত হাতী পোৱালিৰ ভয় লাগিল। আৰু সি বুঢ়ীজনীকে আশ্ৰয় বুলি ভাবি পিছে পিছে যাবলৈ ধৰিলে। পিছত বিচাৰি বিচাৰি মাকে শুঁৰেৰে থপৰিয়াই থপৰিয়াই পোৱালিটো লৈ গ'ল। 'তহঁতে মন কৰিবিচোন, হাতী পোৱালিক মাকে কেতিয়াও চকুৰ আঁৰ হ'বলৈ নিদিয়ে। চকুৰ আঁৰ হ'বলৈ দিলেই দুষ্ট হাতী পোৱালি মূৰ পোলোকা মাৰি ক'ৰবালৈ গুচি যাব।'

ৰজাৰ চকুত টোপনি নাই। সিফালৰ বিছনাত ৰজাৰ মাকে টোপনিতে বাগৰ সলোৱাৰ শব্দ শুনা গ'ল। ৰজায়ো বাগৰ সলালে। বাহিৰত হুৰহুৰাই বৰষুণ দিছে। বৰষুণ দিলে হাতীবোৰ ক'ত থাকে? গছৰ তলত থাকে চাগৈ। নে সিহঁতে ৰ'দ-বৰষুণলৈ কেৰেপকে নকৰে? বৰষুণ দিলে হাতী ক'ত থাকে ৰজাই নেজানে, কলীয়াক সুধিব লাগিব।

## ।। সোতৰ ।।

সোণাধৰ বেলেগ হোৱা ভালেমান দিন হ'ল। ৰজাৰ মাকে সেইফালে মু কে কৰিব পৰা নাই। মাজতে বৰষুণো দিলে কেইদিনমান। বাট-পথ বোকা হ'ল। বনৰজাও ওলাল। হাবিৰ পৰা ওলাই গৰু-ছাগলীও ধৰিলে, এতিয়া বৰষুণ গ'ল। বতৰো ফৰকাল। বাট-পথ শুকান হ'লে কি হ'ব, কাতি মাহৰ দিন তেনেই চুটি। ভাতকেইটা খাই উঠে মানে বেলি গৈ সোমাবৰ হয়েই। কাতি বিহুৰ দিনা ৰজাৰ মাকে পথাৰত গৈ বন্তি এগছো দি থৈ আহিলগৈ। বনৰীয়া হাতীৰ মুখৰ পৰা ৰাখিব পাৰিলে ৰাইজে ধান কেইটামান পাব লাগে। কেইদিনমানৰ পিছত ধান পৰিব। ধান পকিলেই কাঁচি হাতত লৈ পথাৰলৈ ওলাবৰ হ'বই। কিবা কাম থাকিলে কৰিবলৈ এইকেইটা দিনহে সময়।

ৰজাৰ মাকৰ কাম নোহোৱা নহয়— বৰ ডাঙৰ কাম এটা আছে। খা-খৰালি মাহত পাৰিলে পুতেকৰ বিয়াখন পাতিব লাগে। ইমান দিনে কথা-বতৰা পকা হ'ব লাগিছিল। চেনিৰামৰ দেউতাকৰ ওচৰলৈ গৈ কথাটোনো কি কৰিলে, কিমান দূৰ আগবাঢ়িল, সুধিবই লাগিছিল। ৰজাৰ মাকৰো অসুবিধা গ'ল, সিহঁতৰো গ'ল। ইফালে ৰেৱতীজনীও যেনেদৰে কথাই-কামে চকুত লগা হৈ আহিছে, কোনোবাই তামোল-পাণৰ ভাৰ সোধাইহে লাগে। ৰজাৰ মাক চেনিৰামহঁতৰ ঘৰলৈ ওলাল।

চেনিৰামহঁতৰ পদূলি একেটাই হৈ আছে। এতিয়াৰ থকা ঘৰটোৰে কোঠা এটা আৰু লগতে সৰুকৈ এটা কোঠা বঢ়াই সোণাধৰ বেলেগ হ'ল। ৰজাৰ মাক সোমাই যাওঁতে সোণাধৰৰ ঘৈণীয়েকে ঠাই সাৰি আছিল। নতুন ঘৰটো চাই যাওঁ বুলি ৰজাৰ মাক সোণাধৰৰ ঘৰৰ ফালে সোমাই গ'ল।

ঘৰটো সৰু হৈছে যদিও আটোমটোকাৰিকৈ ৰাখিছে। মুখৰ কোঠাটো আলহী-অতিথি আহিলে বহা কোঠা। তাতে ধানৰ ডুলিটো এচুকত চাং এখনৰ ওপৰত উঠাই থোৱা আছে। কাষৰ কোঠাটো সিহঁতৰ শোৱনি কোঠা। ভুমুকি মাৰি চাই ৰজাৰ মাক ওলাই আহিল। বোৱাৰী ছোৱালীৰ শোৱা কোঠালৈ সোমোৱা ৰজাৰ মাকৰ নিয়ম নহয়। সোণাধৰৰ ঘৈণীয়েকে বহিবলৈ কৈছিল। ৰজাৰ মাক নবহিল।

পিছ চোতালেদি চেনিৰামহঁতৰ ফালে আহিল। চেনিৰাম হাটলৈ গৈছিল। আহি পোৱা বেছি পৰ হোৱাই নাই। হাটৰ পৰা ল'ৰা দুটালৈ চেনিগুটি আৰু ভজা বাদাম আনিছে। তাকে লৈ ল'ৰা দুটাই খুঁটিয়াখুঁটি কৰি আছে। বাৰাণ্ডাতে বহি চেনিৰামৰ মাকে খেংখেঙাই আছে। বেৰত আওজাই থোৱা পীৰা এখন পাৰি লৈ ৰজাৰ মাক চেনিৰামৰ মাকৰ ওচৰতে বহিল, কি হ'লনো বাইদেউ?'

'এইখন— 'চেনিৰামৰ মাকে বিৰক্তিৰে উত্তৰ দিলে।

'নাতি নহ'ল যেনিবা, বিহগুটি। অথনিৰে পৰা বাদাম এটাকে লৈ কাজিয়া কৰি আছে।'

'এহ, ককাই-ভাই কাজিয়া নকৰাকৈ ডাঙৰ হ'বনে? পিছলৈ সিহঁতে বুঢ়া বয়সত কথা পাতিবলৈকে ভাল হ'ব— বোলে, আমি সৰুতে বাদাম গুটি এটাৰ লগতে বগৰা-বাগৰি কৰিছিলো।'

'ভাল কথা কৈছা? বুঢ়া হ'লে কিমান কথা-বতৰা হ'ব বাদেই দিয়া। সৌটোৰ স'তে এইটোৰ একে চোতালতে থাকিও এতিয়া মাতবোল নাই।'

'কি হ'ল বাইদেউ, কি হ'ল?' ৰজাৰ মাকে চেনিৰামৰ মাকৰ ওচৰলৈ বহি থকা পীৰাখন চোঁচৰাই আনিলে। 'কিকথা, কি বতৰা? মই একো গমেই পোৱা নাই নহয়।'

ককাই-ভাইৰ কাজিয়া। মাটি-বাৰীৰ ভাগ-বটোৱাৰা হ'ল। দুইটা ককাই-ভাইৰ সমান সমান দুভাগ মাটি। চেনিৰামৰ বাপেকে মাটিৰ ভাগ এটা নিজলৈকো ৰাখিলে, বোলে, আমি বুঢ়া-বুঢ়ী হ'লে খাম কি? তহঁতৰ সঁজাত নাই। পিছলৈ যেয়ে আমাক চাব সিয়েই আমাৰ মাটি-বাৰীৰ ভাগটো পাবি।

তামোলৰ বটাটো হাতত লৈ চেনিৰামৰ ঘৈণীয়েক ওলাই আহিল। তাইৰ গাত আকৌ লেঠা। দিনৰ দিনটো ইটো-সিটোত লাগি মানুহজনী ভাগৰি আছে। দুদিনমানৰ পিছত পথাৰলৈ ওলাবৰ হ'বই। তাই শালত থকা মেখেলাকেইখন শেষ কৰিম বুলি লাগিছে। মেখেলাত ফুল বাছিছিল। জুপি জুপি ফুল বাছি থকা বাবেই তাইৰ চকুকেইটা উখহিছে। তামোলৰ বটাটো আগবঢ়াই তাই ক'লে, 'খুৰীদেউ, তামোল খাওঁক।' তামোলখন মুখলৈ ভৰাই ৰজাৰ মাকে সুধিলে, 'মেখেলা ওলাবগৈনে?'

'জানো। বেলি চুটি নহয়, সময়েই নেপাওঁ।' চেনিৰামৰ ঘৈণীয়েক ভিতৰ সোমাই গ'ল। তাই ভিতৰ সোমাই যোৱালৈ চাই ৰজাৰ মাকে চেনিৰামৰ মাকক সুধিলে, 'হয়নে বাইদেউ, কথাটো কি?'

কথা ডাঙৰ নহয়, সামান্য। মাটি-বাৰীৰ ভাগ হোৱাৰ পিছত হেনো সোণাধৰক ঘৈণীয়েকে উচটাই দিলে। সমান ভাগ হোৱা নাই। কাঁহী-বাটি আৰু

পেৰাৰ কাপোৰ-কানি ভাগ নহ'ল। 'এই লৈয়েই কাজিয়া, উখনা-উখনি চলিয়েই থাকে।' চেনিৰামৰ মাকে ক'লে। 'পিছে, সিদিনাখন ভাত-পানী খাই নৌ উঠোতেই সোণাধৰে দাখন উলিয়াই আনি ডাঙৰটোক কাটেই আৰু। বোলো তোক কাটি দুচেও কৰি থওঁ।' 'কথা তেনে বিষমেই হ'ল। ডাঙৰীয়া আছিল নে নাই।' 'আছিল। বাপেক সেইদিনাৰ পৰা জলকা লাগিল যি লাগিলেই। দুদিন ভাত-পানীকে নেখালে। মইহে বকি-জকি কালিৰ পৰা ভাতৰ পাতত বহুৱাইছো।' চেনিৰামৰ মাকৰ চকু দুটা চলচলীয়া হ'ল। 'সিদিনা সৌ সিহঁতৰ ৰাতিৰাম আৰু কটীয়াই আহি নেৰুওৱা হ'লে সি কি কৰিলেহেঁতেন কব নোৱাৰো।'

চেনিৰামৰ মাকে আঁঠুটোত মূৰ গুঁজি দিলে। দুটা পুতেক, কোনোটোও মাকৰ মানত কম নহয়। বুকুখন সমানে দুফাল কৰি তেওঁ দুইটা পুতেকক দিছিল। মাকৰ মনত এটা কি, দহটা কি? আটাইকেইটাই সমান। ৰজাৰ মাকে চেনিৰামৰ মাকৰ বুকুৰ বিষটো নিজৰ বুকুত অনুভৱ কৰিবলৈ ধৰিলে। মাকৰ বুকুত হোৱা বিষ, বৰ বিষ। বুকুখন সমানে দুফাল কৰি দুটা পুতেকক দি দিয়াৰ পিছত এতিয়া সিহঁতৰ মিলা-প্ৰীতি, সুখ-আনন্দ দেখাৰ বাদে মাকে অইন আশা নকৰে। দুইটা বেলেগ হলি, ভাল হ'ল। এতিয়া ইটো-সিটোৰ সহায় হ'ব লাগে। চকুত সামান্য কুটা এডাল পৰিলেও উলিয়াবলৈ বেলেগ মানুহৰ সহায় ল'ব লাগে। অকলেনো কোনে কি কৰিব পাৰে? গাইগুটীয়া হৈ থাকিনো মানুহে কি ভাল পায়?

কাতি মাহৰ বেলি, ডুবিবৰ হওঁ হওঁ। আকাশ পৰিষ্কাৰ, কাৰোবাৰ ঘৰত শাকনিবাৰী উলিয়াই অদৰ্কাৰী বন-বাতবোৰ জ্বলাইছে হ'বলা, কেঁচা বন-বাত পোৰাৰ গোন্ধ ওলাইছে। অদৰ্কাৰী বন-বাত জ্বলাই দিব লাগে, ফচল ভাল হয়। কোনবোৰ অদৰ্কাৰী বন-বাত? বুকু গধুৰ কৰা দুখবোৰ নে অবিশ্বাসবোৰ? হিংসা-খিয়াল নে চিন্তাহীনতা? ঠিকেই অদৰ্কাৰী বন-বাত পুৰিবই লাগে।

চেনিৰামৰ মাকে আঁঠুটোতে মূৰ গুঁজি থাকিল। চকুকেইটাৰ পৰা টপ্‌টপকৈ চকুপানী পৰিবলৈ ধৰিলে। বটাৰ পৰা তামোল এখন হাতলৈ লৈ কটাৰীখনেৰে পতহিয়াই পতহিয়াই ৰজাৰ মাকে ক'লে, 'দুখ কৰিলে কি হ'ব বাইদেউ? এদিন সিহঁতে নিজেই ককায়েকৰ ওচৰ চাপিবহি। ককাই-ভাই দূৰে দূৰে থাকিবই নোৱাৰে। ঈশ্বৰে শুভ মতি দিয়ক।' চেনিৰামৰ মাকে মুখেৰে একো নেমাতিলে। মাথোঁ লৰচৰ নকৰাকৈ বহি থাকিল। ৰজাৰ মাকে গম পালে, এইটো ধুমুহাই মানুহজনীৰ বুকুখন ভাঙি চুৰ্মাৰ কৰি পেলাইছে।

চেনিৰামহঁতৰ ঘৰত শেৱালি ফুল এজোপা ফুলিছিল। সন্ধিয়া পাহি মেলিবলৈ শেৱালি জোপাৰ অকণ অকণ ফুলকলিবোৰ সাজু হৈছিলেই। ৰজাৰ মাকে শেৱালি ফুলৰ গোন্ধ পালে। শেৱালি ফুলৰ গোন্ধ পালেই ৰজাৰ মাকে সদায় পুলি এটা নি

নিজৰ ঘৰত ৰোৱাৰ কথা ভাবে। ফুল ফুলা শেষ হ'লেই পাহৰি পেলায়। এতিয়া ফুলৰ গোন্ধ পোৱাৰ লগে লগেই আকৌ পুলি এটা নি নিজৰ ঘৰত ৰোৱাৰ কথা ভাবিলে।

আঁউসীলৈ আঠ দিনমান আছে নেকি! সন্ধিয়াৰ চকাচন্দা পোহৰত পথাৰখনৰ একেবাৰে শেষ সীমাত ধোঁৱাময় আচ্ছাদন এটা ওলমি থকা দেখা গ'ল। বহুত পৰ হ'ল। ৰজাৰ মাক উঠিল। এন্ধাৰ আৰু কুঁৱলীয়ে সনা-পিটিকা কৰি আছে। কুঁৱলী পৰিছে দূৰত। আকাশত, পথাৰত, বাঁহ গছৰ ওপৰত। মোৰ চকুৰ ভিতৰত কুঁৱলী কেনেকৈ পৰিল? ৰজাৰ মাকে ভাবিলে। মানুহৰ চকুৰ ভিতৰত কুঁৱলী পৰে জানো? বাৰে বাৰে চাদৰৰ আঁচলেৰে চকুকেইটা তেওঁ মোহাৰি থাকিল। চেনিৰামৰ ককায়েক-ভায়েকৰ কাজিয়া লাগিছে। ভাইৰ সমান শত্ৰু নাই, ভাইৰ সমান মিত্ৰ নাই। লোকৰ কাঁজিয়া লাগিছে, মোৰ কি হ'ল? সা-সম্পত্তিৰ কথা আছে বাবে ভাই-ককাইৰ কাজিয়া লাগে, সা-সম্পত্তিৰ কথা নাই বাবে বাই-ভনীৰ কাজিয়া নেলাগে। বেজীৰ আগৰ মাটিকণৰ বাবেই কুৰুক্ষেত্ৰ তেজেৰে বোকা হৈছিল। আজিৰ কথা নহয়, যুগ যুগৰ কথা। মোৰ বুকু ভাগে কিয়? চেনিৰামৰ মাকৰ দুখতেই মোৰ বুকুখন চূৰ্ণাকৃতি হৈছে নেকি? ভাই-ককাইৰ কাজিয়াৰ বাবেইতো মহাভাৰত লিখা হ'ল।

কিয় কৰে ভায়ে ভায়ে কাজিয়া? ৰজাৰ মাক পদূলি মূৰ পালেহি আৰু নঙলা খুলি ভিতৰ সোমাল। এইকণ সময়ত ৰজা ঘৰত নেথাকে। হয়, সি ঘৰত নাই। চাকিটো বাৰাণ্ডাতে জ্বলাই থৈ দুৱাৰখনত বাহিৰৰ পৰা ডাং লগাই সি ওলাই গৈছে। বাহিৰত ভৰি-হাত তিয়াই ৰজাৰ মাকে কাপোৰ-কানি সলাবলৈ বুলি ভিতৰ সোমাল।

কিয় কৰে ককাই-ভায়ে কাজিয়া? মহাভাৰতত নো কিয় কৰিব লাগে? তেনে, কোন কাৰ ভৰসাত জীয়াই থাকিব? কিহৰ বাবে জীয়াই থাকিব? বুকুখন অকল উশাহ লবলৈ আৰু ঘৃণাৰে ভৰাবলৈকে ভগৱানে মানুহক দিয়া নাই। বুকুখন স্নেহত উথলি থাকিবলৈকে; সুখৰ উশাহ ল'বলৈহে। ৰজাৰ মাকৰ নিজৰ বুকুখনো গধুৰ গধুৰ লাগিবলৈ ধৰিলে।

বাৰাণ্ডাতে চাকিটো জ্বলি থাকিল, বেৰত আঁউজি বহি লৈ মানুহজনীয়ে একান্তমনে জ্বলি থকা কেৰাচিনৰ টিপচাকিৰ শিখাটোলৈ চাই থাকিল। টিপ্ টিপ্‌কৈ চাকিটো জ্বলি আছে। মাজে মাজে শিখাটো বতাহে কোবাই নুমুৱাব খুজিছে। কিন্তু নুমুৱাব পৰা নাই। আকাশত সন্ধিয়া ফুলা জিকা ফুল ফুলিছে। চাকিৰ শিখাৰ কঁপি থকা ছাঁটো মজিয়াত পৰিছে। বতাহ ছাটিয়ে নুমুৱাব খুজিও নুমুৱাব নোৱৰা বলবান চাকিৰ শিখা। চাকিৰ শিখাটো— চাকিৰ শিখাটো আচলতে কি? বতাহে নুমুৱাব খোজে; কিন্তু বতাহৰ শক্তিলৈ বুঢ়া আঙুলি টোৱাই চাকিৰ শিখা অবিৰাম জ্বলি

থাকিব খোজে। এবাৰত হয়তো বতাহ সফল হ'বগৈ, চাকিটো নুমাই যাব। 'ঠিক আমাৰ দৰেই নহয়নে ৰজাৰ মাক?' ৰজাৰ মাকে নিজকে সুধিলে। আমিও মৰিব নোখোজো, মৃত্যুৰ ওচৰত আমি নিজকে মহাশক্তিশালী বুলি প্ৰমাণ কৰিব খোজো। কিন্তু হাৰ মানিবলগীয়া হয়। হাৰ মানিম বুলি জানিও আমি সেই মহাশক্তিক অগ্ৰাহ্য কৰো। তুচ্ছ বুলি ভাবো। কিয়? মহাভাৰতত লিখা আছে। মবাভাৰতৰ পৰা আজি ইমান দিনলৈ মানুহে তাৰ প্ৰমাণ পায়েই আছে। তথাপিও বুজি পোৱাগৈ নাই কিয়? এই সৰু কথাটোকে বুজি পাবলৈ মানুহ আৰু কিমান শ শ হাজাৰ হাজাৰ বছৰ ৰ'ব লাগিব? কিমান ৰ'ব লাগিব।

আঁঠুটোত মূৰটো থৈ ৰজাৰ মাক অথনি চেনিৰামৰ মাক বহাদি বহি থাকিল। চাকিটো জ্বলি থাকিল। চাকিৰ শিখাটো বতাহে কোবাই থাকিল। 'বোধহয়' ৰজাৰ মাকে ভাবিলে, 'বোধহয়, মানুহে যিদিনা মহাভাৰতত লিখা সেই সৰু কথাটো বুজিব পাৰিব, সেই দিনাৰ পৰা কোনো ককাই-ভায়ে আৰু কাজিয়া নকৰে; কটাকটি-মৰামৰি কৰি মানুহ নমৰে, পৃথিৱীত কোনো অকলশৰীয়া মানুহ নেথাকে; কোনো মানুহৰ বুকু টুকুৰা-টুকুৰ নহয়। কোনেও চেনিৰামৰ মাকৰ দৰে নেকান্দে।

ৰজাৰ মাক বহিয়েই থাকিল; চাকিটো জ্বলিয়েই থাকিল, বতাহ বলিয়েই থাকিল, সময়বোৰ গৈয়েই থাকিল। ৰজাৰ মাকৰ টোপনি আহিব খুজিলে, তেনেতে ৰজা আহি ওলালহি, 'বৌটি কাণৰ ওচৰতে মাতষাৰ শুনি উচাপ খাই উঠিল।

'কোন? ইমান পৰ ক'ত আছিলিগৈ?'

'ভাত হ'ল নেকি?'

'সৰ্বনাশ, ভাতলৈ যোৱাই নাই। অকলে অকলে বহি থাকোতেই টোপনি আহিল।' ৰজাৰ মাক খপজপকৈ বহাৰ পৰা উঠিল, 'চেঃ আজি কিখন হ'ল—'

'বাৰু হ'ব। ভাত বহাগৈ যা।'

ৰজাৰ মাক পাগ্‌ঘৰ সোমাল, ৰজা ভিৰতলৈ গ'ল। ভাতৰ চৌকাত জুইকুৰা জ্বলাই লওঁতেই ৰজাই চিঞৰ মাৰি কোৱা মাকৰ কাণত পৰিল, 'ৰামধন হাতী ওলাইছে বোলে অ' বৌটি।'

## ।। ওঠৰ ।।

সৰু সোণ ঘৰত নাছিল, কিবা-কিবি কামত সি ঘূৰি ফুৰিছে। নেক্‌নেকীয়া বাৰিষুণৰ দিন শেষ হ'ল। এতিয়া ফৰকাল আকাশৰ দিন। ৰাতিপুৱা, আবেলি বিলৈলে অহা-যোৱা কৰা চৰায়ে আকাশ ঢাক খুৱাই থ'বলৈ লৈছে। অলপ অলপ জাৰো পৰিছে। পূজাৰ বন্ধত গুবাহাটীৰ পৰা বৰ সোণ আহিছিল, বন্ধ খোলাৰ লগে লগেই গ'লগৈ। মাঘৰ বিহুৰ পিছতহে সি বন্দনাক লৈ যাব।

নাতিটোৱে ঘৰখন উখল-মাখল কৰি গৈছে। সি গুচি গ'লে আকৌ নিজান। ঘৰখন বাহী বিয়াৰ ঘৰখনৰ দৰে হৈ পৰিব। সৌৰজগতৰ গ্ৰহ-নক্ষত্ৰ সূৰ্যক কেন্দ্ৰ কৰি ঘূৰাদি নাতি ল'ৰাটোক কেন্দ্ৰ কৰি এতিয়া ভগীৰথ মৌজাদাৰৰ ঘৰখন ঘূৰিছে। সি গুচি গ'লে ঘৰখনত কাৰো একো কামেই নেথাকিব। কি হ'ব? কেনেকৈ দিন-ৰাতি পাৰ কৰা যাব, এইবোৰকে ভাবি-গুণি মৌজাদাৰ বাৰাণ্ডাতে বহি আছিল। পদুমীয়ে ধপাত এচিলিম জ্বলাই আনি গুড়গুড়িৰ মূৰত লগাই নলিচাডাল মৌজাদাৰৰ হাতত তুলি দিছিল। একান্তমনে মৌজাদাৰে ধপাত হুঁপি আছিল। তেতিয়াই ওলালহি বৰ ফান্দী কলীয়া। ভিতৰত কলগান চলি আছে। একেখন ৰেকৰ্ডকে ঘূৰাই ঘূৰাই বজাইছে। মৌজাদাৰৰ শুনি শুনি আমনিও লাগিছিল। 'পদুমী সেইডাল বন্ধ কৰি থ' বুলি কৈ তেওঁ কলীয়াক মাতিলে, 'কলীয়া, আহ।' কলীয়াই হাতযোৰ কৰিলে।

'দেউতা ভালে আছে?' সি সুধিলে।

'ভাল। পদুমী ইয়াক বহিবলৈ দে। তামোল চালি আন।'

'হব দেউতা' পদুমীয়ে আনি দিয়া মুঢ়াটোত বহি লৈ কলীয়াই বিনম্ৰ সুৰেৰে ক'লে।

'যা-যোগাৰ হৈছেগৈ নে কলীয়া?'

'হৈছেগৈ দেউতা—'

'পিছে, ফান্দী আৰু কাক নিবিনো?'

'এৰা, ৰহমত আৰু ভদ্ৰেশ্বৰক মই কৈ থৈছো। সৰু সোণেও কৈছে।'

'হেৰি অ' কলীয়া, তোৰ দেউতাৰ আছিল বাওঁহতীয়া ফান্দী, তই একা?'

'ময়ো বাওঁহতীয়াই দেউতা।'

'তেন্তে ফাৰাৰ গাঠি কুনকীজনীৰ সোঁফালে থাকিব, নহয় জানো?'

'হয়।'

ফান্দ মৰাই হ'ল হাতী ধৰাৰ আটাইতকৈ কৌশলপূর্ণ আৰু সংকটপূর্ণ কথা। গছ-গছনিৰ আঁৰ লৈ, মুকলি ঠইত, নাইবা হাতী বেগাই গৈ থাকিলেও ফান্দ মাৰিব পৰা যায়। গছৰ আঁৰ লৈ ফান্দ মাৰিবলৈ সুবিধা। মাউত আৰু ফান্দী বৰ কাজুৱা নহ'লে বাকী দুঠাইত ফান্দ মাৰিবলৈ সাহ নকৰে। মুকলি ঠাই হ'লে কেতিয়াবা জাকৰ দঁতাল হাতীয়ে আগচি ধৰি কুনকী হাতীজনী উলটি আহিবলৈ বাধ্য কৰিব পাৰে। ফান্দী দীঘলে বেছি হ'লে চল্লিশ ফুট আৰু কম হ'লে আঠাইশ ফুট হয়। হাতীৰ ডিঙিত ফান্দ সোমাই পৰাৰ পিছত ফান্দীয়ে ৰছীডাল দহ ইঞ্চি বা সুবিধা বুজি এফুট— এনেকৈ টানি আনি হাতীটো কুনকী হাতীজনীৰ সমানলৈ লৈ আহে। 'বৰ কষ্টৰ কাম দেউতা—' কলীয়াই কলে। 'দিনৰ পিছত দিন হাবিৰ মহ, ডাঁহ, জোক, চেৰেপা, বনৰীয়া জীৱ-জন্তুৰ লগত কটাই ঘৰ পালেহি দেহা আধাখনীয়া হয়। দেহা হৈ নেথাকে। কলীয়াই গামোচাৰে মুখখন মোহাৰি বাটলৈ হাত মেলিলে। মৌজাদাৰে ক'লে— 'ৰ তামোল নেখাবি। আগতে চাহ এটোপা খাই ল।' তেওঁ ভিতৰলৈ চাই চিঞৰিলে, 'পদুমী চাহ হ'ল নে নাই?' 'হৈছে দেউতা—' পদুমীয়ে ভিতৰৰ পৰা উত্তৰ দি দি বাহিৰ পালেহি। কলীয়াক ক'লে— 'কলীয়া কাইটি, চাহ ভিতৰতে দিছো।'

'চাহ? এহ, চাহনো কেলেই? তামোল খাইছিলোৱেই।' কৈ কৈ কলীয়া বহাৰ পৰা উঠিল। বাহিৰা মানুহে চাহ-ভাত খোৱা, পাগঘৰৰ ওচৰৰ বাহিৰা ঘৰটোলৈ পদুমীয়ে কলীয়াক লৈ গ'ল।

ভিতৰত কলীয়াক হাতীখুজীয়া বাটি এটাত এবাটি জলপান দিছে। জনপানৰ বাটিৰ ওচৰতে ঘটি এটাত এঘটি পানী। কলীয়া বহুদূৰ বাট বাটকুৰি বাই আহিছে। কোমল চাউল, দৈ গাখীৰৰ জলপানটো দেখি তাৰ ভাল লাগিল। আচলতে তাৰ ভোকো লাগিছিল। সৰু মুঢ়া এটাত বহি থকা মৌজাদাৰণীয়ে ক'লে, 'কলীয়া জলপান খা।'

কলীয়া পীৰাত বহিলহি। মৌজাদাৰণীৰ বোৱাৰীয়েকক দেখে নেকি বুলি সি ইফালে-সিফালে চালে। বন্দনাক সি আজিলৈকে দেখাই নাই। নেদেখিলে। জলপানৰ বাটিত হাত দি সি সুধিলে,

'আই, আপোনালোকৰ ভালেইনে?'

'এৰা, আছো আৰু।'

'নাতি পোৱালি এটা হৈছে বুলি শুনিছো।'

'ডাঙৰেই হ'ল। বৰ দুষ্ট হৈছে অ' ল'ৰাটো। মাটিত পৰানো কেইদিন হৈছে কথা-বতৰা বুজি পোৱা হ'লেই। মানুহো চিনি পায়। মোক পালে কাকো নেলাগে। ডাঙৰ হ'লে বুদ্ধিটো ভাল হ'বগৈ নেকি।'

কলীয়াই হাঁহিলে। সকলো ককাক-বুঢ়ীমাকে নাতিনীয়েকহঁতৰ কথা একে ধৰণেৰেই কয়। তাৰ মাক-বাপেকেও কৈছিল, ককাক বুঢ়ীমাকেও কৈছিল, আৰু চাগৈ সি আৰু তাৰ ঘৈণীয়েকেও একে ধৰণেৰেই ক'ব। তাৰ জীয়েক আইজনীকো উলিয়াই দিব লগা হৈ আছে। মানুহ এঘৰে ধৰিও আছেহি। হ'বগৈ চাগৈ বিয়াখন। আইজনীক উলিয়াই দিলেই তাৰ নাতি-পুতি হ'ব। নাতি-পুতি হ'লেই সি আৰু তাৰ ঘৈণীয়েকেও এনেকৈয়েই কথাবোৰ ক'ব। কলীয়াৰ ভাল লাগিল।

'আই, বোৱাৰীয়েকক দেখা নাই দেখোন।' জলপান খাই খাই কলীয়াই সুধিলে।

'আহিব।' মৌজাদাৰণীয়ে ক'লে। 'তাই তোৰ পৰা হাতী ধৰাৰ কথা শুনিবলৈ মন কৰিছে। নেজানে নহয়। হএে পদুমী, চাহ হ'ল যদি নবৌৱেৰক ইয়ালৈ পঠাই দেচোন।'

হাতত চাহ আৰু সৰু কাঁহৰ কাঁহী এখনত দুটামান পিঠা লৈ বন্দনা ভিতৰৰ পৰা ওলাই আহিল। হাবিৰ মাজৰ গছৰ ফাঁকেৰে যেন ৰ'দ এচেৰেঙা আহিহে মাটিত পৰিছে। বৰ সোণৰ ঘৈণীয়েক। বৰ সোণ বিদ্যাবন্ত ল'ৰা, কলেজৰ মাষ্টৰ। বিদ্যা, বুদ্ধি, লিখা-পঢ়াত বৰসোণৰ ঘৈণীয়েকো চাগৈ বৰ সোণৰ সমানেই। বন্দনাক দেখি কলীয়াৰ ভাল লাগিল। বন্দনাই কলীয়াক চাহ আৰু পিঠা দি ক'লে, 'চাহ খাওক।'

'কলীয়া, তাই হাতী ধৰাৰ কথা তোৰ পৰা শুনিব খুজিছে। কিবা লিখে হেনো। দেউতাৰে তোলৈ বতৰা পঠিওৱাৰ কথাই আছিল। সৰু সোণেহে বোলে, কলীয়া কাইটিক মই মাতিছো, আহিব। মৌজাদাৰণীয়ে কলীয়াক ক'লে, 'কিনো লিখাৰ কথা? কিবা পুথি-পাঁজি নে?'

'কি লিখো পিছতহে ভাবিম। এতিয়া আপোনাৰ পৰা কথাখিনি টুকি লওঁ।'

বন্দনাই ভিতৰৰ পৰা কাগজ আৰু কলম লৈ আনিলো গৈ। কলীয়াৰ মুখামুখিকৈ থকা বেৰখনতে আঁউজি পীৰা এখনত বহি লৈ ক'লে— 'কৈ যাওকচোন।' কলীয়াই নহয়, মৌজাদাৰণীয়েহে ক'লে, 'কি ক'ব সি? তই সুধি যা, তেহে ক'বলৈ ভাল পাব। হেৰি অ', ল'ৰাক খুৱালিনে?'

'মই তাক খুৱাই-শুৱাই থৈ আহিছো।'

মৌজাদাৰণীয়ে তামোল কাটি থাকিল। হাতত কলম-কাগজ লৈ বন্দনা সাজু হ'ল। চাহটোপা গৰম আছিল। কলীয়াই খাবলৈ অসুবিধা পাইছিল। এশোহা মাৰি

সি চাহৰ বাটিটো মাটিলৈ নমাই থ'লে। বৰ সোণে বিদ্যাৱতী ছোৱালী এজনী লিয়া কৰাই আনিছে বুলি সি জানে। কিন্তু পুথি-পাঁজি লিখিব পৰা ছোৱালী এজনী কিমান বিদ্যাৱতী হ'ব পাৰে তাৰ ধাৰণাই নাই। বৰ সোণ বয়সত কলীয়াতকৈ কিছু সৰু। এই ছোৱালীজনী তাতকৈ বহুত সৰু। আই সৰস্বতীয়ে গাত বাহ লোৱা ছোৱালীজনীলৈ তাৰ শ্ৰদ্ধা হ'বলৈ ধৰিলে। সি ছোৱালীজনীক দলটোৰ ঘাই মাকৰ ভূমিকা ল'ব পৰা হাতীজনীৰ স'তে তুলনা কৰি থাকিল। জ্ঞানী, বুদ্ধি-ভৰসাৰ ওপৰত আস্থা ৰাখিব পৰা, গহীন-গম্ভীৰ, মৰমিয়াল আৰু দায়িত্বশীলা।

'আইদেউক বা কোনবোৰ কথা লাগে।' তই, তুমি, আপুনি একো সম্বোধন নকৰাকৈ সি সুধিলে।

বন্দনাই কিবা এটা ভাবিলে। মৌজাদাৰণীয়ে তামোলৰ বটাটো তালৈ আগবঢ়াই দিলে। বন্দনাই তাক সুধিলে, 'বাৰু কওকচোন কেনে ধৰণৰ হাতী ধৰা হয়?' সি বন্দনাৰ মুখলৈকে চাই থাকিল, চাহৰ বাটিটো হাতলৈ তুলি আকৌ এশোহা চাহ খালে।

'হাতী মানে' তাৰ যেন পৰীক্ষাহে লৈছে বন্দনাই 'মানে' সি উপযুক্ত শব্দটো বিচাৰি খপজপাই ফুৰিলে। 'মানে, ডাঙৰ হ'লে হাতী ধৰি লাভ নাই। শিক্ষাও দিব নোৱাৰি, পোহো নেমানে, সৰু পোৱালি হাতীহে ধৰা হয়। পোৱালি মানে তেনেই পোৱালিও নহয়। গাভিনী হাতীও ধৰা নহয়। গাভিনী হাতীয়ে বান্ধোনত পোৱালি নষ্ট কৰে। জোখ মতেহে পোৱালি হাতী ধৰা হয়। হাতী পোৱালিটো চাৰে চাৰি বা পাঁচ ফুটমান ওখ হ'ব লাগে।'

'ৰব' বন্দনাই কথাখিনি বহীখনত টুকি ল'লে। কলীয়া কিছু সময় ৰ'ল। সেই সময়ত সি চূণ-ধপাতসহ তামোল এখন মুখত ভৰালে। 'কওকচোন—' বন্দনাই আকৌ ক'লে। আপোনালোকে কেনেকৈ জানিব যে জোখ মতে হাতী ধৰিছে? হাতী পোৱালিটো ধৰি অনাৰ পিছতহে জোখ ল'ব পাৰিব।'

'পাৰো আইদেউ। হাতী ধৰা মানুহৰ চকুৰ জোখেই আচল। হেৰ-ফেৰ নহয়। তাতে আমাৰ মাউতৰ হাতত জোখৰ জামা থাকে। জুখি লোৱা হয়।'

'জামা বুলি ক'লে, জামা মানেনো কি?' তাই কলীয়াৰ মুখলৈ চালে।

কলীয়াই বাহিৰলৈ গৈ কলগছৰ তলত তামোলৰ পিক পেলাই আহিলগৈ। সি আহি আগৰ ঠাইতে বহিল। পদুমীয়ে চাহ খোৱা বাটি-কাঁহীকেইটা লৈ গ'ল। কলীয়াই ক'বলৈ আৰম্ভ কৰিলে, 'আমি হাতী ধৰা মানুহে জামা বুলি কওঁ। আচল নাম অঙ্কুশ, হাতী খোঁচা মাৰিডাল। বহুতে খোচান মাৰি বুলিও কয়। বাঁহৰ গোটা লাঠি এডাল। মূৰত এটা পিন লগোৱা থাকে। মাউতৰ হাততহে এইডাল থাকে। হাবিৰ লতা পাৰ হোৱাত ই সহায় কৰে। আৰু কেতিয়াবা অইন হাতীয়ে কুনকীজনীক খেদি আহিলে মাউতে এইডালেৰে হাতীটো খুঁচি খেদাই দিয়ে।'

'হাতী খুঁচি খেদাই দিয়া কথাটো বাৰু বুজিলো, কিন্তু লতা পাৰ হ'বলৈ কেনেকৈ সহায় হয়?' বন্দনাই আচৰিত হৈ সুধিলে।

'কেনেকৈ? এনেকৈ।' বটাতে পোৰা কটাৰীখন সি তাৰ কপালৰ সোঁমাজত থিয়কৈ ধৰি ওপৰলৈ একতীয়া কৰি বন্দনাক দেখুৱাই দিলে। 'জামা এনেকৈ ধৰা হয়, ওপৰ ফালে হেলনীয়াকৈ। সৰু-সুৰা লতা ইয়াৰ ওপৰেৰে পিছলি বাগৰি গুচি যাব।' বন্দনাই লিখি ল'বলৈ ধৰিলে।

লিখি থাকোতে বন্দনাৰ মূৰৰ পৰা ৰঙাপাৰিৰ চাদৰৰ ওৰণিখন খহি আহি খোপাৰ ওপৰত ৰ'লহি। অবাক হৈ কলীয়াই জীৱনত প্ৰথমবাৰৰ বাবে দেখা বিদ্যাৱতী ছোৱালী এজনীলৈ চাই থাকিল। তাইৰ ওঁঠকেইটা হাবিৰ মাজৰ বনৰীয়া কলগছৰ দিলটোৰ দৰে ৰঙচুৱা। হাবিৰ মাজৰ বনৰীয়া বাঁহ গছজোপাৰ গাজটোৰ দৰে ছোৱালীজনী পুষ্ট আৰু লনি। বেতগছৰ আগটোৰ দৰে তাই লাহী। তাই বোধহয় ইৰাব-কিৰাব— হাবিৰ বনৰীয়া জীৱ-জন্তু, গছ-লতাৰ গোসাঁনী। যাক মাহ-প্ৰসাদেৰে সাত্বিকভাৱে পূজা কৰিহে হাতী ধৰাৰ কাম আৰম্ভ কৰিব লাগে।

পাগ্‌ঘৰৰ বাৰাণ্ডাত মৌজাদাৰৰ খৰমৰ শব্দ শুনা গ'ল। লৰালৰিকৈ বন্দনাই মূৰৰ ওৰণিখন উঠাই ল'লে। মৌজাদাৰ সোমাই আহিল। বন্দনা থিয় হ'ল। 'কলীয়া আমাৰ বোৱাৰীক কথাবোৰ বুজাই দিছনে?'

'যিমান পাৰো কৈছো দেউতা।'

'ভালদৰে বুজাই দে। অথনি তোক মই ক'বলৈকে পাহৰিলো। তই কথাবোৰ লিখি লৈছ নে?' পিছৰ কথাষাৰ বন্দনাক ক'লে।

'লৈছো—' দেৱী ইৰাব-কিৰাবেহে যেন নৈ বৈ যোৱা শব্দটো বতাহৰ ঢালত পঠাই দিলে। বন্দনাৰ কথাৰ সুৰটো কলীয়াৰ তেনে লাগিল।

'লিখি ল।' পিছত কলীয়াই ক'লে, 'কলীয়া সৰু সোণ আহিব এতিয়া, তই তাক লগ ধৰি যাবি।'

'হ'ব দেউতা।' কলীয়াই ক'লে, খৰমৰ খট্‌প শব্দ কৰি মৌজাদাৰ আকৌ পাগ্‌ঘৰৰ বাৰাণ্ডাইদি গৈ চোতাল পালেগৈ। ৰ'দটো বেছি উজ্জ্বল হ'ল। চৰাই কেইটামানে চেক্‌চেকাই থাকিল। সৰু চৰাই এটা আহি ৰেডিঅ'ৰ এৰিয়েলৰ ওখ বাঁহডালৰ ওপৰত বহিলহি। চ'ৰাঘৰৰ বেৰৰ পুৰণিকলীয়া পেণ্ডুলাম ঘড়ীটোৱে এঘাৰটাৰ কোব মাৰিলে। পাগ্‌ঘৰৰ পৰা ৰান্ধনিয়ে শুকান জলকীয়া আৰু পিঁয়াজ দি দাইলত তেল মৰাৰ চেং চেং শব্দটো আৰু গোন্ধটো আহিল। ওৰণিখন টানি লৈ বন্দনাই কি সুধিব বোধহয় তাকে ভাবিবলৈ ধৰিলে।

ইতিমধ্যেই সৰুসোণ আহিল। সি এইফাললৈকে আহিল। কলীয়াক দেখি সি তাৰ গলগলীয়া মাতটোৰে সুধিলে, 'তই কেতিয়া আহিলি কলীয়া কাইটি?'

'হ'ল কিছুপৰ।'

'নবৌ, আপোনাৰ কিবা সুধিবলগীয়া আছিল নহয়, সুধিলেনে?'

'অ' অলপ লিখি ল'লো।' শোৱা কোঠাত কেঁচুৱাটোৱে কান্দি উঠিল। বহুত সময় হ'ল। সি বোধহয় সাৰেই পালে। ব্যস্তভাৱে বন্দনা ওলাই গ'ল। কলীয়া আৰু সৰু সোণো ওলাই আহিল। ভাত খায়েই সৰু সোণ আকৌ ওলাই যাব।

'নামেৰীত হাতী নামিছে বোলে।'

'ক'ত শুনিলি?'

'ভদ্ৰেশ্বৰে ক'লে। তোক খবৰটো দিওঁ বুলি আহিলো।' কলীয়াই ক'লে। 'পিছে নামিছে যেতিয়া সিহঁত উঠা-নমা কৰিয়েই থকিব।'

'চেঃ সময়টো বেয়া হ'ল নহয়। আজিকালিতে ধান চপাবলৈ ওলাম। এতিয়া কেনেকৈ যাবি?'

'নেলাগে। জাকটোত জোখৰ হাতী নাই বুলি শুনিছো, জোখৰ হাতী নহ'লে কি কৰিবি গৈ? বাৰু, ময়ো যাওঁ। দেউতাক মাতষাৰ লগাই আহো।'

'পিতাদেউক মাত লগাই আহি মোক লগ ধৰি যাবি। পইচা কড়ি কি লাগে নিবিহি।'

'বাৰু' কলীয়া সিফালে গ'ল, সৰু সোণ তাৰ কোঠালৈ সোমাল।

## ।। ডনৈছ ।।

হাবিত খৰি কাটিবলৈ যোৱা মানুহে আহি কথাটো উলিয়াইছে, ৰামধনক বোলে দেখা পোৱা গৈছে।

কথাটো প্ৰথমে শুনিলে সৰু সোণে। তাক ক'লেহি কানায়ে। কানাইক আকৌ ক'লে তাৰ ভনীয়েকৰ ঘৰৰ ওচৰৰ পদ্ম নামৰ মানুহ এটাই। পদ্মক কানাইৰ বৈনায়েক গদাধৰে ক'লে। কানায়ে সৰু সোণক ক'লেহি। সৰু সোণে দেউতাক ভগীৰথ মৌজাদাৰক ক'লে।

আন কালৰ দৰে চোতালৰ আবেলিৰ ৰ'দ পৰা ঠাইকণত বেতৰ চকীখনত বহি লৈ ভগীৰথ মৌজাদাৰে ধপাত হুঁপি আছিল। নাতিয়েকক কোলাত লৈ মৌজাদাৰণীও আহি ওচৰৰে সৰু মুঢ়া এটাত বহিছিলহি। পদুমীয়ে তাঁত এখন লগাইছিল, তাঁতৰ পাটৰ পৰা উঠি আহি তাই ভিতৰৰ বনবাৰীত ধৰিছিলহি। বন্দনাও পদুমীৰ লগত ভিতৰতেই আছিল। সৰু সোণ ওলাই গৈছিল, পদুলিমুখতে তাক কানায়ে পালে। কানায়ে তাক কথাটো ক'লে। কথাটো শুনি সি কিছুপৰ তভক মাৰি ৰ'ল। ক'লে 'সঁচানে?' সঁচানে মিছা কানায়ে নেজানে। সঁচাও হ'ব পাৰে, মিছাও হ'ব পাৰে। কিন্তু তাৰ বৈনায়েক গদাধৰক পদ্মই দিয়া বৰ্ণনা মতে সি অনুমান কৰিছে, সেইটো ৰামধনেই হয়।

সৰু সোণ উলটি আহি দেউতাকক ক'লেহি, 'পিতাদেউ, এইমাত্ৰ কানায়ে ক'লে, ৰামধনক বোলে কোনোবাই কোনোবাই হাবিত দেখিছে।' সি কথাটো কৈ দেউতাকৰ প্ৰতিক্ৰিয়ালৈ বাট চালে। মুহূৰ্ততে ভগীৰথ মৌজাদাৰৰ ধপাত হোঁপা বন্ধ হ'ল। মৌজাদাৰণীয়ে নাতিয়েকৰ কিবা এটা কথা লৈ মৌজাদাৰৰ দৃষ্টি আকৰ্ষণ কৰিছিল, সেইটোও বন্ধ হ'ল। মৌজাদাৰ আৰু তেওঁৰ পত্নীয়ে একেলগে এটা প্ৰশ্নই কৰিলে— 'সচানে?'

সঁচা-মিছা সৰু সোণেও নেজানে। তাক এইমাত্ৰ কানায়ে কৈছেহে। 'আৰু —' সৰু সোণে ক'লে 'পদ্ম বোলা মানুহটোৱে কানাইৰ বৈনায়েকক যিটো হাতীৰ বৰ্ণনা দিছে, সি দেখাই-শুনাই আমাৰ ৰামধনৰ দৰে।'

মৌজাদাৰে হাতৰ পৰা গুড়গুড়িৰ নলিচাডাল এৰি দিলে আৰু তেওঁ চোতালখনতে ব্যস্তভাৱে পায়চাৰি কৰিবলৈ লাগিল। তেওঁৰ চকুৱে-মুখে যথেষ্ট উত্তেজনা প্ৰকাশ পাবলৈ ধৰিলে। কথাটো সঁচাও হ'ব পাৰে, মিছাও হ'ব পাৰে। অবাধ্য গুণ্ডা হাতীয়ে কেতিয়াবা দলৰ আনুগত্যৰ প্ৰতি অনাস্থা দেখুৱাই দলত্যাগ কৰি ওলাই আহে। কেতিয়াবা অনুশাসন নমনা হাতীক দলটোৰ দলপতিয়ে পৰাস্ত কৰি দলৰ পৰা খেদি পঠিয়ায়। তেনেকুৱা কোনো হাতীকে ইহঁতে লগ পাই আহি ৰামধন বুলি প্ৰচাৰ কৰা নাইতো?

উত্তেজিত ভগীৰথ মৌজাদাৰ এবাৰত আহি আকৌ বেতৰ চকীখনত বহিলহি। মাটিত পৰি থকা গুড়গুড়িৰ নলিচাডাল মাটিৰ পৰা তুলি তেওঁ আকৌ উত্তেজিতভাৱে ধপাত হুঁপিবলৈ ধৰিলে। ইতিমধ্যেই ধপাতৰ জুই নুমাই গৈছিল। তেওঁ পদুমীক চিঞৰিলে, 'পদুমী, ধপাত লগাই দে।'

বৈ বৈ সৰু সোণৰ আমনি লাগিছিল। পদুমীয়ে নতুনকৈ ধপাত জ্বলাই দি থৈ গৈছিলহি। আকৌ তেওঁ উত্তেজিতভাৱে ধপাত হুঁপিবলৈ লাগিল। নাকে-মুখে ধোঁৱা উলিয়াই দিয়াৰ লগে লগে তেওঁৰ উত্তেজনাই কিছু শাম কাটিলে। স্বাভাৱিকভাৱে তেওঁ সৰু সোণক ক'লে, 'কথাটো বাৰু তই মূৰৰ পৰা কচোন, সৰু সোণ।' সৰু সোণৰ বৈ বৈ আমনি লাগিছিল। সি এঠাইলৈ যাবলৈহে ওলাইছিল। সি ক'লে, 'মই বাৰু কানাইক মাতি দিছো, আপুনি কানাইৰ পৰাই শুনি লওক।' সি গ'লগৈ।

সৰু সোণ যোৱাৰ পিছত কিছু পলমকৈ কানাই আহিল। নতুনকৈ জগা চেউৰী গৰুজনী খীৰাবলৈ বেয়া, আমনি কৰে। সি গাখীৰ খীৰাই আছিল। কানাই অহাত পলম হোৱাত মৌজাদাৰৰ খঙেই উঠিছিল। মৌজাদাৰণীয়ে ক'লে, 'আহিব নহয়, কিয়নো ইমান অস্থিৰ হৈছে? কানাই আহিল। মৌজাদাৰে সুধিলে, 'কি হ'ল কানাই, ৰামধনক কোনে দেখিছে?' কানায়ে ক'লে।

'পদ্ম বোলাটোৱে ৰামধনক চিনি পায় জানো?'

কানায়ে পদ্মৰ কথাটো নেজানে, কিন্তু তাৰ বৈনায়েক গদাধৰে ৰামধনক দেখিছে। এদিন সি আৰু নন্দই ৰামধনক ফুৰাবলৈ নিওতে গদাধৰহঁতৰ ঘৰতো সোমাই আহিছিল। এদিনেই নহয়, তাৰ পিছতো আৰু দুদিন গৈছিল। ভনীয়েকৰ শাহুৱেকে ৰামধনক পকা আঠীয়া কল এথোকা খাবলৈ দিছিল। এদিন ভনীয়েকে ৰামধনক সেন্দূৰ পিন্ধাবলৈ বুলি লৈ যাবলৈ কানাইক কৈছিল। তাইৰ মনৰ কিবা কামনা আছিল হেনো। সেইদিনা আঠীয়া কল তো দিছিলেই এপাচি ধানো দিছিল। সেইদিনাই ভনীয়েকৰ ল'ৰা দুটা, তাইৰ দেওৰেক আৰু নন্দেকৰ দুটা দুটাকৈ চাৰিটা, মুঠ ছটা সৰু সৰু ল'ৰাক সি ৰামধনৰ পিঠিত উঠাইছিল। কানায়ে বৰ্ণনা দি গ'ল। মৌজাদাৰে কথাৰ মোখনি মাৰিব খুজিলে। 'তাৰ মানে তোৰ বৈনায়েৰে ৰামধনক চিনি পায়?'

'পাবতো লাগেই, পায় নে নেপায় সোধা নাই।'

'যিটো হাতী সিহঁতে দেখা বুলি কৈছে, সেইটো ৰামধন নহ'বও পাৰে?'

'নহ'বও পাৰে' কানায়ে ক'লে।

'বাৰু, তই তোৰ কামলৈ যা।'

কানাই গ'লগৈ। মৌজাদাৰে ওচৰতে বহি থকা পত্নীলৈ চালে। কেঁচুৱাটো কোলাতেই শুইছিল। মৌজাদাৰণীয়ে কেঁচুৱাটো বন্দনাৰ হাতলৈ দি 'কানিমুনি পৰত তাক ভিতৰত শুৱাবগৈ নেলাগে, কোলাতেই লৈ থাক' বুলি [illegible]মাত্ৰ ভিতৰৰ পৰা চোতাল পাইছিলহি। তেওঁ কানাইৰ শেষৰ কথাকেইটাহে শুনিলে। মৌজাদাৰে পত্নীৰ ফাললৈ চাই কলে, 'এই অঁকৰা হেবাংটোৰ কথা কিবা বুজি পালানে? মৌজাদাৰণীয়ে কলে— 'মই তাৰ কথা বিশ্বাস কৰা নাই । কোনে ক'ত কি ক'লে, সি আহি কি গালেহি। সি একো বুজিয়েই নেপায় হ'বলা।'

হাবিত কিবা এটা হাতীহে থাকেনে? হাবিখন বনৰীয়া জীৱ-জন্তুৰহে, মানুহৰ নহয়। হাবিত মানুহে অনধিকাৰ প্ৰবেশহে কৰে। হাবিত অনধিকাৰ প্ৰবেশ কৰি হাবিৰ জন্তু-জানোৱাৰ দেখিলেই জানিবা, দেখিবই। সেই বুলি প্ৰত্যেকটো হাতীয়েই ৰামধন হ'বনে? ৰামধন চাগৈ ক'ত আছেগৈ, নে মাৰিলগৈয়েই।

ভগীৰথ মৌজাদাৰ আশ্বস্ত হ'ল। কানায়ে ৰামধন বুলি কোৱা হাতীটো ৰামধন নহয়। খাটাং কথা, ৰামধন নহয়। জীয়াই থকা হ'লে ৰামধন ওলালহিহেঁতেন। খৰমৰ খট খট শব্দ কৰি তেওঁ বাৰাণ্ডাখন ঘূৰি ফুৰিলে। নিজৰ কোঠালৈ গ'ল। ওলাই আহি চ'ৰাঘৰতো বহিলহি। পুথি-পাঁজি থোৱা কোঠাটোলৈকে গ'ল। বাৰাণ্ডাৰ বেৰত পদ্ম শিঙৰ ফেৰেঙনিত লগাই থোৱা মাক-দউতাক আৰু আইতাকৰ ফটোকেখনৰ তলত বহুত সময় কিবা চিন্তা কৰা থিয় হৈ থাকিল। তেওঁ নিজেই গম পালে যে কথাটো শুনাৰে পৰা তেওঁ বৰ চঞ্চল হৈ পৰিছে। মনটো ইমান দিনে হাবিখনৰ দৰে অচঞ্চল হৈ আছিল। আচলতে ৰামধন সম্পৰ্কীয় সৰু কথা একোটায়ো আজিকালি তেওঁক বৰকৈ জোঁকাৰ খুৱাই দিয়ে। হেৰোৱাৰ ঘৰত তেওঁ ৰামধনক এৰি দিছিল। আজি গছলৈ নতুন পাত অহাৰ দৰে নতুন পাতৰ ৰঙৰ আশা এটাই আকৌ ভুমুকি মাৰিছেহি। তেওঁ কি কৰিব? আশাটো তেওঁ ডুব যাবলৈ দিবনে, পানীত ডুবা মানুহটোৱে হাততে পোৱা তৃণ কুটাডাল খামোচ মাৰি ধৰিব? কি কৰিব ভগীৰথ মৌজাদাৰে? তেওঁ কি কৰা উচিত হ'ব?

ৰাতি আটায়ে ভাত-পানী খাই-বৈ আজৰি হৈ ভাগে ভাগে শুবলৈ গ'ল। বাৰাণ্ডাৰ বেতৰ আৰামী চকীত ভগীৰথ মৌজাদাৰ বহি থাকিল। আঘোণমহীয়া ৰাতি। জাৰ পৰিছে। সন্ধিয়াৰে পৰা নিয়ৰে পৃথিৱীখন সেমেকা কৰি পেলাইছে। কুঁৱলীৰ আচ্ছাদনে পৃথিৱী ঢাক খুৱাই থৈছে। একো নাই, ক'তো একো নাই। যেন অন্তহীন নিঃশব্দতাই পৃথিৱীৰ আদি আৰু অকৃত্ৰিম ৰূপ। মানুহো যেন এই অন্তহীন

নিঃশব্দতাৰেই এক ফচল। কিমান দুৰ্বল আমি মানুহবোৰ। ভগীৰথ মৌজাদাৰে খেলিমেলি কথা কিছুমান ভাবি থাকিল। কিমান ক্ষুদ্ৰ জীৱ এই মানুহ। কিমান তুচ্ছ। নিজে আমি কি কৰিব পাৰো? নিজে তৃণ কুটা এডাল হাতত তুলি লোৱাৰ ক্ষমতা আৰু শক্তি আমাৰ নাই। আমাৰ স্থিতি কত? আমাক নিয়ন্ত্ৰণ কৰে কোনে?

শেৱালি ফুলৰ গছজোপাত বোধহয় এতিয়াও দুপাহমান ফুল আছেগৈ। শেৱালি ফুল ফুলা মায়াময় ৰাতি। ভগীৰথ মৌজাদাৰৰ ওচৰে-পাঁজৰে শেৱালি ফুলৰ গোন্ধটো আহি ল'ৰি-ঢাপৰি ফুৰিছে। শেৱালি ফুলে ৰাতিটো সুবাসিত কৰিছেনে, ৰাতিটোৱেই সুবাসেৰে শেৱালি জোপা ওপচাই পেলাইছে? ভগীৰথ মৌজাদাৰৰ খেলিমেলি লাগিবলৈ ধৰিলে। কি আছিল সেই ৰাতিটোৰ নাম? নাম থাকেনে ৰাতিৰ? অৰণ্যৰ ৰাতিৰ নাম থাকিব লাগে। থকা উচিত। মানুহ ইটোৰ পৰা সিটো পৃথক বাবেই চিনাক্তকৰণৰ বাবে একো একোটা নাম থাকে। হাবিৰ ৰাতিবোৰো ইটোৰ পৰা সিটো পৃথক। গছৰ নাম থকাদি, চৰাই, ফুল আৰু মানুহৰ নাম থকাদি হাবিৰ ইটোৰ পৰা সিটোতকৈ পৃথক ৰাতিবোৰৰো চিনাক্তকৰণৰ বাবে একো একোটা নাম থাকিব লাগে, সেইদিনা ভৰলী নদীৰ পানীত যেন হাবিখনৰ ৰাতিটোৱে ডুব মাৰিহে আছিল। এনেকৈ ডুব মাৰি আছিল, ভগীৰথ মৌজাদাৰৰ ভাব হৈছিল যেন ৰাতিটো এজনী জলকন্যা। ভৰলী নৈৰ পানীত গা ধুই সাঁতুৰি-নাদুৰি ধেমালি খেলি থকা এজনী জলকন্যা। ক'ত দেখিছিল ভগীৰথ মৌজাদাৰে এই জলকন্যাক? ক'ত দেখিছিল?

কলিকতাত পঢ়ি থাকোতে টেলিগ্ৰাম গ'ল, আহিব লাগে। ঘৰত অসুবিধা হৈছে। পঢ়া সামৰি সেই সময়ত মৌজাদাৰৰ বাবে নোপোৱা ডেকা মানুহটোৱে ফিৰফিৰীয়া কলিকতীয়া ধুতী পিন্ধি ঘৰলৈ উলটি আহিবলৈ বুলি ৰেলৰ টিকট কাটিলে। শিক্ষা জীৱন শেষ হ'ল। এতিয়া ঘৰলৈ আহি কঠোৰ ঘৰুৱা জীৱনৰ মাজত সোমাই বিষয় বাসনাত গুৰুত্ব দি জীৱনৰ দ্বিতীয় অধ্যায় আৰম্ভ কৰাৰ আয়োজন চলিল।

উলটি চাবলৈ কিবা আছিলনে? এনেয়েও পঢ়া-শুনাত তেওঁ বৰ মনোযোগী নাছিলেই। ঘৰৰ পৰা পইচা পঠিয়াই আছিল, কলিকতাত পঢ়াৰ নামত এটা নিৰুপদ্ৰৱ জীৱন, ভালেই লাগিছিল। তথাপিও পাছলৈ উলটি চাবলৈ একোৱেই নাছিলনে? সেই হাইস্কুলৰ ওপৰ শ্ৰেণীত পঢ়া ছোৱালীজনী তেওঁৰ বন্ধু, সুভাষৰ ভনীয়েক। দীঘল বেণী দুডাল আৰু পৰিপাটিকৈ পিন্ধা শাৰীখনেৰে বাঁহপাতৰ দৰে দীঘলীয়া চকুৰ সেই ছোৱালীজনী? তাইৰ স'তে হৃদয়ৰ দান- প্ৰতিদান একোৱেই কৰা নহ'ল। সময়ো নহ'ল, সাহসো নহ'ল। তথাপিও তাই ডেকা ভগীৰথৰ বাবে অকল বন্ধুৰ ভনীয়েক হৈয়েই থকা নাছিল। তেওঁৰ কলিকতাত থকা সময়খিনিত ছোৱালীজনীয়ে এখন বিশাল সাগৰ আলোড়িত কৰি আছিল। কলিকতাৰ পৰা ৰেলত উঠাৰ পিছত

পিছলৈ উলটি চাই সেই সাগৰ আলোড়িত কৰা দূৰণিৰ গ্ৰহ-নক্ষত্ৰৰ কেন্দ্ৰবিন্দুটো আৱিষ্কাৰ কৰি কিছু পৰিমাণে অৱশ হৈ পৰা যে নাছিল তেনে নহয়। ভৰলীৰ পাৰৰ সেই জলকন্যা হৈ গা ধোৱা ৰাতিটো সেইদিনা তেওঁ সেই দূৰৈৰ নক্ষত্ৰৰ তীব্ৰ আলোড়নকাৰী কেন্দ্ৰবিন্দুটোৰ নামেৰে নামকৰণ কৰিছিল। হাবিৰ ৰাতিবোৰৰ সঁচাকৈয়ে একোটা নাম থাকিব লাগে। নাম নেথাকিলে বাকীবোৰ ৰাতিৰ পৰা হাবিৰ গছ-বিৰিখ, নৈ আৰু চৰাই, আকাশ আৰু সেউজীয়া মাটিৰ ৰাতিবোৰক পৃথক কৰাৰ কোনো উপায়েই নেথাকিব।

দীঘল দুডাল বেণী আৰু পৰিপাটিকৈ শাৰী পিন্ধা বনৰ হৰিণীৰ দৰে আজলী ছোৱালীজনী আৰু ভৰলী নৈৰ বুকুত ডুব মাৰি গা ধুই অহা জলকন্যাৰ দৰে ৰাতিটো সেইদিনা একাকাৰ হৈ গৈছিল। অকল সেইটো ৰাতিয়েই নহয়, তাৰ পিছৰ তেওঁ হাবিত কটোৱা বাকীবোৰ ৰাতিও পাহৰিব খোজা সেই হৰিণীজনীৰ লগত মিহলি হৈ পৰিছিল। ভৰলী নৈৰ পাৰত বহি থাকোতে নৈত ডুব মাৰি জলকন্যা হোৱা সেই ৰাতিটোৱে তেওঁক সোঁৱৰণিৰ সিটো পাৰলৈ লৈ গৈছিল। য'ত ৰেলৰ খিৰিকীৰে দেখা পিছলৈ গুচি যোৱা গছ-বন, গাঁও-চহৰৰ স'তে তেওঁ পিছ পেলাই থৈ গুচি আহিছিল দুডাল দীঘল বেণীৰে সৈতে পৰিপাটিকৈ শাৰী পিন্ধা হৰিণী এজনী— হয়, এজনী আজলী হৰিণী।

হাবিত কটোৱা জলকন্যা ৰাতিবোৰত সেই আজলী হৰিণীজনীয়ে তেওঁক ঠিক সিমানখিনিয়েই দিগদাৰ কৰিছিল। তাই কাকো কোনোদিনেই অসুবিধাত পেলোৱা ছোৱালী নাছিল। নৈখন, হাবিখনৰ ৰাতিবোৰক সেয়ে তেওঁ সেই ছোৱালীজনীৰ নামেৰে নামকৰণ কৰিছিল।

হাতীধৰা মানুহৰ স'তে হাতী ধৰা চাবলৈ গৈ তেওঁ বহুদিন হাবিতে আছিল। কেবানিশাও তেওঁ ভৰলী নৈৰ পাৰত বহু সময় কটাইছিল। নৈখন অবিৰাম বৈ আছিল। আজিও সেইখন নৈয়েই বৈ আছে। সময়বোৰ যোৱাৰ দৰে নৈখনো গুচি গৈছে — বৈ বৈ গুচি গৈছে। নৈয়ো বৈ যায়— সময়ো বৈ যায়। কোনো নৰয়। নৰয় নে? নৈখন নৰয় ঠিকেই, কিন্তু সময়? সময় কেতিয়াবা কাৰোবাৰ বাবে ৰৈ যায়। কোনো এটা মুহূৰ্ত মগজুৰ কোনোবা এটা কোষত লাগি ৰৈ যায়— স্থবিৰ হৈ ৰৈ যায়। যিদৰে ৰৈ গৈছিল ভগীৰথ মৌজাদাৰৰ বাবে অনন্ত সময়ৰ এটা মুহূৰ্ত। ভৰলীত ডুব মাৰি গা ধোৱা জলকন্যা ৰাতিটোৰ দৰে সুভাষৰ ভনীয়েকৰ নিষ্পাপ চকু দুটাৰ অন্তৰ্ভেদী চাৱনি। কোনেও নেজানিলে। বৰ সোণহঁতৰ মাকেও নেজানিলে। আনকি দুডাল বেণী গুঁঠি, পৰিপাটিকৈ শাৰী পিন্ধা ছোৱালীজনীয়েও গমেই নেপালে। লোকৰ কথা কি কম, ভগীৰথ মৌজাদাৰে নিজেওনো কিমানখিনি গম পাইছিল?

গম নেপালেও বহুবোৰ পিছৰ মুহূৰ্তত তেওঁক সুভাষৰ ভনীয়েকে আমনি কৰি থাকিলেহেঁতেন। আমনি কৰিবলৈ নেপালে একমাত্ৰ বৰ সোণৰ মাকৰ বাবেহে।

মানুহজনীয়ে আহি তেওঁৰ ভিতৰ-বাহিৰ এনেদৰে অধিকাৰ কৰি ল'লেহি যে তেওঁৰ নিজকে সেই মানুহজনীক গতাই দিয়াৰ বাদে উপায় একো নেথাকিলেই। সেয়ে যিদিনা তেওঁ অকলশৰীয়া হৈ ভৰলীৰ পাৰৰ ৰাতিটোক জলকন্যা বুলি ভাবিবলৈ লৈছিল— সেইদিনা তেওঁ এটা কথা জানিলে। অন্তহীন সময়ৰ বুকুৰ পৰা এটা মুহূৰ্ত তেওঁ ধৰি ৰাখিবলৈ সক্ষম হৈছে। এটা মুহূৰ্ত তেওঁৰ জীৱনৰ পৰা শুচি যাব পৰা নাই— দুডাল বেণী গুঁঠি পৰিপাটিকৈ শাৰী পিন্ধা, আজলী হৰিণীৰ দৰে নিষ্পাপ চকুৰ এটা বিশেষ মুহূৰ্ত।

ভৰলীৰ জুলীয়া ৰূপৰ দৰে পানীত সাঁতুৰি-নাদুৰি ৰাতিয়ে জোনাকৰ পোছাক পিন্ধিছিল। হাবিৰ মাজৰ কৰবাত স্বৰ্ণচম্পা ফুলিছিল। স্বৰ্ণচম্পাৰ আকুল সুবাস ভৰলীৰ পাৰৰ সেই ৰাতিবোৰৰ গাত ভেজা দি তগবা গাই আছিল। ৰাতিৰ অন্ধকাৰত গছবোৰে কথা পাতিছিল। নতুন পাতৰ সাজ পিন্ধা গছবোৰৰ গাত গছৰ আদিম গোন্ধ আৰু উত্তাপটো লাগি আছিল। গছৰ ফেৰেঙনিত ফুলা বিভিন্ন জাতৰ কপৌ ফুলবোৰে নিজৰ বৰ্ণ আৰু সুবাসেৰে দিনত তো জাতিষ্কাৰ হৈ আছিলেই; ৰাতিও অস্তিত্ব ঘোষণা কৰিবলৈ এৰা নাছিল। নৈ বৈ যোৱা শব্দটো আহি গছত ঠেকা খাইছিল, ৰাতিটোৱে ডেকা ভগীৰথ মৌজাদাৰক জোকাই আছিল।

'সেইবাৰেই ৰামধনক ধৰা হৈছিল, মনত আছেনে বাৰু?' মৌজাদাৰে নিজকে নিজে সুধিলে। ৰামধন ধৰা পৰিছিল। বাওঁহতীয়া ফজৰত ফান্দীয়ে কৈছিল, 'এইবাৰ জোখৰ হাতী নাই যেন পাইছো। হয় বেছি সৰু, নহয় বেছি ডাঙৰ।' হাতী ধৰিবলৈ যোৱা দলটো নিৰাশেই হৈছিল। ফজৰত ফান্দীয়ে আকৌ কৈছিল, 'ইৰাব কিৰাবৰ পূজা ভালদৰে কৰা নহ'ল নেকি—।' ইৰাব-কিৰাবৰ পূজা নকৰাকৈ হাতী ধৰিবলৈ আগবঢ়া নহয়। ফজৰতৰ নিৰ্দেশ মতে আগৰটো সন্ধিয়াৰ ইৰাব-কিৰাবৰ পূজা, পিছৰটো সন্ধিয়া বলিয়া পূজা আৰু মাউতজীৰ পূজা পতা হ'ল। পূজাৰ বাবে প্ৰয়োজনীয় দ্ৰব্য মানুহ পঠিয়াই লৈ যোৱা হ'ল। দ্ৰব্যনো কি? ইৰাব কিৰাবৰ পূজাত মাহ প্ৰসাদ, মাউতজীৰ পূজাৰ বাবে মঙহাল কুকুৰা এটা, বলিয়া পূজাৰ বাবে মদ ভাং কানি আদি ৰাগিয়াল বস্তু।

আৰু ঠিক এই পূজাৰ পিছতে ৰামধনক ধৰা হয়। হাতীৰ পাল নামিল। হাতীৰ পাল আহি থকাৰ শব্দ শুনিলে এনে লাগে যে কোনোবা ৰজা-মহাৰজাহে যেন প্ৰমোদ বিহাৰলৈ আহিছে। কি গুৰু-গম্ভীৰ খোজ। ঘাই মাকৰ নিৰ্দেশ মতে পোৱালিবোৰ চকুৰ আগত লৈ মাইকী হাতীবোৰ আহিব। দুষ্ট পোৱালিয়ে মাজে মাজে অমুৰি কৰে। শুঁৰেৰে থপৰিয়াই মাকে ওচৰ চপাই লয়। সিহঁতৰ পিছে পিছে দহ-পোন্ধৰটামান মখনা। দাঁত ওলাইছে কি নায়েই গুলোৱা। ইহঁত বৰ চঞ্চল। তাৰ পিছত কেইজনীমান মাইকী হাতী। একেবাৰে শেষত দলৰ দলপতি— এটা প্ৰকাণ্ড দাঁতাল হাতী। দলীয় শৃঙ্খলা ৰক্ষা কৰি হাতীৰ চাহানটো আগবাঢ়ি আহি থাকে

গজেন্দ্ৰ গমনে। আগদিনা পূজা হৈ গ'ল। পিছদিনা ৰাতিপুৱাই ফজৰতে ভগীৰথ মৌজাদাৰক নিৰ্দেশ দিলে, 'আপুনি আজি ৰাতি নৈৰ পাৰত নেথাকিবগৈ। হাতী নধৰা আজিং। হাতী ধৰাৰ পিছত দলটো ছেদেলি-ভেদেলি হৈ পৰে। তেতিয়া হাতীৰ মুখত পৰিলে আপুনি নদীত জাঁপ দিও ৰক্ষা নেপাব।'

ভগীৰথ মৌজাদাৰ গৈছিল হাতী ধৰা চাবলৈ। নৈ আৰু অৰণ্যৰ বিশাল শোভাত ব্যাকুল হ'বলৈ নহয়। কিন্তু তালৈ গৈ এনে হ'লগৈ যে, হাতী ধৰা চাবলৈ যোৱা কথাটো গৌণ হৈ পৰিল। ৰাতিৰ হাবিৰ শোভাত তেওঁ মছগুল হ'ল। সেয়ে ফজৰতে তেওঁক জানি বুজিয়েই সাৱধান কৰি দিলে।

স্বৰ্ণচম্পা ফুলৰ সুবাসিত ৰাতি। আকাশৰ প্ৰতিবিম্ব নৈৰ পানীত। আকাশখন নৈত, নে নৈখন আকাশত? জলকন্যা ৰাতিটো ভগীৰথ মৌজাদাৰৰ প্ৰেমত পৰিল।

ফজৰতৰ হাকবচন নুশুনি মানুহজন নৈৰ পাৰলৈ গুচি গ'ল। জলকন্যাই ইতিমধ্যে পানীৰ পৰা উঠি আহি পাৰৰ শিলত খোপনি লৈছে। আকাশত কৃষ্ণপক্ষৰ জোন। কৃষ্ণপক্ষৰ জোনটোৱে ৰাতিটো স্বৰ্ণচম্পা ফুলৰ পাহিৰ ৰঙৰ কৰি পেলাইছে। জোনটো নৈৰ বুকুত ছিন্ন-ভিন্ন হৈ তলসৰা ফুলৰ পাহিৰ দৰে উপচি আছে। ভগীৰথ মৌজাদাৰ গৈ নৈৰ পাৰত থকা এছটা প্ৰকাণ্ড শিলৰ ওপৰত বহিলগৈ।

কোনো ক'তো নাই। নৈ বৈ যোৱাৰ শব্দ, গছৰ পাত লৰাৰ শব্দ আকাশৰ কৃষ্ণপক্ষৰ জোনটো পানীত পৰি ছিন্ন-ভিন্ন হোৱাৰ শব্দ, জলকন্যা ৰাতিটোৱে অৰণ্যৰ বুকুত খোপনি লোৱাৰ শব্দ, এই আটাইবোৰ শব্দ একাকাৰ হৈ মাথোঁ এটা শব্দত পৰিণত হৈছে নিঃশব্দতাৰ শব্দ। ছন্দময় মায়াময় নিঃশব্দতাৰ শব্দ।

ৰাতি কিমান হৈছিল তেওঁ ক'ব নোৱাৰে। কিন্তু ৰাতিৰ নিহালী লৈ আকাশখনে শুবলৈ লৈছিল। নৈৰ পাৰৰ প্ৰকাণ্ড শিলটোৰ ওপৰত, ওপৰলৈ মু কৰি তেওঁ পৰি আছিল। আকাশৰ বুকুত সন্ধিয়া ফুলিবলৈ লোৱা জিকা ফুলবোৰে তেতিয়াও জকমকাই আছিল। আৰু ঠিক সেই সময়তেই ৰামধনক ধৰা হয়।

ফজৰতে কৈছিল, হাতীটো ধৰাৰ পিছত ছেদেলি-ভেদেলি হৈ পৰা হাতীৰ জাকটো বৰ ভয়ংকৰ হৈ পৰে। এনেয়েও পোৱালিটো ধৰি অনাৰ পিছত মাকজনী বলিয়া হোৱাদি হয়। বুকুৰ পৰা পোৱালিটো কাঢ়ি অনাৰ পিছত জীৱ-জন্তু বা মানুহ, কাৰ মাক বলিয়া নোহোৱাকৈ পাৰে? সেয়ে বহু পৰলৈকে মৌজাদাৰক বিচাৰি নেপাই সিহঁতে বৰ ভয়েই খাইছিল। পিছত যেতিয়া গম পালে মানুহজন আছে, তেতিয়াহে হেনো মুখলৈ পানী আহিল। 'বৰ ভয় খুৱাই দিছিলে ককাইদেউ।' ফজৰতে কাণ সমনীয়া ভগীৰথ মৌজাদাৰক ককাইদেউ বুলি মাতিছিল।

কুনকী হাতী ৰহিমলা হাতীৰ জাকৰ মাজলৈ সোমাই গ'ল। মাউত ৰতন। ফান্দী ফজৰত। ফান্দীৰ হাতত ফান্দ। মাউতে সাৱধানে হাতী চলাই নিলে। কাৰাৰ লগত পাক মাৰি ফান্দৰ গাঁঠি দি থোৱা হৈছিল। হাতত ফান্দ লৈ ফজৰতে মজবুত,

স্বাস্থ্যবান, ডেকা হ'বলৈ আৰম্ভ কৰা হাতী এটা চান্দি ফুৰিছে। সিইতৰ চকুত লগা হাতীটো অকল মজবুত আৰু স্বাস্থ্যবানেই নহয়, ফজৰত ফান্দীয়ে মন কৰিছে, হাতীটোৰ লক্ষণটোৱো ভাল। এনে হাতীয়ে মানুহঘৰ ডুবাব নোৱাৰে, অষ্টম দৰিদ্ৰ ঘৰকো সি ৰজা কৰিহে এৰিব। ৰামধনক ঘৰলৈ অনাৰ পিছত তাৰ গাতে হাত ফুৰাই ফুৰাই ফজৰতে এদিন দুপৰীয়া কৈছিল, 'ককাইদেউ চাওক,এই যে বহল কাণ দুখন আৰু কাণত থকা সৰু সৰু বগা বগা ফুট এইবোৰহে হ'ল লক্ষ্মীয় হাতীৰ লক্ষণ। হাতী নিদানৰ মতেও এনে হাতীহে ধৰিব লাগে।'

বাওঁহতীয়া ফান্দী ফজৰতৰ সোঁহাতে ফান্দৰ লগত পাক লগাই থোৱা ফাৰাৰ গাঁঠি। হাতী পোৱালিটো হুৰাই সোঁফালে আনি লোৱা হ'ল। আগে আগে হুতী পোৱালি দৌৰি গৈছে, পিছে পিছে কুনকী হাতী ৰহিমলা। এই ফান্দ মাৰো, এই ফান্দ মাৰো। তাৰ পিছৰখিনি ফজৰতে নহয়, ৰতনেহে কৈছিল। 'মই ভৰিৰ বুঢ়া আঙুলিটো ৰহিমলাৰ কাণৰ ওচৰত জোৰেৰে হেঁচা মাৰি ধৰোহে ধৰো তাই নাযায়। থৰ লাগি ৰৈ আছে, কেনেকৈ যাব? আগত এজোপা বিয়াগোম ঔটেঙাৰ গছ, আৰু ঔটেঙাৰ গছজোপাৰ আঁৰ লৈ ফেৰপাতি ৰৈ আছে প্ৰকাণ্ড দঁতাল। সি দলটোৰ দলপতি হাতী আছিল হ'বলা।' ফজৰতে কৈছিল, যিটো দঁতাল ৰৈ আছে উলামুলা মানুহৰ কাপোৰে-কানিয়ে যাব। কাপোৰ-কানিয়ে কি, উলামুলা মানুহৰ কলখোৱা ধাতুৰেই বাজ হ'ব। কিন্তু মই হলো ফজৰত ফান্দী। গুৰুৰ মন্ত্ৰ আছে। গুৰুৰ নাম লৈ ইষ্ট গুৰুক স্মৰণ কৰি মন্ত্ৰ মাৰিলো।'

'দঁতাল বলাব পৰা মন্ত্ৰও আছে নেকি অ' ফজৰত?' 'ও আছেতোন। লোকক ক'ব নেপায়, আপুনি অন্নদাতা বুলি কৈছো, কাকো নক'ব।' ফজৰতে কৈছিল আৰু গুণগুণকৈ মন্ত্ৰটোও গাইছিল।

'উলুং গুলুং চুলুং দানি
তোমাৰ হুকুমে গুৰুৰ নাম লৈলো আমি
য'ৰে দন্তাল, গুণ্ডা গুণ্ডী ততেই থাক
মোৰ হাক গুৰুৰ ডাক যদি বাক্য লৰচৰ কৰ
ব্ৰহ্মা চক্ৰত পৰি মৰ।'

'এইটোৱেই নে আৰু মন্ত্ৰ আছে।' ভগীৰথ মৌজাদাৰে ফজৰতক সুধিছিল।

'এটাই নে, আৰু কিমান মন্ত্ৰ আছে।'

'পিছে, দঁতাল হাতীটো গ'লগৈ নে?'

'নেযাবনে? কিছুপৰ ৰহিমলাৰ ফালে চাই থাকি দতাঁল হাতীটো লাহে লাহে পিছলৈ গৈ থাকিল। সি আৰু দুনাই আগভেটা দি নধৰিলে।'

'মন্ত্ৰ মাতিলেই যাবনে অ' ফজৰত?' ভগীৰথ মৌজাদাৰে কিছু সন্দেহৰ সুৰত সুধিলে।

'মন্ত্ৰৰ গুণ নাই বুলি নেভাবিব ককাইদেউ। কিন্তু কেতিয়াবা যে আগভেটো দি ধৰা হাতীটো খোচান মাৰিৰে খুঁচিব নেলাগে তেনে নহয়। কিন্তু বেছিভাগ হাতী মন্ত্ৰতে শুচি যায়।'

'হয় নেকি?'

যেতিয়াই তেতিয়াই যে মন্ত্ৰই কাম দিব তেনে নহয়। মন্ত্ৰই কাম দিবলৈ হ'লে মাউত আৰু ফান্দীয়ে পালিবলগীয়া নিয়মবোৰৰ হেৰ-ফেৰ কৰিলে নহ'ব। মাউত আৰু ফান্দী দুইটা শুচি হৈ থাকিলেহে মন্ত্ৰই কাম দিব।'

ৰামধনক ধৰা হ'ল। ৰামধনক ধৰাৰ দুদিনৰ পিছতে আৰু দুটা হাতী পোৱালি ধৰা হয়। কিন্তু সেই দুটা হতী লক্ষণীয় হাতী নাছিল। বিক্ৰী কৰি দিয়া হ'ল।

সেইবাবেই ভগীৰথ মৌজাদাৰ হাতীৰ মহলত দীৰ্ঘদিনৰ বাবে আছিল। তাৰো পিছতো তেওঁ হাতীৰ মহল লৈছে, কিন্তু যোৱা নাই। যাবলৈ, গৈ নিশাৰ নৈ-আৰু অৰণ্যৰ শোভাত ব্যাকুল হ'বলৈ তেওঁৰ যে আগ্ৰহ নাছিল তেনে নহয়। সময় নেপালে। দেউতাক ঢুকাল। দেউতাক ঢুকুৱাৰ পিছত মৌজাৰ সমস্ত দায়িত্ব তেওঁ নিজে ল'বলগীয়া হ'ল। বৰ সোণৰ জন্ম হ'ল। বৰ সোণ, সৰু সোণ ডাঙৰ হ'ল, মাজনীকো বিয়া দি উলিয়াই দিয়া হ'ল। তেওঁৰ বয়স বাঢ়িল, ভৰলী নৈৰ পাৰৰ জলকন্যা ৰাতিৰ শোভা চাবলৈ তেওঁৰ আৰু সময় নহ'লগৈ।

এতিয়া জানো সময় আছে? এতিয়াতো সময় নোহোৱা হৈ গ'ল। সৰু সোণক কৈ দুদিনমানৰ বাবে তেওঁ যাব নেকি? দিবনে যাবলৈ সৰু সোণে? সিহঁতৰ মাকে? ভগীৰথ মৌজাদাৰে নেজানে। কিন্তু আজি নিশা তেওঁ অনুভৱ কৰিছে; সৰু সোণহঁতৰ মাকৰ ওচৰত মনে মনে ক্ষমা বিচাৰি অনুভৱ কৰিছে, এজনী জলকন্যাই নিৰিবিলি পৰত তেওঁক এতিয়াও মাতে। ক'ত বা আছে তাই? সুভাষ বা ক'ত আছে। নে আছে নে নায়েই। পৰিপাটিকৈ শাৰী পিন্ধি, দুডাল বেণী গোঁঠা ছোৱালীজনী এতিয়া চাগৈ বুঢ়ী হ'ল। বা, তায়ো নেথাকিব পাৰে। ভগীৰথ মৌজাদাৰে এটা কথাৰ বাদে একো কথাই তাইৰ বিষয়ে নেজানে। মাথোঁ এটা কথাই তেওঁ খাটাংকৈ জানে, ছোৱালীজনী আছে। তেওঁ যিদিনা মৰিব, সেইদিনাহে ছোৱালীজনীৰো মৃত্যু হ'ব। আমৰণ ভগীৰথ মৌজাদাৰৰ স্মৃতিৰ কোনোবা কোষত তাই এটা মুহূৰ্ত হৈ ৰৈ থাকিব।

ভগীৰথ মৌজাদাৰ উঠিল। বিছনাত কাটি হৈ থকাই ভাল।

## ।। বিশ ।।

ইন্দ্র দেৱতাই সৰগত মতা গাহৰি এটা সাজি উলিওৱা বুলি শুনি বসুমতীয়ে মাইকী গাহৰি এজনী সাজিবলৈ মন কৰিলে। গাহৰি সাজি উলিওৱা হ'ল আৰু দুইটা গাহৰিয়েই হাবিত মনৰ আনন্দেৰে বিচৰণ কৰিবলৈ লাগিল। আনন্দ মনেৰে চৰি ফুৰোতে সিহঁতে হাবিত হাতীলতা এডাল পালে, আৰু লতাডাল খাই পেলালে। বাৰ মাহৰ পিছত গাহৰিহালে মতা-মাইকী হাতী পোৱালি এহালৰ জন্ম দিলে।

ৰজাৰ মাকে নামঘৰীয়ানীৰ পৰা সাধুটো শুনিছিল। হাতীৰ জন্ম কথা। তাকে ৰাতি শুই শুই পুতেকক কৈ আছিল। ৰজাই মাজতে ক'লে, 'গাহৰিয়ে হাতী পোৱালিৰ জন্ম দিলেনে? বৰ আচৰিত কথা অ' বৌটি—'

'ৰচোন, সাধুকথাহে। দিবও পাৰে। ভগৱানৰ লীলা আমি কি বুজি পাম?'

'বাৰু, তাৰ পিছত?'

'এবাৰ হ'ল কি, ৰাজকুঁৱৰী এজনীয়ে হাবিত ৰং-ধেমালি খেলি আছিল। তাই হাতীহাল হাবিৰ পৰা ইন্দ্ৰৰ ৰাজ্যলৈ খেদাই দিলে। হাতী ঘূৰি আহিল। এনেকৈ তাই তিনিবাৰ হাতী হাবিৰ পৰা খেদালে, তিনিওবাৰেই সিহঁত ঘূৰি আহিল। তেতিয়া তাই ক'লে, বোলে 'তহঁত যে তিনিবাৰ খেদাওতে তিনিবাৰেই ঘূৰি আহিলি, মোৰ বাবে তহঁত শুভ। তহঁত দুটা বগা হাতী হৈ পৰ। তেতিয়া ইন্দ্ৰই সিহঁত দুটাক দুটা বগা হাতী কৰি পেলালে। যি ৰজাৰ হাতীশালত বগা হাতী থাকে, সেই ৰজাক কোনেও বশ কৰিব নোৱাৰে। ৰজা দীৰ্ঘায়ু হয় আৰু সেই ৰজাৰ প্ৰজায়ো সুখে-সন্তোষে কাল কটাব পাৰে।' 'বগা হাতী আছেনে বাৰু সঁচাকৈয়ে?' ৰজাই মাকক প্ৰশ্ন কৰিলে।

'আছেতোন। ইন্দ্ৰৰ ঐৰাৱত হাতীয়েই বগা।'

'ইন্দ্ৰৰ ঐৰাৱতৰ কথা বাদ দে। পৃথিৱীত আছেনে নাই?

'সৰগত থাকিলে পৃথিৱীতো থাকিব।'

'কলীয়া কাইটিয়ে দেখোন নাই দেখা বুলি কৈছে।'

'কলীয়াই কেনেকৈ দেখিব? সি হ'ল গৰীয়া। গৰীয়াই বগা হাতী দেখিবনে?'

'বৰ কথাটো কলি অ' বৌটি। তইতো গৰীয়া নহয়, তই জনো বগা হাতী দেখিছ? মাক-পুতেকৰ কথোপকথনে তৰ্কাতৰ্কিৰ পৰ্যায় পালেগৈ। মাকে লাহেকৈ ক'লে, 'শুই থাক। মোৰো টোপনি আহিছে?'

'শুন' ৰজা নুশুলে। 'কলীয়া কাইটিয়ে বোলে আজিলৈ বগা হাতী দেখাই নাই। বাপেকেও দেখা নাই। ভদ্ৰেশ্বৰ মাউতেও নাই দেখা। ক'ৰবাত থাকিলে থাকিব পাৰে। ইয়াৰ হানিত নাই।'

'জানো, মইনো কেনেকৈ জানিম? মই হাবিলৈ গৈছোনে কিবা?' ৰজাৰ মাকৰ কথাৰ সুৰ সলনি হ'ল।

'এবাৰ বহুত দিনৰ আগতে কলীয়া কাইটিৰ বাপেকে শুনিলে বোলে, বগা হাতী এটা বিলৰ পাৰত চৰি আছে। শুনি আহি লগত আৰু দুটামানক লৈ চাবলৈ গ'ল। কঁৰ বগা হাতী? গৰমত হাতীটোৱে বিলৰ বোকাত লেটি লৈ থাকি, পিছত ওপৰলৈ উঠিল। গাৰ বোকা শুকাই গ'ল, ক'লা হাতী বগা গৈ পৰিল। মানুহে তাকে দেখি উলিয়ালে বগা হাতী ওলাইছে বুলি।'

'ক'ব নোৱাৰো। মানুহে দেখোন কয়, এক লাখ হাতীৰ মাজত এটা হাতী বগা হয় বোলে। বগা হাতী বৰ পয়মন্ত হাতী।'

'হাতীৰ কেইটা ভাগ আছে জাননে বৌটি?'

'এৰা, পিতায়েৰে তাহানিতে কৈছিল। এতিয়া পাহৰিলো।

'শুন' ৰজাই মাকক ক'বলৈ ধৰিলে। কলীয়াই এদিন তাক এই কথাটো কৈছিল। কলীয়াক কৈছিল বাপেক ফজৰতে। দীক্ষা দিয়াৰ সময়ত প্ৰত্যেকজন গুৰু ফান্দীয়ে শিষ্যক এইটো এটা শিকাবলগীয়া কথা। মহাভাৰত লিখা ব্যাসদেৱে হাতীৰ লক্ষণবোৰ চালি-জাৰি চাই হাতীক আঠটা ভাগত ভাগ কৰিছিল। এদিন তাক কলীয়াই কৈছিল আজি সি তাকে মাকক ক'বলৈ লাগিল।

হাতী হ'ল আঠ বিধ। দাঁত দুটা সমান, ৰঙচুৱা বৰণৰ। ভৰি চাৰিটা সমান সমান, নেজ দীঘল আৰু পোন, গাৰ ৰং ঘনশ্যাম, স্থলপদ্ম ফুলৰ দৰে চকু ৰঙা, ডিঙি স্থূল, গহীন-গম্ভীৰ সেই হাতীক সুপ্ৰতীক হাতী বোলা হয়।

দুই দাঁত সমানে দীঘল আৰু জোঙা, দাঁতৰ ৰং ৰঙচুৱা হাতীৰ গাৰ ৰং শ্যামবৰ্ণৰ, নখৰ ৰং ক'লা চানেকীয়া। হাতীটো শক্তিশালী হয় আৰু ইয়াকে অঞ্জন বুলি কোৱা হয়।

পুষ্পদন্ত জাতৰ হাতীবিধ বৰ বেগাই যাব পাৰে। দাঁতবোৰ সমানে দীঘল, চকুৰ ৰং বগা, শুঁৰ আৰু নখত ৰঙচুৱা ফুটুকা-ফুটুকি থাকে। এই হাতীক বশ কৰিবলৈ অঙ্কুশৰ প্ৰয়োজন হয়।

যি হাতীৰ দাঁত সমান, ৰঙচুৱা, নেজ শকত, গাৰ ৰং ক'লা, সেই হাতীক সাৰ্বভৌম হাতী বোলা হয়। এই জাতৰ হাতীৰ ডিঙি শকত হয় আৰু ইয়াক সহজে বশ কৰিব নোৱাৰি।

'বৌটি, বৌটি' ৰজাই মাতিলে। 'টোপনি গলি নেকি?'

'নাই যোৱা। শুনি ভাল লাগিছে। কচোন।'

'পাহাৰৰ পৰা হাতীৰ জাক নামিছে বোলে অ'বৌটি। ধান পকিবৰ হ'লেই। পকা ধানবোৰ হাতীয়ে মহতিয়াই নথলেই হ'ল।'

'এৰা' ৰজাৰ মাকৰ মাতটো দীঘল হৈ ওলাল।

'ধান ৰখিবলৈ ৰাইজে কুৰং কাৰাং কৰিছে বা নাই?'

'নৰখিলে হ'বলে? গোটেই পথাৰ দেখোন তহিলং কৰিব।'

চিন্তা-চিন্তা-চিন্তা, চিন্তাৰ পৰা পাৰ নাই। মাক-পুতেক দুয়োটাই চিন্তা কৰিবলৈ ধৰিলে। ধান নৰখিলেও নহ'ব— ৰখিবলৈকো ভয়। হাতীয়ে, বাঘে, সাপে, খোপে একেলগে বসবাস কৰিবলগীয়া হৈছে। হাতী আহিব, ধানবোৰ খোৱাখিনি খাব, সিহঁতৰ গচকত ধানৰ কণকঠীয়া মৰিব। ৰাইজ জাক পাতি ওলাব লাগিব। হাতী খেদা কামটোও বৰ সহজ কাম নহয়। হাতী পথাৰলৈ নমা গম পালেই গাঁৱৰ গোটেইবোৰ কুকুৰে একেলগে ৰাউচি জোৰে। কুকুৰৰ ৰাউচি শুনিলে হাতী বলিয়া হৈ পৰে। শুঁৰ দাঙি কুকুৰলৈ খেদা মাৰি আহে। সেয়ে হাতী খেদাবলৈ যোৱা মানুহ কোনেও কুকুৰ লগত নিনিয়ে। তথাপিতো দূৰৈত কুকুৰৰ ৰাউচি শুনিলেও হাতীৰ গাত বলিয়া জঁক উঠে। যোৱা বেলি নে তাৰ আগৰ বেলি কুকুৰলৈ খেদা মাৰি অহা হাতীয়ে সিখন গাঁৱৰ মানুহ এটা গচকি পেটু উলিয়াই থৈ গ'ল।

'আগতে হাতীয়ে জুই দেখিলে ভয় খাইছিল, আজিকালি জুইকো ভয় নোহোৱা হ'ল অ'—' কথাটো কৈ ৰজাৰ মাকে বাগৰ সলালে। শুকান কাঠ এডোখৰ জ্বলাই ৰঙা কৰি হাতীৰ গৈলে জ্বলা কাঠ ডাল মাৰি পঠিওৱা হয়। কোনো কোনোৱে জোৰ জ্বলায়ো লয়। কোনো কোনোৱে আকৌ কেৰাচিন তেলত জুবুৰিওৱা ফটাকানি বাঁহৰ চুঙাত ভৰাই লৈ আগটো জ্বলাই হাতীলৈ জুইৰ ফমুটি মাৰে। হিলৈ, ফটকা মৰা, টিন ঢোল কোবোৱা হয়েই। কেতিয়াবা দুৰ্দান্ত হাতীয়ে আকৌ জ্বলি থকা খৰিডালকে ধৰি লৈ মানুহৰ গালৈ ওভতাই মাৰি পঠিয়াই দিয়ে। হাতীয়েও কিছুমান কথা বুজি পোৱা হৈছেগৈ।

পথাৰখনৰ চাৰিওফালে সমান সমান দূৰত্বত টঙীঘৰ সজা হৈছেই। সেই টঙীঘৰতে উঠি লৈ মানুহে পথাৰখন পহৰা দিব। ৰাতি হাতীৰ জাক অহা দেখিলেই টঙীঘৰৰ পৰা হাতী দেখা প্ৰথম মানুহটোৱে চিঞৰ এটা মাৰি দ্বিতীয় মানুহটোক সন্থম কৰি দিব। দ্বিতীয়টোৱে তৃতীয়টোক। এনেকৈ গাঁওখন ৰজনজনাই যাব। ডাঙৰীয়া আহিছে— ডাঙৰীয়া আহিছে। ৰাইজো সন্থম হ'ব। তুতি-মিনতি কৰিব। 'হৈছে আৰু ডাঙৰীয়া। এইবেলিলৈ এৰা দিয়ক। যাওকগৈ। হাবিৰ জীৱ— হাবিলৈ যাওকগৈ। আমাক ৰক্ষা কৰক—'

ৰাইজৰ স্তুতি-মিনতি, জুইৰ ফমুটি, নাইবা চিঞৰ-বাখৰ— যিহতেই নহওক হাতী এসময়ত যায়গৈ। একেবাৰেই যে যায়গৈ সেইটো নহয়। মাজে মাজে আহি গৈ থাকে। কেতিয়াবা দুই-এটা দলচ্যুত গুণ্ডা হাতী থাকিও যায় আৰু সিয়েই উৎপাত কৰি থাকে। সেয়ে ৰাইজে খৰধৰকৈ ধানকেইটা চপাবলৈ ধৰে। যাৰে আগতে চপোৱা হয়, সিহঁতে চপাবলৈ থকা বাকীবোৰ মানুহক সহায়-সাৰথি কৰি দিয়ে।

এনেকৈয়েই চলি থাকে। হাতীও চলে—মানুহো চলে। হাতীয়ে ধান সৰহকৈ খালে কেতিয়াবা কেঁচা ধান হজম কৰিব নোৱাৰিলে বিপদ হয়। ধানে পেটতে গজালি মেলে। সেয়ে সিহঁতে যে অনবৰতে ধানকে খাই থাকেহি তেনে নহয়। সিহঁতো আহে সময়, সুবিধা সুৰুঙা বুজেহে।

মাকে বাগৰ সলালে। ৰজাৰ টোপনি ধৰাই নাছিল। সি লাহেকৈ মাতিলে, 'বৌটি'। মাকে টোপনিতহে বাগৰ সলাইছে। লাহে লাহে ৰজাৰ চকুও মুদ খাই আহিব খুজিলে। তাৰ চিলমিলকৈ টোপনি আহিছে। চিলমিলকৈ। হাতী এজনী লাহে লাহে আহি আছে। এখোজ-দুখোজকৈ— লাহে লাহে। তাই চোতাল পাৰ হ'ল —চোতালৰ পৰা গৈ ভঁৰালঘৰৰ মুখত ৰ'লগৈ। ধান খাবলৈ আহিছে—খেদাব লাগিব। হাতীজনী এজনী ছোৱালী হ'ল আৰু তাই হাঁহি এটা মাৰি লাহেকৈ ভঁৰালঘৰৰ ভিতৰলৈ সোমাই গ'ল। চাৎকৈ ৰজাই সাৰ পালে। সি এইটো কি সামাজিক দেখিলে? হাতীজনী ক'ৰ? ছোৱালীজনী?

অন্ধকাৰতে ৰজাৰ গাটো সিৰসিৰাই উঠিল। পৰুৱাবোৰ তাৰ গাত বগাবলৈ আৰম্ভ কৰিছে। উশাহটো তাৰ ডিঙিত লাগি ধৰিছে। সি অন্ধকাৰতে চকু মেলি ৰৈ থাকিল।

## ।। একৈশ ।।

কানাই আৰু নন্দ, দুয়োটা ফোঁপাই-জোপাই আহিল। ভগীৰথ মৌজাদাৰে গা ধুবলৈ যাবলৈ সাজু হৈছিল। পিছফালে গা ধোৱা ঠাইকণত পদুমীয়ে সলাবলৈ বুলি চুৰিয়া গামোচা, গাত ঘঁহিবলৈ তেল, চাবোন, গৰম পানী, চেঁচা পানী, গা ধোৱা লোটা, গা ধোৱা ওখ পীৰাখন যতনাই থৈ আহিছে। গা ধুই আহি তেওঁ গোসাঁই ঘৰত সোমাব, গোসাঁইঘৰৰ পৰা ওলাই জলপান মুঠি খায়েই অফিচ ঘৰ পাবগৈ। নন্দ, কানাই দুইটা তেওঁ গা ধোৱা ঠাইৰ ওচৰ পালেগৈ। সিহঁত দুটাক বৰ উত্তেজিত দেখা গৈছে। সিহঁতে যেন বৰ ভয় খাইছে।

'দেউতা দেউতা। ভগীৰথ মৌজাদাৰে দুয়োটাৰে উত্তেজিত মাতষাৰ শুনিলে।

'কি হ'ল তহঁত দুটাৰ?'

'হাবিৰ মাজত ৰামধন শুই আছেহি।'

'তেন্তে তোৰ বৈনায়েৰে কোৱা কথাটো হয়?'

'হয় দেউতা, কিন্তু এটা কথা হ'ল। ৰামধনে সিহঁতৰ গাঁৱৰ দুটা মানুহ মাৰিছে, পকা ধান তহিলং কৰিছে, ঘৰ ভাঙিছে—ৰামধন বলিয়া হৈছে দেউতা, তাক মাৰিবলৈকো হুকুম আহিছে।'

ইকাণ-সিকাণ সহস্ৰ কাণ। তৎক্ষণাতে সকলোৱে গম পাই গ'ল। দুদিনৰ আগতে ৰামধনে গাঁও এখনত তাণ্ডৱ কৰি আহিছে। ঘৰ ভাঙিছে, আৰু ঘৰৰ ভিতৰত শুই থকা বুঢ়ী এজনী গচকি থৈ আহিছে। ঘৰে ঘৰোৱাহ মানুহ হুলুস্থুল শুনি বাহিৰলৈ গ'ল, লুকালগৈ। কাণ গধুৰ বুঢ়ীজনীক সজাগ কৰি দিবলৈ কাৰো সময়েই নহ'ল। বুঢ়ীজনীয়ে একো গমেই নেপালে। শোৱাপাটীৰ পৰা কেঁচুৱা এটাও এঠাইত শুঁৰেৰে টানি আনি এচাৰি পেলালে। এতিয়া ৰামধন আৰু ৰামধন নহয়, সি এটা তাণ্ডৱ।

'ৰামধন হয় জানো কানাই? কিজানিবা অইন হাতী—' ভগীৰথ মৌজাদাৰে আশা কৰিলে, এইটো হাতী ৰামধন নহওক। ইমান দুখজনক পৰিণতি ৰামধনৰ হ'ব নেলাগে।

'হয় দেউতা—' কানায়েই মাত লগালে। 'আমি দুইটাই হাবিৰ মাজৰ গছ এজোপাত উঠি চাই আহিছোঁগে নহয়।' আমাৰ ৰামধনেই, কি কৱ নন্দ?' সি সমৰ্থনৰ বাবে নন্দৰ মুখলৈ চালে।

'হয় দেউতা, সি ৰামধনেই। ভৰিৰ আধা-ছিঙা শিকলিডালো দেখিলো।' নন্দই উত্তৰ দিলে।

'বাৰু তহঁত যা,মই গাটো ধুই লওঁ।'

নন্দ আৰু কানাই গ'লগৈ। গা ধোৱা সৰু কাঁহৰ লোটাটোৰে মৌজাদাৰে খৰধৰকৈ গাত পানী ঢালিবলৈ লাগিল। চেঁচা পানীৰ স'তে তপত পানী মিলাই ল'বলৈকে থাকিল, গাত, নাভিত, ভৰিৰ বুঢ়া আঙুলিৰ নখত তেল দিবলৈকে থাকিল। গামোচাখনেৰে যেনে-তেনে গাটো মোহাৰি তেওঁ চুৰিয়াখন সলালে। বাৰাণ্ডাৰ মেজত আঁইনা-ফণি পদুমীয়ে যতনাই থৈছিল, তেওঁ মূৰ ফণিয়ালে আৰু গোসাঁইঘৰত সোমাল।

গোসাঁইৰ থাপনাখনৰ আগত মৌজাদাৰণীয়ে জ্বলাই থোৱা চাকিগছ তেতিয়াও টটকৈ জ্বলি আছিল। তেওঁ মূৰটো দোৱালে। মানুহৰ দুখ-দৈন্য হাহাকাৰৰ আশ্ৰয় এই পৰম শক্তি। তেওঁৰ বুকুখন ভাগি পৰিব খুজিলে। পৰম শক্তিৰ ওচৰত তেওঁ যেন নিজকে উজাৰ কৰি দিব। আওপকীয়াকৈ হ'লেও তেওঁ আজি হত্যা আৰু তাণ্ডৱৰ স'তে জড়িত হৈ পৰিছে। তেওঁ যেন বৰ দোষী এনে ভাব হ'ল আৰু ৰামধনৰ মৃত্যু কামনা কৰিলে । আজি ভগীৰথ মৌজাদাৰক সেই পৰম শক্তিৰ আশ্ৰয় লাগে। তেওঁ আজি বৰ দৰিদ্ৰ আৰু তাপী মানুহ।

গোসাঁইঘৰৰ পৰা ওলাই আহি তেওঁ পাগ্‌ঘৰ পালেহি। ঘৰৰ বাকীবোৰ মানুহ পাগ্‌ঘৰত। কিবা গোপনীয় মেলহে বহিছে জানিবা। মনে মনে গোটেইকেইটাই কথা পাতছে। মৌজাদাৰণীৰ চকু পকা অঙঠাৰ দৰে টিকটিকীয়া ৰঙা। বৰ অকণমানতে কান্দে মানুহজনীয়ে। মৌজাদাৰ গৈ পাৰি থোৱা ডাঙৰ পীৰাখনত বহিলগৈ। বন্দনাই জলপান দিলেহি। পদুমীয়ে মুখ ধোৱা চৰিয়া, গামোচা আৰু এলোটা পানী থ'লে। মৌজাদাৰণীয়ে গধুৰ মাতেৰে ক'লে, 'আপুনি গম পাইছে নহয়।'

'পাইছো' চুটি উত্তৰ।

'তাক মাৰি পেলাব।'

'উপায় নাই, মাৰিবই লাগিব—

'একো উপায়েই নাইনে।'

'নাই।'

মৌজাদাৰণী ফেঁকুৰি উঠিল। চকুৰ পৰা টুপ্, টুপ্‌কৈ চকুপানী মাটিত পৰিবলৈ ধৰিলে। জুহালৰ জুইকুৰা দপ্‌দপ্‌কৈ জ্বলিছে। তেওঁ কান্দি থাকক, ভগীৰথ মৌজাদাৰে ভাবিলে। জুহালৰ জুই নুমাই যাবও পাৰে।

জলপান খোৱাৰ পিছত ধপাত খাইহে তেওঁ বাহিৰৰ অফিচ ঘৰলৈ যাব। লগ পাবলৈ দুই-এজন মানুহ অফিচ ঘৰতে বৈ আছেহি। ঘৰখন নিস্তব্ধ হৈ আছে। মাজে মাজে কেঁচুৱাটোৱে কান্দিছে, সেয়ে শব্দ।

মৌজাদাৰণীয়ে কান্দিছে, তেওঁ যদি কান্দে কাৰ বাবে কান্দিব? মৌজাদাৰণীয়ে ৰামধনৰ বাবেই কান্দিছেনে, ৰামধনৰ পৰিণতিৰ কথা ভাবি কান্দিছে? তেওঁ কাৰ বাবে কান্দিব? কামধনৰ বাবে, ৰামধনৰ পৰিণতিৰ বাবে, কাণ গধুৰ বুঢ়ীজনী, মাকৰ বুকুত সোমাই নিশ্চিন্তমনে শুই থকা কেঁচুৱাটো, মানুহৰ দুখ-দৈন্য, জীৱৰ দুখ-দৈন্য, কাৰ বাবে কান্দিব? মানুহো জীৱ, হাতীও জীৱ। মানুহে জানি-শুনি দোষ কৰে, হাতীয়ে নাজানি। কামৰ পৰিণতি আৰু ফলাফল একেই। ৰামধনৰ পৰিণতিৰ বাবে জগৰীয়া কোন? তেওঁ আৰু তেওঁৰ ঘৰখনেই নহয়নে? হয়নে নহয়? ভগীৰথ মৌজাদাৰে একো থিৰাং কৰিব নোৱাৰিলে।

আবোলিলৈ মইনা আলি লগত দুটা মানুহ লৈ ওলালহি। মইনা আলি পাকৈত চিকাৰী। ৰামধনক মাৰিবলৈ হুকুম হৈছে, সেই হুকুম মতে সি আহিছে। ৰাতিলৈ হাতী বিচাৰি যাব, 'এতিয়া দেউতাক দেখা কৰো বুলি আহিলো।'

'ভালেই কৰিলি মইনা। মাৰিব পাৰিবিনে?'

'পাৰিম দেউতা। বেছি দূৰলৈ যোৱা নাই। সি বেছি দূৰলৈ যাবই নোৱাৰে। বিলৰ পাৰতে আছে চাগৈ। খোজৰ চিন চাই আহিছো। এটা ঠেং খোৱা যেন লাগিছে, চুঁচৰি গৈছে।'

মৌজাদাৰে একো নামাতিলে। চাহ-জলপান খাই মইনা আলি আৰু লগৰ দুটা গ'লগৈ। সিহঁত আহি কলীয়াৰ ঘৰতে উঠিছেহি। তাতে তাৰ চিকাৰ কৰা সৰঞ্জাম আৰু কুনকী হাতীজনীও আছে। কলীয়াকো হেনো চিকাৰলৈ লগ ধৰিছিল। কলীয়াই ক'লে, 'মই হাতী ধৰা মানুহহে, মৰা মানুহ নহয়।'

ৰাতিৰ ৰাতিটো মৌজাদাৰ উৎকৰ্ণ হৈ বিছনাতে পৰি ৰ'ল। এই মইনা আলিৰ হাতৰ দুইনলীয়া বন্দুকৰ শব্দ শুনে, শুনে। এই ৰামধনৰ অভ্ৰাহি চিএৰ শুনে। নুশুনিলে। শুনিবনো কেনেকৈ? ৰামধন আছেগৈ বিলৰ পাৰত। বিল ইয়াৰ পৰা বহুত দূৰত।

ৰাতিপুৱাই মইনা আলি ওলালহি। মৌজাদাৰ শুই উঠিছেহে; সৰু সোণ উঠাই নাই। মইনা আহিছে বুলি শুনি সি থপজপকৈ উঠি আহিল। আগবাঢ়ি আহি মইনাই নিজেই ক'লে, 'দেউতা বহা ঠাইতে বহিয়েই থাকিল, উঠি আহিবই নোৱাৰিলে। কুমতে মাৰিলো।' মইনা আলিয়ে চিকাৰৰ বিৱৰণ দিবলৈ ধৰিলে। ৰাতিৰ ৰাতিটো হাবিত হাতী বিচাৰি কটাবলগীয়া হৈছে। তাক ভাগৰুৱা যেন লাগিছে যদিও কথাত তাৰ উৎসাহ কমা নাই। আৰু, চিকাৰীৰ চিকাৰতেইতো আনন্দ।

'দেউতা।' মইনা আলিয়ে কবলৈ ধৰিলে। 'গৈ আছো গৈ আছো। জাৰৰ দিনতো হাবিৰ মাজত মহ, ডাঁহ, জোক, চেৰেপাৰ কামোৰৰ অন্ত নাই। ৰাতিৰ হাবি আৰু দিনৰ হাবি বহুত বেলেগ। মাজে মাজে টৰ্চৰ পোহৰ পেলাই চাইছো, মাজে মাজে জোনৰ পোহৰত চাইছো'

'কিমান সময় বিচাৰিব লগা হ'ল?'

'বহুত সময় দেউতা।'

'কেনেকৈ বিচাৰিলি?' ভগীৰথ মৌজাদাৰক ৰামধনৰ মৃত্যুৰ সম্পূৰ্ণ বৃত্তান্ত লাগে। পুঙ্খানুপুঙ্খ। কেনেকৈ শেষ পৰিণতি গ্ৰহণ কৰিলে ৰামধনে? নিজৰ নিজৰ শেষ পৰিণতি কেনেদৰে কোনে গ্ৰহণ কৰে? মৌজাদাৰণীৰ আলফুল হৃদয়। তেওঁ কথাবোৰ শুনিব নুখুজিলে। উচাট মাৰি পাগ্‌ঘৰ পালেগৈ। পাগ্‌ঘৰৰ চুক এটাত তেওঁ আঁঠুতে মূৰটো থৈ বিমৰ্ষ মনেৰে বহি থাকিল। এবাৰ মাত্ৰ পদুমীক ক'লে, 'পদুমী, চৰু-হাড়িবোৰ বাহিৰলৈ বাপুটিক উলিয়াই দিবলৈ ক। মাৰক কচৰুটো পুৰি আখলৰ ছাই উলিয়াই মচি পেলাওক। আজি ভাত খাব নেলাগে।'

'তই মূৰৰ পৰা কথাবোৰ কচোন মইনা।' ভগীৰথ মৌজাদাৰে মইনাক ক'লে।

চাহৰ কাপত শোহা মাৰি মাৰি মইনাই কৈ থাকিল। লগৰ দুটায়ো মাজে মাজে কৈ গ'ল। 'দিনতেই মই চাই আহিছিলোগৈ। ৰাতি ভাবিলো সেইফালে গ'লেই পাম। ৰাতি গৈ আছো গৈ আছো। এই হাতী দেখো, এই হাতী দেখো— নাই, নাই, নাই। আকৌ কিছুদূৰ যাওঁ, আকৌ দেখো আকৌ নাই। মই ভাবিলো, কি হ'ল। দিনতো পৰুৱাই পোৰা হাবি। ৰাতিখনো পৰুৱায়েই পালে নেকি?'

'তাৰ পিছত—'

'তাৰ পিছত ইফালে কুনকী ঘূৰাও—সিফালে ঘূৰাও।' মইনাই তামোল-পাণ খাইছিল। মুখ বন্ধ। উত্তৰ দিলে লগৰ মাউত হলিৰামে। 'এটাই টৰ্চ মাৰিছে, মই হাতী চলাইছো, আৰু কাইটি মাজত— বন্দুক ধৰিছে। সন্ধিয়া ভালমতে দণ্ডি পূজাও কৰা হৈছিল দেখোন— কথা কি? চিকাৰীয়ে চিকাৰ বিচাৰোতে কথা পাতিব নোৱাৰে—, আমি এটায়ো কথা পতা নাই। কিন্তু কেউটাই একেটা কথাকে ভাবি আছো। হাতী ইফালে-সিফালে ঘূৰাওতে ইপিনে মোৰ বুঢ়া আঙুলি আঁকৰা লাগি গৈছেগৈ।'

'তাৰ পিছত?'

'তাৰ পিছত বহুত বেলিৰ মূৰত, আমি আশা এৰিয়েই দিছিলো। কাইটিক মই কওঁ বুলি ভাবিছিলোৱেই 'বোলো কাইটি হাতী বিচাৰোতে বাঘ ওলালে ডাঙৰ কথা হ'ব, যাওঁগৈয়েই ব'লা।'

পিছৰখিনি মইনাই ক'লে, 'আনকালে ওচৰত হাতী থাকিলে উমান পাওঁ। কাণ মূৰ লৰায়, ধূলি মাৰে। আজি কি হ'ল। অইন ক'ৰবালৈকে গ'ল নেকি?

গৈ আছো গৈ আছো। জোপোহাৰ মাজত হৰিণাৰ চকু জিলিকিছে। কাষেদি শহা পাৰ হৈ গ'ল। চৰাইবোৰে গছৰ ডালত ডেউকা মাৰিলে। গছৰ ফেৰেঙণিত ফেঁচাৰ চকু জ্বলিল। কাণৰ কাষেদি বাদুলি উৰি গ'ল। চৰাইবোৰ গছৰ ডালত ডেউকা মাৰিলে। গছৰ ফেৰেঙণিত ফেঁচাৰ চকু জ্বলিল। কাণৰ কাষেদি বাদুলি উৰি গ'ল। শেহ নিশাৰ জোনাকত হাবিখন বগা হৈ আছে। টৰ্চ লাইট নেলাগেই, এনেয়েও বস্তু মনিব পাৰি।'

'ও। পিছে তইঁতে কি কৰিলি? তাক ক'ত পালিগৈ?'

'তাকে কৈছো শুনক।' তামোলৰ পিক পেলাবলৈ বুলি মইনা ভঁৰালঘৰৰ মূধলৈ গ'ল। মৌজাদাৰে গুড়গুড়িৰ নলিচাত হোঁপা দিলে।

'জোনাকৰ পোহৰত দেখো বিলৰ দাঁতিৰ জোপোহাৰ মাজত শিল এছটাৰ দৰে কিবা এটা জিলিকিছে। আমিও গছ এজোপাৰ আঁৰ হ'লো। হয়, আপোনালোকৰ হাতীটোৱেই। চিনি পালো। শুই আছে। কাণ-মূৰ লৰোৱা নাই। লাহেকৈ নামি গৈ কুমলৈ বুলি নিচান পোনালো। ই টৰ্চটো মাৰি থাকিল।'

'হ'ব। আৰু নকবি।' মৌজাদাৰ থিয় হ'ল। তেওঁ চোতালখনতে ইফালে-সিফালে খোজকাঢ়িবলৈ লাগিল। এপাকত তেওঁ গৈ পুথি-পাঁজি পঢ়া কোঠাত সোমাল আৰু তাৰ পৰা চিঞৰ মাৰি ক'লে, 'মইনা, মোৰ গাটো বাৰু লগা নাই। তইঁতে জা-জলপান খাই যাবিগৈ।

কোঠাটোৰ চকীখনত বৰ অৱসন্ন মানুহৰ দৰে ভগীৰথ মৌজাদাৰ বহি পৰিল। ঠিক এনেকুৱা সময়তে মানুহক আশ্ৰয় এটাৰ বৰ প্ৰয়োজন হৈ পৰে। শেষ মুহূৰ্তত ৰামধনে বাৰু কি ভাবিছিল? বুঢ়ীজনীয়ে বা কেঁচুৱাটোৱে? শেষ মুহূৰ্তত মানুহে কিবা ভাবেনে? কাৰোবাৰ কথা ভাবেনে? প্ৰিয়জনৰ কথা? কিবা এটা প্ৰিয় স্মৃতি, এটা প্ৰিয় সুবাস, এপাহ প্ৰিয় ফুল, এখন প্ৰিয় নদী? কিবা ভাবেনে মানুহে?

সকলোৰে অন্ত হোৱাটোৱেই কিজানি পৃথিৱীৰ আটাইতকৈ সত্য কথা। ৰামধনৰ শেষ আহিল— সি শেষ হ'ল। তেওঁৰো এদিন শেষ সময় এটা আহিব। কিদৰে আহিব? ৰামধনে এচাৰি মৰা কেঁচুৱাটোৰ দৰে নে গচকি মৰা বুঢ়ীজনীৰ দৰে। নে মইনা আলিয়ে কুমলৈ নিচান পোনাই গুলীয়াই মৰা ৰামধনৰ দৰে। কেইটা গুলী মাৰিলে বা। হাতী মাৰিবলৈ বা কেইটা গুলী লাগে। কুমত গুলীটো লগাৰ লগে লগে কিজানি ৰামধনে কাতৰ চিঞৰ এটা মাৰিছিল। কিজানি সি শুঁৰেৰে ওচৰতে পোৱা জোপোহা টানি ধৰিছিল। কিজানি সি পলাবলৈ বিচাৰিছিল। কি কৰিছিল সি?

প্ৰতিটো কামৰে যিদৰে এটা ফলাফল থাকে, সেইদৰে প্ৰতিটো কামৰে একোটা কাৰণো থাকে। ৰামধনৰ পৰিণতি হ'ল তাৰ কামৰ ফলাফল। ৰামধনৰ কামবোৰৰ কাৰণ কি? ভগীৰথ মৌজাদাৰ নিজেই নেকি? নিয়াৰিকৈ তত্ত্বাৱধান লোৱা হ'লে

কিজানি ৰামধন এনেকৈ শুচি নগ'লহেঁতেন। তাৰ মনত কোনো স্মৃতি নথকাকৈ, কোনো দুখ নথকাকৈ তাক আৰু মৰম কৰিব পৰা হ'লে, সি কিজানি শিকলি নিছিঙিলেহেঁতেন।

ভগীৰথ মৌজাদাৰ বাহিৰলৈ ওলাই আহিল। ভিতৰত অস্থিৰতা এটাই জুলুম কৰি আছে। কিহৰ অস্থিৰতা? তেওঁ আহি আকৌ বাৰাণ্ডাৰ চকীত বহিলহি। মইনা আলি আৰু তা লগৰীয়া দুটা জা-জলপান খাই গ'লগৈ। তিৰোতা মানুহখিনিৰ বাদে ঘৰখনৰ বাকীবোৰ মানুহো বিলৰ পাৰলৈ ৰামধনক চাবলৈ গ'ল। ... নিজান নিজান লাগিছে ঘৰটো। বাহিৰে-ভিতৰে সৰ্বত্ৰ নিৰ্জনতা। এই নিৰ্জনতাৰ পৰা পৰিত্ৰাণ পোৱাৰ উপায় কি?

বিলৰ দাতিৰ পৰা বহু পলমকৈ নন্দ আৰু কানাই আহি পালেহি। ৰামধনৰ দাঁত দুটাৰ এটা দাঁত ভাগিল। ক'ৰবাত যুঁজ কৰিছিলে চাগৈ, অথবা গছত মাৰিও ভাঙিব পাৰে। কানায়ে বৰ্ণনা দি আছিল। ঘৰে ঘৰোৱাহ মানুহ আৰু ওচৰৰো দুই-এজন সেই বৰ্ণনা শুনিবলৈ মৌজাদাৰৰ চোতালত গোট খালে।

কানায়ে পুঙ্খানুপুঙ্খ বৰ্ণনা দিলে। কেনেদৰে বহা ঠাইতে পৰি ৰামধন মৰি আছে। কাণেৰে তেজ বৈ বৈ বিলৰ ওচৰ পাইছেগৈ। কেঁচা তেজৰ কেচেমা-কেচেম গোন্ধ। কাউৰী কেইটামান কেঁচা তেজ খাবলৈ আহিছে; মানুহৰ ভয়ত ওচৰ চাপিব পৰা নাই। মৰাশটোৰ ওপৰত জাক জাক মাখি। দাঁতকেইটা কাটি উলিওৱাৰ পিছত নিমখ দি ৰামধনৰ শটো পুতিবলৈ মানুহে যো-জা কৰিছে।

'দেউতা' কানাইৰ হঠাৎ কথা এটা মনত পৰিল। 'ৰামধনৰ শিকলি বন্ধা ঠেংটোত ঘা লাগিছিল। মাখিয়েও কণী পাৰিছিল। শিকলিডাল তাৰ ঠেঙত মঙহৰ মাজলৈ সোমাই গৈ ঠেংটো বেয়া কৰি পেলাইছিল। আজি অতদিনে সি তাৰে বিষটো লৈ ঘূৰি-পকি ফুৰিছিল নহয়।' কানায়ে দুখেৰে ক'লে। 'শিকলি ছিঙিব লাগে, ছিঙা শিকলিডাল কঢ়িয়াই লৈ ফুৰিব নেলাগে।' ঘৰৰ মানুহখিনিক উদ্দেশ্য কৰি ভগীৰথ মৌজাদাৰে ক'লে। ওচৰৰ মানুহখিনি উঠি গৈছিল; সন্ধিয়াও হ'ল। দিনত লঘোন, ৰান্ধনিশালত সোনকালে ভাত ৰন্ধাৰ যো-জা। সৰু সোণ, বন্দনা আৰু মৌজাদাৰণী মাথোন ওচৰত। ভগীৰথ মৌজাদাৰ বহাৰ পৰা থিয় হ'ল। ভিতৰৰ অস্থিৰতা বাহিৰলৈ ওলাই আহিল। 'ৰামধনে এইটোৱেই ভুল কৰিলে, তইঁতে জানো গম পাইছনে নাই? সৰুৰে পৰ সি মানুহৰ মাজত থকা কাৰণেই এনে ভুল কৰিলে চাগৈ। মানুহে কৰা বৃহত্তম ভুল। ভৰিত এডোখৰ বা আদডোখৰ শিকলি লাগি থকালৈকে কোনো কেতিয়াও মুক্ত হ'ব পৰা নাই। আমিও শিকলি ছিঙিলো, কিন্তু গোলামী আৰু বন্দীত্বৰ এডোখৰ শিকলি আমাৰ ভৰিৰ পৰা নোযোৱালৈকে আমি কেনেকৈ মুক্ত হ'ম?'

## ।। বাইশ ।।

সৰু সোণে কলীয়াক মাতি পঠিয়াইছিল। কৈছিল— 'তই আহি এবাৰ গণেশক চাই যাবিহিচোন।' ৰামধন নোহোৱা হোৱাৰ পিছত উদং ঘৰখন গণেশেই পূৰাই আছিল। অৱশ্যে সি যে অকলশৰীয়া হৈছিল, সেইটো বুজিব পাৰি। প্ৰথম কেইটামান দিন সি ৰামধনক বান্ধি থোৱা ঠাইখনলৈ একেৰাহে চায়েই থাকিল। কেবাদিনলৈকো তাৰ চকুৰে সৰসৰকৈ পানী ওলাই আছিল। নন্দই কৈছিল, 'দেউতা, হাতীৰো মানুহৰ দৰেই বুজা শক্তি এটা আছে। ইমান দিনেখাওঁতে, উঠোতে-বহোতে একেলগেই আছিল, একেলগেই গা ধুৱাবলৈ, ফুৰাবলৈ নিছিলো, এতিয়া ৰামধন নোহোৱাত তাৰ দুখ লাগিবই।'

গণেশক বাৰীৰ চুকত এটা ঠেঙত শিকলি লগাই বান্ধি থোৱা হৈছে। আজি কিছুদিনৰ পৰা সি অবাধ্য হ'বলৈ লৈছে। সাধাৰণতে নন্দইহে তাক চলাই-মেলি লৈ ফুৰে। খোৱা-বোৱাৰ হিচাপো নন্দইহে ৰাখে। নন্দই গণেশক বৰ ভাল পাইছিল।

গণেশ অবাধ্য হৈছে আৰু তাৰ খোৱা-বোৱাৰ প্ৰতি মন নোহোৱা হোৱাৰ কথাটো শুনি ভগীৰথ মৌজাদাৰে তাক চাবলৈ আহিল। বিয়াগোম কঁঠাল গছজোপাতে গণেশক বান্ধি থোৱা হৈছে। বান্ধি থোৱা ঠেংটো সি মাজে মাজে জোঁকাৰি আছে। তাক কিছু উদভ্ৰান্ত যেন দেখা গৈছে। তাক খাবলৈ দিয়া বস্তুবোৰ অৱহেলিতভাৱে তাৰ মুখৰ আগত পৰি আছে। মৌজাদাৰে নন্দক সুধিলে।

'তই কি বুজিছ নন্দ?'

নন্দ কিছুপৰ তভক মাৰি ৰ'ল। ক'লে, 'মই এটা কথা ভাবিছো, বাৰু ৰ'বচোন কলীয়া কাইটি আহক।'

কলীয়া কিছুপৰৰ পিছতেই পালেহি। সি চিধাই বাৰীৰ পিছফালে গৈ নিৰাপদ দূৰত্বৰ পৰা গণেশক লক্ষ্য কৰাৰ পিছত সি হাঁহি এটা মাৰি নন্দক ক'লে, 'নন্দ, তোৰ গণেশৰ আচল বেমাৰেই হৈছে।' 'কি হৈছে বুলি ভাবিছানো কাইটি? ময়ো ধৰিছো এটা।' নন্দই ক'লে।

'তই ভবাটোৱেই হৈছে। ই ডেকা হৈছে। গণেশৰ ভাটি খোলা হৈছে অ'। এতিয়া এনেকুৱা কৰিবই।' 'এৰা, এতিয়াহে ডাঙৰ কথা হ'ল।' নন্দ কিছু চিন্তিত হৈ

পৰিল। 'কিবা দৰৱ আছেনে কাইটি?' সি কলীয়াক সুধিলে। কলীয়াই কিছুপৰ মুখেৰে একো নেমাতি গণেশক লক্ষ্য কৰি থাকিল। 'এনেকুৱা হ'বই— উপায় নাই। হাবিত থকা হ'লে আগতেই এনেকুৱা হ'লহেঁতেন। বান্ধোনত থকা হাতী বাবে সময় ল'লে। এনে সময়ত হাতীবোৰ বলিয়া হাতীৰ দৰে হয়। অনিষ্টও কৰে। তই এটা কাম কৰিবি নন্দ। ইয়াৰ ভাগৰ লগাকৈ কিছুদিন টান টান কামবোৰ কৰাই দে। খোৱা-বোৱাৰ বাছ-বিচাৰো কৰিব লাগিব। সি এতিয়া মানিলে তোকহে মানিব।'

নন্দক আকৌ চিন্তিত হৈ পৰা দেখা গ'ল। গণেশ তাৰ প্ৰিয়তকৈয়ো প্ৰিয়তম। গণেশৰ অসুখ-অসুবিধাৰ প্ৰতি তাৰেই আটাইতকৈ বেছি চকু। সি ওচৰতে পোৱা গছৰ মুঢ়া এটাৰ ওপৰতে কিছুপৰ বিমূঢ়ভাৱে বহি ৰ'ল। আকৌ কাঠ টানিবৰ বাবে গণেশক জংঘললৈ পঠাই দিব লাগিব। তাৰ খোৱা- বোৱাৰ বাছ-বিচাৰ কৰি তাক শক্তিহীন কৰি দিব লাগিব। কাম কৰাই তাক ভাগৰ লগাই দিব লাগিব। নন্দৰ দুখৰ কাৰণ আছে।

নন্দ বহি থাকিল। বনশাক নে অইন কিবা বিচাৰিয়েই পদুমী সেইফালে আহিছিল। গছৰ মুঢ়াটোৰ ওপৰত গছৰ মুঢ়া হৈ থকা নন্দক দেখি জোকাই নাম এষাৰো জুৰিছিল, 'আজি নন্দৰ ঘৰে, ধৰণী উলমল কৰে' বুলি। আনকালে হোৱা হ'লে সিয়ো কিবা এষাৰ ক'লেহেঁতেন। আজি একো নক'লে। আজি নন্দৰ ঘৰখন নহয়, নন্দৰ ভৰিৰ তলৰ মাটি কঁপি উঠি টলমল কৰিছে।

টলমল কৰিবলৈ নন্দৰ ঘৰেই নাই— গৰ মুঢ়াটোৰ ওপৰত বহি বহিয়েই সি ভাবিলে, সঁচাকৈয়ে একো নাই। ঘৰ-দুৱাৰ, মাটি-ভেটি, পা-পৰিয়াল— একো নাই। ক'ৰনো মানুহ, কাৰ পুতেক, কাৰ বংশধৰ— এইবোৰো সি একো নেজানে। কানাইৰ নিচিনাকৈ সি কথাবোৰ সোনকালে নুবুজাকৈও নেথাকে। সি হেবাং নহয়, হেবাং অকৰা হোৱা হ'লে ভাল হ'লহেঁতেন। হেবাং হ'ব লাগে। সম্পূৰ্ণকৈ নহ'লেও কিছু পৰিমাণে মানুহ হেবাং হোৱাটো ভাল। সকলো কথা বুজিবৰ দৰ্কাৰ নাই; বুজিবলগীয়া কিছু কথা নুবুজাকৈ থকা উচিত। তাৰ ঘৰ কোনখন? তাৰ ল'ৰা-ছোৱালী, মাক-বাপেক কোন? তাৰ পৰিয়াল ক'ত? আৰু ক'ত তাৰ ভৰিৰ তলৰ মাটি?

মানুহৰ ভৰিৰ তলৰ মাটি—কথাটো শুনিবলৈ কেনে সাধাৰণ, কিন্তু কিমান চিন্তা কৰিবলগীয়া কথা, শুনাত পৰুৱাটোৰ সমান সামান্য কথা, কিন্তু ভাবি চালে হাতীটোৰ সমান ডাঙৰ কথা। কিছুমানৰ ভৰিৰ তলত মাটি থাকে— কিছুমানৰ নেথাকে। নন্দৰ ভৰিৰ তলত মাটি আছেনে নাই? নাই যদি কঁপিছে কেনেকৈ, আৰু আছে যদিওনো ক'ত আছে?

চুৰিয়াৰ খোঁচনাত খুঁচি থোৱা দাখন উলিয়াই নন্দই খৰ ডোখৰ খজুৱাবলৈ লাগিল। সি এনেই বহি থাকিব নোৱৰা মানুহ। এনেই বহি থাকিলে সি খৰ ডোখৰকে

খুজাই থাকিব। হাতীৰ লগত লাগি থাকোতে তাৰো গালৈ হাতীৰ গাৰ পৰা খৰ এডোখৰ আহিল। সমান পৰিমাণৰ জেতুকা গছৰ ছাল, আৰু চজিনাৰ ছাল একেলগে বাটি লৈ সি গণেশৰ গাৰ খৰ ভাল কৰিলে। একেবিধ ঔষধেই কিন্তু তাৰ পিঠিৰ খৰ ভাল নকৰিলে। পিছলৈ সি বাদেই দিলে। হাতত একো কাম নেথাকিলে বহি বহি খৰ খজুৱাই থাকিব পাৰি, এটা কামো হয়, ভালো লাগে।

নন্দই খৰডোখৰ খজুৱাই থাকিল। বিয়াগোম কঁঠাল গছজোপাৰ তলত গণেশ থিয় হৈ আছে। তাৰ মুখৰ আগত আঠীয়া কলৰ গছ কেইজোপামান দিয়া হৈছে। সি বখলিয়াই থৈছে। বৰ আগ্ৰহ দেখুওৱা নাই। বাৰে বাৰে সি ঠেংকেইটা উঠাই-নমাই আছে। শুঁৰডাল জোঁকাৰি আছে। গণেশক অস্থিৰ যেন দেখা গৈছে। কলীয়াই কৈ গৈছে, গণেশক কাম কৰাই ভাগৰাই দিব পাৰিলে এনে অৱস্থাত ভাল। নহ'লে সি মত্ত হৈ পৰিব। হাতী মত্ত হ'লে মানুহ, গৰু কাক কেনেকৈ মাৰে ঠিক নাই। মতলীয়া হাতীৰ বাবে চিনাকিও অচিনাকি হৈ পৰে।

বহুত দিনৰ আগতে কলীয়াই নন্দক কৈছিল, 'তোৰ হাতীটো দোৱাচলীয়া হাতী অ' নন্দ। নেদেখিছনে, ইয়াৰ ডিঙিটো কেনে ডাঙৰ, আৰু কপালখনো কেনে পুৰঠ। এই জাতৰ হাতীয়ে অকল এক মাউতকহে চিনি পায়। তোৰ বিনে ইয়াক কেৰে বলাব নোৱাৰে।

মিছাও নহয়। প্ৰেমধৰৰ হাতী চলাই সি এদিন হাতী মাউত হ'ল। ইচ্ছা আছিল, প্ৰেমধৰৰ জীয়েক কণমাইক ভুলাব পাৰিলে, তাইৰ স'তে ঘৰখন পাতিব। ভুলাব পাৰিছিল। সিনো কি ভুলাব, আচলতে সিহে ভোল গৈছিল। হাবিত থকা হাতী এজনীৰ দৰে ধুনীয়া, গহীন-গম্ভীৰ, মৰমিয়াল, ঘৰ ধৰিব পৰা কণমাইক পোৱা হ'লে তাৰ ঠেৰুছিগা জীৱনটোৱে কিজানি পোখাই মেলিলেহেঁতেন। আচল দোষটো কিজানি তাৰেই। সেই সময়ত সি দলবদ্ধ হাতীৰ দৰে শৃঙ্খলাবদ্ধ জীৱন-যাপন কৰিছিল। মতলীয়া হাতীটোৰ দৰে সঙ্গিনীক দলৰ পৰা ফুচুলাই তাৰ কবললৈ আনিব পৰা সাহস তাৰ গোট খোৱাই নাছিল। মন পালেও কণমাইক দলৰ পৰা বাহিৰ কৰি আনিব নোৱাৰি সি নিজেই পলৰীয়া ভয়াতুৰ হাতীটোৰ দৰে পলাই গুচিহে আহিল। নোম নেগুৰ নোহোৱা মানুহলৈ ছোৱালী দিবলৈ প্ৰেমধৰ ৰাজী নহ'ল। তাতে প্ৰেমধৰ হ'ল নতুনকৈ হোৱা হাতীগিৰি মানুহ। দুপাই প্ৰেমধৰ পদূলিমুৰ নগচকিলে, নন্দ পিছ হুঁহকি আহিল। গণেশক তেতিয়া ধৰা হৈছিলহে—নন্দ আহি গণেশৰ ওচৰ চাপিল। হয়, নন্দহে ওচৰ চাপিল, কণমাইক হেৰুৱাই থৈ আহি তাৰ আশ্ৰয় এটাৰ প্ৰয়োজন হ'ল। ডিঙি বহল কঁপাল পূৰঠ দোৱাচলীয়া হাতী গণেশ তাৰ আশ্ৰয় হ'ল।

আজি নন্দৰ মনটো বেয়া লাগিছে নেকি? সি নিজকে নিজে সুধিলে। 'তোৰ মনটো বেয়া লাগিছে নেকি নন্দ?' বহুদিন হৈ গ'ল। কণমাইৰ বিয়াৰ খবৰটো পাওঁতেই

তাৰ মনটো শেষবাৰৰ বাবে বেয়া লাগিছিল। তাৰ পিছতেই সি তাৰ মনৰ বেয়া লগাবোৰ জাৰি-জোঁকাৰি পেলাই দিছিল। গণেশৰ আশ্ৰয়ত তাৰ নিৰীহ জীৱনটো অকল ভাল লগাৰে ইমানদিনে ভৰি আছিল। ইমানদিনে কণমাইলৈ মনত পৰাও নাছিল। আজি তাৰ মনটো কেনেকৈ বেয়া লাগিল? কণমাইলৈ কেনেকৈ মনত পৰিল?

গছৰ মুঢ়াটোৰ ওপৰত বহি নন্দই একান্ত মনে খৰডোখৰ খজুৱাই থাকিল। নাই নাই—তাৰ মনটো বেয়া লগা নাই। ধান বা দিয়াৰ দৰে সি যেন তাৰ মনটোত বাহে দিলে। পতানবোৰ যেন সি উৰুৱাই দিব খুজিলে। এজনী হাতীক সি পাহৰি পেলাইছে। হাতীজনী তাৰ মনৰ মাজৰ পৰা ওলাই গুচি যাওক। বহুদিন কোনো দুখৰ স'তে সি মুখামুখি হোৱা নাই। হেৰাই যোৱা হাতীজনীৰ কোনো প্ৰয়োজন এতিয়া তাৰ বাবে নাই— তাই হেৰায়েই যাওক। খৰ খজুৱাই থাকিব পৰাই তাৰ বাবে আটাতকৈ আৰামৰ ব্যৱস্থা। গণেশেই এতিয়া তাৰ মূৰৰ ওপৰৰ আচ্ছাদন।

'মোৰনো আই-বোপাই কোন আছিল? মইনো ক'ৰ মানুহ? মোৰনো ঘৰ ক'ত? ক'ত মোৰ ভৰিৰ তলৰ মাটি?' মাক-বাপেক নোহোৱাকৈ কোনো মানুহ পৃথিৱীলৈ আহিব নোৱাৰে। নন্দকনো কোনে আনিছিল পৃথিৱীলৈ? কোনে নাম দিছিল নন্দ? মনত পৰাৰ পৰাই সি অকলশৰীয়া। আজি অ'ত, কাইলৈ ত'ত। ভৰিৰ তলৰ মাটি নোহোৱা মানুহ। নোম নেগুৰ নোহোৱা মানুহ। আৰু গণেশ? গণেশৰ মাক-বাপেক ক'ত? তাৰ ঘৰ ক'ত? কত তাৰ ভৰিৰ তলৰ মাটি? ক'ৰবাৰ বনে বান্দৰে তাৰ বুঢ়ী হোৱা মাকজনীয়ে এতিয়াও তাক বিচাৰি ফুৰেনে? হাবিয়ে-জংঘলে, জোপোহাৰ আঁৰৰ পৰা, নৈৰ দাঁতিৰ পৰা, পাহাৰৰ নামনিৰ পৰা, বিশাল আকাশখনৰ তলৰ পৰা ক'ৰবাত কেতিয়াবা তাৰ মাকে মাতেনে, 'আহ অ' বোপাই, ক'ত আছ গুচি আহ। মোৰ বুকুখন উদং হৈ আছে, গুচি আহ— মাতেনে?'

কলীয়াই কৈছিল, হাতীয়ে দুবছৰৰ মূৰতহে এবাৰ পোৱালি দিয়ে। চিলচিলীয়া কাগজৰ মোনাৰ দৰে মোনা একোটাৰ মাজত ভূমিষ্ঠ হোৱা পোৱালি সোমাই থাকে। 'পোৱালি নহয় জানিকি, পোৱালি ভৰাই থোৱা কাগজৰ মোনাহে। দলৰ বাকীবোৰ মাইকী হাতীয়ে পোৱালি পোৱা হাতীজনীৰ যত্ন লয়। পহৰা দি থাকে। খোৱাবস্তু গোটাই আনি দিয়ে। যেন মানুহহে।'

'তুমিনো ইমানবোৰ কথা কেনেকৈ জানিলা কাইটি?' নন্দই সুধিছিল।

'নেজানিমনে? হাতীৰ লগত বলিয়া হৈ বোপাই হাবিতে মৰি গ'ল, ময়ো হাবিতে মৰিম। মই নেজানিমনে।' কলীয়াই কৈছিল।

'পিছত কি কৰে?'

'গৰু-ম'হে পোৱালিটো চেলেকিব পাৰে, হাতীয়ে নোৱাৰে, সেয়ে সেই পোৱালি মাটিত পৰিল, সেই হাতীজনীয়ে ওচৰতে পোৱা জাবৰ-জোঁথৰ কিছুমান

শুঁৰেৰে গোটাই আনি চিলচিলীয়া মোনাৰ মাজত থকা পোৱালিটো ঢাকি দিয়ে। জাবৰ-জোথৰ, ধূলি-মাকতিবোৰে পোৱালিটোৰ গাৰ ওপৰত থকা বিজলুৱা বস্তুবোৰ শুহি লয়।'

'তাৰ পিছত—তাৰ পিছত কাইটি' আচৰিত হৈ নন্দই কলীয়াক প্ৰশ্ন কৰিছিল।

গণেশৰ জন্মওতো তেনেকৈয়েই হৈছিল। নন্দৰ? নন্দকো চাগৈ মাকে এবাৰলৈ হ'লেও ধুৱাই-পখলাই বুকুলৈ তুলি লৈছিল। এবাৰলৈ হ'লেও সি চাগৈ মাকৰ বুকুৰ গাখীৰ পান কৰিছিল। নিশ্চয় কৰিছিল। নহ'লে আজি এই বয়সলৈকে সি তাৰ ভাগৰি নপৰা এই অফুৰন্ত জীৱনী-শক্তি ক'ৰ পৰা পালে? নন্দই নিজকে প্ৰশ্ন কৰে। ক'ৰ পৰা পালে?

গণেশৰ জন্মও তেনেকৈয়ে হৈছিল। দলটোৰ বাকী মাইকী হাতীবোৰে গণেশৰ মাকক চাৰিওফালে বেৰি-কুৰি, দিহা-পৰামৰ্শ দি সহায় কৰি আছিল। তেতিয়াই গণেশৰ জন্ম হ'ল। চিলচিলীয়া কাগজৰ মোনাৰ মাজৰ বিজলুৱা বস্তু কিছুমানৰ মাজত সোমাই থকা গণেশৰ ওপৰত মাকে ওচৰতে পোৱা ধূলি-মাকতি জাবৰ-জোঁথৰ কিছুমান শুঁৰেৰে টানি আনি ছটিয়াই দিলে। গণেশৰ গাৰ ওপৰৰ বিজলুৱা বস্তুবোৰ সেইবোৰে শুনি ল'লে। এপাকত মাকে নখেৰে আঁকুহি আঁকুহি বিজলুৱা মোনাটো ফালি পেলালে। গণেশ ওলাই পৰিল। শুঁৰেৰে পোৱালিটো টানি উলিয়াই আনি মাকে আকৌ তাৰ ওপৰত নতুনকৈ জাবৰ-জোথৰ ধূলি-মাকতি কিছুমান পেলাই দিলে। বাকী থকা বিজলুৱা বস্তুবোৰো নোহোৱা হ'ল। তাৰ পিছতেই কিজানি গণেশ গৰু পোৱালিৰ দৰে থিয় হ'বলৈ যত্ন কৰিলে। হয়, কলীয়াই তেনেকৈয়েই কৈছিল। নতুনকৈ ওপজা হাতী পোৱালি তজবজীয়া হ'বলৈ নিচেই কম সময়হে লাগে।

নন্দ বহি আছে। দাখনেৰে খৰডোখৰ খজুৱাবলৈকে সি পাহৰি গৈছে। গণেশে চটফটাই আছে। কলীয়াই কৈছিল— 'গণেশৰ ভাটি খোলা হৈছে যেন পাইছো। তই মন কৰিবিচোন নন্দ, তাৰ দুইটা কুমৰ পৰা দুসোঁতা আঠালতীয়া পানী ওলাব। ৰঙচুৱা বৰণৰ। বৰ বেয়া গোন্ধায়। কামসেন্দূৰ অ'। কপাহত সেই পানীকে লেটিয়াই লেটিয়াই কামসেন্দূৰ কৰে।'

নন্দ মনে মনে থাকিল। সাহস, শক্তি, সামৰ্থ্য, স্বাস্থ্য, চৰিত্ৰ থাকিলে কোনে কাক ভুলাব নোৱাৰে? কামসেন্দূৰৰ কি কাম? ভাল নেপালে, কোনে কাৰ ভালপোৱা জোৰ কৰি আদায় কৰিব? ভালপোৱাৰ নিজৰে জোৰ থাকে, কামসেন্দূৰতকৈও অধিক জোৰ। ভালপোৱাৰ নিজা জোৰ নেথাকিলে, কামসেন্দূৰৰ কি সাধ্য, তাত নতুন জোৰ দিয়ে?

নন্দ মনে মনে থকা দেখি কলীয়াই ক'লে, 'তই চিন্তা নকৰিবি নন্দ। মই দৰৱ দিম, ভাল হ'ব। পিছে তই তাৰ ওচৰলৈ অইনক ৰৰকৈ যাবলৈ নিদিবি। তয়ো

চাই-চিতিহে যাবি। আজি মই সি ভালকৈ শুব পৰা দৰৱ এটা দি থৈ যাম। আঠীয়া কলৰ মাজত ভৰাই খুৱাই দিবি। সময়টো পাৰ হৈ গ'লে এনেয়েও সি ভাল হ'ব।'

নন্দ থিয় হ'ল। কলীয়াই দৰৱটো যোগাৰ কৰিবলৈ গ'ল। সোনকালে এপালি দৰৱ গণেশক খুৱাব লাগিব। কলীয়াই তাক দৰৱটো শিকাই নিদিয়ে, কিন্তু সি তাৰ ছয়বিধৰ পাঁচবিধ উপাদানৰ কথা জানে। বহুত দিনৰ আগতে হাতীক টোপনি নিওৱা দৰৱ এটা তাক কণমায়ে শিকাই দিছিল। নহয় নহয়। কণমাইৰ স'তে সি ভঁৰালঘৰৰ পিছফালে কথা পাতি আছিল। সি তাইক কৈছিল— 'মোৰ ৰাতিও টোপনি নোহোৱা হৈছে—'

'কিয় ?,' কণমায়ে প্ৰশ্ন কৰিছিল।

'কিয় তই জানো নেজানা ?' সি কৈছিল।

'ৰবা, হাতীৰ টোপনি ভাল হোৱা দৰৱ এটা মই জানো, তোমাক দিম। ভাং, ধুতুৰা, ধুৱাপাত, লাওপাত, গোৰখ চৈ একে লগ কৰি।' কণমায়ে মুখ টিপি হাঁহিছিল হ'বলা, কিন্তু কথাকেইটা কৈ তাই চাৎ কৰে আঁতৰি গৈছিল। বাপেকৰ মাত শুনিছিল। ভঁৰালঘৰৰ পিছফালে এইদৰে কথা পাতি থকা দেখিলে বাপেকে দুইটাকে হাতীৰে গচকাই মাৰি পেলোৱাৰ কথা। হাতীৰ ভালকৈ টোপনি নাহিলে টোপনি অহাৰ দৰৱৰ বাকী এটা উপাদানৰ কথা ক'বলৈ কণমাইৰ সুবিধাই নহ'লগৈ। এতিয়া কলীয়াই সেই দৰৱকেই দিব চাগৈ।

দৰৱ এপালি খুৱাবৰ বাবে কলীয়াই পদুমীক গুড় অকণমান খুজিলে। পাগ্‌ঘৰৰ পিছফালে নন্দই কলীয়াৰ মাতটো শুনা পালে। গছৰ মুঢ়াৰ ওপৰৰ পৰা গছৰ মুঢ়াটো থিয় হোৱা দেখা গ'ল। গণেশক দৰৱ খুৱাব লাগিব।

## ।। তেইশ ।।

হাতী ধৰি অনাৰ পিছত খামাৰিত বন্ধা হয়। খুঁটি পুতি লৈ নাইবা গছৰ মাজতো খামাৰি পতা হয়, সম্পূৰ্ণ ঘৰচীয়া নোহোৱালৈকে হাতীৰ ফান্দ খোলা নহয়। হাতী বান্ধোনতে থাকে।

নামেৰীৰ হাবিৰ মাজত হাতী ধৰিবলৈ যোৱা দলটো। কালি ৰাতি এটা হাতী পোৱালি ধৰা হ'ল। এমাহমান খাপ দিয়াৰ পিছতহে হাতী পোৱালিটো ধৰা হৈছে। বেছি ডাঙৰ নহয় পোৱালিটো। সৰু। তাতে পোৱালিটো মাইকী। কলীয়াই হাতী পোৱালিটো, নাম এটা দিলেই, লখীমাই।

হাবিখনৰ নাম নামেৰী। মহলটোৰ নাম ধাৰিকাটি। চাৰি নম্বৰ মহল। পূবে লখৰা, পশ্চিমে ভৰলী, উত্তৰে ভৰলী, দক্ষিণে গুই নেজীয়া পৰ্বত। গুইনেজীয়া পৰ্বতক গামানি পৰ্বত বুলিও কোৱা হয়। ভৰলী নৈৰ পানীৰ গতি কোবাল, ৰং আইনাৰ দৰে। আইনাৰ দৰে নহয়, যেন স্বচ্ছ আইনা এখনহে। আইনাখনত আকাশখন প্ৰতিফলিত হৈ থাকে অহৰহ।

হাতী ধৰা হয় ৰাতি। দিনত চিকাৰী দলটোৰ বৰ বিশেষ কাম নেথাকে। খোৱা, শোৱা, খৰি বিচৰা, হাবিৰ বনৰীয়া শাক-পাচলি বিচৰা, মন গ'লে বহি থকা বা ইফালে-সিফালে যোৱা, ঠিক ইমানখিনিয়েই।

ভৰলী নৈৰ শিলাময় বুকুত দিনৰ পোহৰ। নৈৰ পানীত আকাশখন প্ৰতিফলিত হৈ আছিল। নৈৰ কাষতে পানীত ভৰিকেইটা ডুবাই ৰজা বহি আছিল। খালি গা, আঁঠুলৈকে পৰাকৈ এখন চুৰিয়া। সি চুৰিয়া পিন্ধিয়েই ভাল পায়। হাল বোৱা, কোৰ মৰা, খৰি ফলা, মাছ মৰা, খোজকাঢ়ি অ'লৈ-ত'লৈ যোৱা 'গাঁৱলীয়া মানুহৰ বাবে আঁঠুমূৰীয়া চুৰিয়াখন পিন্ধাৰ সুবিধা বেছি। হাবিত পিন্ধিবলৈ সৰু সোণে তাক পুৰণি লংপেণ্ট এটা দিছিল। প্ৰথমদিনা পিন্ধাৰ পিছত সি আৰু নিপিন্ধিলে। ভাল নেলাগিল। আখজা আখজা লাগিল। সি যেন সি নহয়— বেলেগ এটা মানুহ। লংপেণ্টটো সি ৰামেশ্বৰক দি দিলে।

পাহাৰৰ পৰা নামি নৈখন পোনে পোনেই ভৈয়ামত পৰিছেহে। পাহাৰীয়া ছোৱালীয়ে ভৈয়ামত যিদৰে নিজৰ সহজাত প্ৰকৃতি এৰি দিব নোৱাৰে, ভৰলীয়েও

পৰা নাই। ভৈয়ামতো ভৰলীৰ গতি পাহাৰত থকাৰ দৰেই তীব্ৰ আৰু কোবাল। নৈয়ে মানুহৰ নিসঙ্গতা দূৰ কৰে, নৈয়ে মানুহৰ লগত মানুহৰ দৰেই কথা-বতৰা পাতে। দুখৰ-সুখৰ বা-বাতৰি লয়। দুখত দুখী, সুখত সুখী হয়। হাঁহে, কান্দে গান গায়, খেলে। অন্ততঃ এই মুহূৰ্তত ৰজাৰ তেনে অনুভৱেই হৈছে। নৈৰ পাৰত সি অকলে অকলেই আছে। বাকলি এৰোৱা মধুৰি আম গছৰ দৰে ধোঁৱা বৰণীয়া তাৰ গাৰ ৰঙত নৈৰ পানীত এইমাত্ৰ খেলি অহা বেলিৰ ৰহণৰ প্ৰতিফলন। ভীষণ উদাসী দুপৰীয়া। নৈৰ পাৰৰ হাবিখন নিস্তব্ধ। ৰজা নৈখনৰ একেবাৰে কাষত বহি আছে। নৈৰ গাত গা লগাই। সি যেন মাকৰ গাতহে গা লগাই বহি আছে। মাকৰ গাৰ গোন্ধ আৰু নৈখনৰ গাৰ গোন্ধ বৰ একে। ঘৰৰ পৰা ওলাই আহোতে বুঢ়ীজনীক এৰি থৈ অহা দুখত তাৰ বুকুখন ভাগি গৈছিল। মাকে কান্দিছিল নেকি এতিয়া তাৰ মনত নপৰে। কিন্তু আগৰাতি যেতিয়া সি মাকক কৈছিল যে সি সৰু সোণহঁতৰ লগত হাতী ধৰালৈ যাব, মাক দাং খাই উঠিছিল।

'হাতী ধৰালৈ যাব? নোৱাৰ যাব।'

'নহয় অ' বৌটি মই যাম বুলি কলোৱেই, সৰু সোণেও বৰকৈ লগ লৈছে। কলীয়া কাইটিহঁতো যাব। এতিয়া নগ'লে মোৰ মুখৰ কথাই নৰ'ব।

'নেলাগে ৰব। তোৰ সেইখন মুখনে?'

'বৌটি তই কথাটো নুবুজ কিয়?

শুবলৈ লোৱা মানুহজনী শোৱাৰ পৰা উঠি বিছনাতে বহিল। সি মাকৰ মুখলৈ চাই দেখিলে খণ্ডত মানুহজনীৰ মুখখন দপ্‌দপ্‌কৈ জ্বলা জুই কুৰাৰ দৰে হৈ পৰিছে। আৰু অলপ পিছতে জুই নুমুৱাই দিবলৈ অহা দপ্‌দপীয়া বৰষুণ।

'বৌটি, বৌটি' সি মাকক মাতিলে। মাকৰ উত্তৰ নাই। বৰষুণ। হুৰহুৰাই বৰষুণ। 'তই চিন্তা নকৰিবি। মানুহ আহি গৈয়েই থাকিব। ময়ো মাজে মাজে আহিম। চেনিৰাম কাইটিহঁতক কৈছো তোৰ খা-খবৰ ল'ব। সখিকো কৈছো। ৰেৱতীও আহি তোৰ লগত মাজে মাজে দুই-এনিশা থাকিবহি। ধান বানিব লগা হ'লে তায়ে সহায় কৰি দিব। খৰি-খেৰো গোটাই থৈছো।'

'বন্দৰস্ত কৰি থৈছ তেন্তে—' মাকে বহুত সময়ৰ মূৰত কথাষাৰ কৈছিল। ৰজাই মাকৰ কথাৰ সুৰটো শুনি কিছুপৰ মাকৰ মুখলৈ হতবাক হৈ চাই আছিল। কি আছে সেই সুৰত? খং, ৰোষ, অভিমান, সন্মতি প্ৰদান, জুই, বৰষুণ — নে একোৱেই নাই?

পিছদিনা ৰাতিপুৱা মাকে সোনকালে উঠি গা ধুই ভাত ৰান্ধি দিলে। সাৰ পায়ো সি বিছনাতে পৰি আছিল। ভাতৰ চৰুত সি ভাত - আঞ্জা উতলাৰ গম পাইছিল। মাকে তাক জগাইছিল— 'উঠ, সোনকালে আজৰি হৈ ল।'

গা ধুই পাগঘৰলৈ আহি ৰজাই দেখিছিল— পাগ্‌ঘৰৰ চুকৰ গোসাঁইৰ থাপনাৰ আগত চাকি এটা ট-টকৈ জ্বলি আছে। আগলতি কলপাতৰ ওপৰৰ তামোল-পাণযোৰ চাকিৰ পোহৰতে জিলিকি আছে। মাকে ভাত বাঢ়ি দিলে। সি খাবলৈ বহিল। মাকে একেথৰে তাৰ মুখলৈকে চাই ভাতৰ চৰুলৈ সোমোৱা বাটটোতে বহি থাকিল। মুখৰ মাত নাই। ৰাতিপুৱাৰ পৰা মাকে তাৰ লগত বিশেষ কথা-বতৰা পতাই নাই। সি মাকৰ মুখলৈ চাই লাহেকৈ সুধিলে— 'বৌটি, তই বাৰু মোক খং কৰি আছ নেকি?'

'নাই কৰা।' তাতকৈ গালি- শপনি পাৰি কন্দা-কটা কৰাই ভাল আছিল নেকি? ভাত-পানী খাই উঠি সি মাকে আগবঢ়াই দিয়া তামোলখন হাতলৈ লৈ মাকক সাবট মাৰি ধৰিলে। 'খং নেখাবি বৌটি, মই যাবৰ পৰত তই খং খাই থাকিলে মোৰ মনটো বেয়া লাগি থাকিব?'

'নেখাওঁ যা। খা-খবৰ দি থাকিবি?' তাৰ মূৰত হাতখন বুলাই মাকে ক'লে। সি ঠাইতে হাউলি মাকৰ ভৰি দুটা চুলে আৰু কাপোৰ-কানি ভৰোৱা মোনাটো লৈ ওলাই আহিল।

বেছিদিনৰ ঘটনা নহয়, কিন্তু তাৰ এনে লাগিছে, সি যেন বহুত দিনৰ আগতেই মাকৰ ওচৰৰ পৰা গুচি আহিল, খুব স্বাভাৱিক কথা। মাকলৈ মনত পৰিবই। সিদিনা ধৰা হাতী পোৱালিটোৰ বাৰু মনত পৰিছেনে মাকলৈ?

সেই যে মোৰ আইজনী— মই মাক বৌটি বুলি মাতো, ফটা-চিটা কাপোৰ পিন্ধা, সপ্তাহত এদিনমান কাকৈৰে মূৰ ফণিয়াই খোপা বন্ধা, উকা কপালৰ বুঢ়ীজনীয়েই মোৰ আই। ৰজাই মনতে ভাবিলে। সেইজনী যদি তাৰ মাক, তেন্তে এই পাহাৰৰ পৰা বৈ অহা ক্ষণে ক্ষণে খঙাল, ক্ষণে ক্ষণে ৰঙীয়াল জুলীয়াৰূপৰ ধাৰ যেন হৈ বৈ যোৱা ভৰলী নৈ, সৌ গুইনেজীয়া পৰ্বতটো— হিমালয়ৰে অংশ হেনো এইটো পৰ্বত, নামেৰীৰ বিশাল হাবিখন, মাটিৰ গোন্ধ লাগি থকা গছ, বন, মাটি আৰু সৌখন জোন বেলি গ্ৰহ, নক্ষত্ৰ, অবিৰাম ওলমি থকা আকাশ— এইবোৰ? এইবোৰ কি? ফটা-চিটা কাপোৰ পিন্ধা তাৰ বুঢ়ীজনীয়েই নহয়নে? বা, বুকুৰ পোৱালিটো কলীয়া ফান্দীৰ হাতৰ পৰা বচাবলৈ আপ্ৰাণ চেষ্টা কৰা সেই ধোঁৱা বৰণীয়া হাতীজনী? নতুবা, তাৰ বুঢ়ীজনীয়েই এই সকলোবোৰ নেকি? কেনেকৈ হ'ব পাৰে জুটুলা-জুটুল চুলিৰ এজনী অখ্যাত বুঢ়ী মানুহ আকাশ, মাটি, নৈ আৰু হাবি?

পানী যুঁৱলিত ৰজাৰ ভৰি। ভৰলী নৈৰ শীতল পানীয়ে ৰজাক চুই আছে। শীত কালৰ ভৰলী— তথাপিও তাৰ গতি কোবাল। নৈখন বৈ গৈছে পাৰৰ হাবি, শিলনি সকলোকে চুই চুই। গৈ গৈ লুইতত পৰিবগৈ। লুইতৰ বুকুৰেদি গৈ গৈ সাগৰ পাবগৈ। সাগৰে নৈখন সাবটি লব। নৈখনে তাক চুই আছে। কিজানি তাৰ

মাকৰ ভৰিৰ তলত থকা মাটিৰো বস্তুত তলেদি নৈখনৰ পানী এসোঁতা বৈ গৈছে। 'আমি কোনো কাৰো পৰাই কেতিয়াও দূৰত থাকিব নোৱাৰো অ' বৌটি—' ৰজাই মনৰ ভিতৰতে ক'লে। 'তয়ো মোৰ ওচৰত, ময়ো তোৰ ওচৰত। আমি প্ৰত্যেক মানুহেই প্ৰত্যেক মানুহৰ ওচৰত।' আচলতে, সি অকলশৰীয়া বুঢ়ী মানুহ এজনীক—যাৰ জীৱনটো উকা কপালখনৰ দৰেই উকা, নিৰালঙ্কাৰ শৰীৰটোৰ দৰেই জাক-জমকতাবিহীন, সেই বুঢ়ীজনীক সান্ত্বনা দিব খুজিলে। 'তই চিন্তা নকৰিবি বৌটি?' কিন্তু আচৰিত কথা, ৰজাই যেন নিজকেহে সান্ত্বনা দিলে। সি নিজেই সাহস গোটালে। এই বিশাল প্ৰকৃতিয়েই আমাৰ আই, প্ৰকৃতিয়ে আমাক অকলশৰীয়া নকৰে। আমি ইজন-সিজনৰ বাবেহে। লখীমাইৰ বাবেও আমি, আমাৰ বাবেও লখীমাই। যেন ঢোকাতে কল, আৰু কলতে ঢোকা।

লখীমাইক বুকুৰে-পিঠিয়ে বান্ধি চাটি খামাৰিত ৰখা হৈছে। প্ৰথম কেইদিনমান হাতী পোৱালিটোৱে চিঞৰি-বাখৰি ডেডাউৰিয়াই সম্পূৰ্ণ অসহযোগ কৰি থাকিল। এতিয়াও তাই সহযোগ কৰা নাই। কিন্তু কিছু পৰিমাণে শান্ত হৈছে। শান্তহে হৈছে, কিন্তু চকুৰে পানী নিগৰি আছে। চকুত মানুহলৈ খং, অবিশ্বাস আৰু বিদ্ৰূপ প্ৰতিফলিত হৈ আছে। খং কিয় নুঠিব? জাকৰ পৰা বুদ্ধি কৰি বেলেগাই আনি খেদি খেদি তাইক বন্দী কৰা হৈছে। আজীৱন বন্দীত্বৰ শিকলি পিন্ধোৱা হৈছে। যিদৰে আজীৱন বন্দীত্বৰ শিকলি নাকে-কাণে, হাতে-ভৰিয়ে পিন্ধাই তিৰোতা মানুহ 'এজনীক চিৰদিনীয়া' দাসী কৰি পাগ্ঘৰৰ এচুকত থৈ দিয়া হয়। কথাটো তেনেকুৱানে বাৰু? ৰজা চক খাই উঠিল। তাৰ মাক দাসী নেকি? বন্দী নেকি? আইতাক? আজো আইতাক? সি দেখা, সিহঁতৰ গাঁৱৰ অথবা ভিন গাঁৱৰ তিৰোতা মানুহবোৰ? মৌজাদাৰণী আই, বৰ সোণ ককাইদেউৰ ঘৈণীয়েক— নবৌ? সকলোকে সি দেখোন একেই ৰূপত দেখিছে। লখীমাইক যিডাল শিকলিৰে বন্ধা হৈছে, মৌজাদাৰণী আইৰ হাতে-ভৰিয়েও সেই একেডাল শিকলি, বৰসোণ ককাইদেউৰ নবৌৰ গাতো একেডালেই শিকলি, একে শিকলিয়েই তাৰ মাকৰ গাতো। হয়নে বাৰু? অভ্যাস, পৰম্পৰা, নিয়ম, সমাজৰ? কোন মতা মানুহে ভাঙো বুলি ভাঙিব পাৰিছে সমাজে বান্ধি দিয়া নিয়ম? ৰজাৰ মনটো কিছু পৰিমাণে ব্যাকুল হৈ পৰিল। একেডাল বন্দীত্বৰ শিকলিয়েই বান্ধিছে মৌজাদাৰ দেউতা, বৰ সোণ ককাইদেউ, সৰু সোণ, চেনিৰাম কাইটি, মাণিক, মদন গোবৰ্দ্ধন সখি। আঃ কাক বন্ধা নাই? কলীয়া ফান্দীও বান্ধ খাই আছে; খামাৰিত হাতী পোৱালিটোও বান্ধ খাই আছে। আমি সকলোৱেই হাতী পোৱালিটো নেকি? মুক্তিৰ সোৱাদ আমি কোনেও পোৱাই নাই নেকি? মুক্ত কোন? মুক্তি কি? অথনিৰে পৰা ৰজা একেদৰেই বহি আছে। পানী-যুৱলিত ভৰি থৈ। ভৰলীৰ শীতল পানীয়ে তাৰ বুকুখনো স্পৰ্শ কৰি গৈছে। ভৰলীৰ শীতল পানীত ইমান উত্তাপ আছে। মাটিৰ দৰে, মানুহৰ বুকুৰ দৰে, ই কি কথা? তেন্তে এয়েই

নেকি মুক্তি? বান্ধোনৰ পৰা মুক্তি, অবান্ধোনৰ পৰা মুক্তি? ৰজাই ওপৰলৈ চালে। ৰ'দে জিলমিল কৰা আকাশ। কাৰ পৰা আমাক মুক্তি লাগে? স্বাধীনতাৰ পৰা নে পৰাধীনতাৰ পৰা? নিজৰ পৰা নে লোকৰ পৰা? মাটিৰ পৰা নে আকাশৰ পৰা? কাৰ পৰা আমাক মুক্তি লাগে।

বিশাল হাবি, নৈখন, পাহাৰ, শিলনি আৰু সুবিশাল আকাশখনে ৰজাক আজি মুক্তিৰ কথা শিকাইছে। খামাৰিত বান্ধি থোৱা হাতী পোৱালিটোৰ বুকু-পিঠিৰ শিকলিডালে ৰজাকো পৰাধীনতাৰ বিস্বাদ দিছে। যি খুচি তাকে কৰিবলৈ পোৱাটো স্বাধীনতা আৰু খুচি মতে কৰিবলৈ নোপোৱাটোৱেই পৰাধীনতা নেকি? খুচি মতে মই কৰা কাম এটা যদি অইন এজনৰ অখুচিৰ কাম হয়? এনেকৈ স্বাধীনতা হ'ব পাৰেনে? মই মোৰ খুচি মতে ভুল কাম এটাও কৰিব পাৰো। ৰজাই মনতে ভাবিলে, ভুল-শুদ্ধৰ সীমাৰেখা কোনডাল? কোনটো কাম কোনখিনিৰ পৰা ভুল আৰু কোনখিনিৰ পৰা শুদ্ধ? পঢ়া-শুনা নজনা, একো নেদেখা মই এটা মুৰ্খ ল'ৰা। আজিলৈকে মই মোৰ খুচিমতেই কাম কৰি আছো। মোৰ আয়ে নিজ খুচি মতে আজিলৈকে একো কাম কৰিব পৰা নাই। তেন্তে মই মুক্ত আৰু বৌটিৰ বন্দীদশা নেকি? বৰ খেলিমেলি লগা কথা। ৰজাই নিজৰ বুকুত হাত দিলে। ধপধপকৈ কলিজাটোৱে উঠা-নমা কৰি আছে। ঠিকেই। আচল বন্দীশাল ইয়াতেই। নিজৰ পৰা মুক্তি। এই বন্দীশালৰ পৰা মানুহ প্ৰথমেই মুক্ত হৈ ল'ব লাগিব— তেতিয়াহে মানুহে অৱধাৰিত মুক্তিৰ সোৱাদ পাব।

ৰজাৰ উদং গাত নৈপৰীয়া হাবিৰ চেঁচা বতাহ লাগিছে। সি বহাৰ পৰা উঠিল। সৰু সোণ কালি ঘৰলৈ গ'ল। আহোতে তাৰ মাকৰ খবৰো লৈ আহিব। কেতিয়াকৈ পাবহি জানো। গুইনেজীয়া পৰ্বতটোত ডাৱৰ ওলমি আছে। বৰষুণৰ ডাৱৰ নহয়। কিন্তু থোপা খাই থকা ডাৱৰবোৰে পাহাৰটো দখল কৰি লৈছেহি। ৰজাৰ ভাল লাগিছে। এই পৰ্বতটোৰ সিপাৰে বা কি আছে। আমাৰ দৰেই মানুহ আছেনে? আমাৰ দৰেই মানুহ। মানুহ হ'লেতো আমাৰ দৰেই হ'ব। যিদৰে হাতী হাতীৰ দৰে, বাঘ বাঘৰ দৰে, গছ গছৰ দৰে, চৰাই চৰাইৰ দৰে।

ৰজা থিয় হ'ল। সি এতিয়া হাবিৰ মাজলৈ যাব। হাতীৰ জাক আকৌ অহা নাই। লখীমাইক ধৰাৰ পিছত আৰু হাতী ধৰিবলৈ হাতী ধৰা দলটো ৰৈ আছে। কিবা গমেই পাইছে নেকি হাতীৰ জাকে।

সন্ধিয়া লাগিল। তম্বুটোৰ ওচৰত বিড়ী হুঁপি হুঁপি কলীয়াই পায়চাৰি কৰি আছিল। তাক দেখি কলীয়াৰ খং উঠিল। ধমক মাৰি সুধিলে, 'কলৈ গৈছিলি অথনিৰে পৰা? ইফালে কাম কৰি কৰি ইহঁত হায়ৰাণ।'

'কাইটি, মই-খেৰ গোটাই থৈয়েই গৈছো নহয়।'

'বাৰু হ'ব। এতিয়া ভিতৰলৈ যা। ভাত-পানীত লাগগৈ।'

তম্বুৰ সমুখত প্ৰকাণ্ড জুই একুৰা জ্বলাবলৈ যা-যোগাৰ কৰা হৈছে। ল'ৰাকেইটাই ভাত-পানী ৰন্ধা-বঢ়া কামত লাগিছে। কালি পহু এটা মৰা হৈছিল। আজি তাৰে অকণমান আছেগৈ। আজি আকৌ হাইঠা চৰাই দুটাও মাৰি আনিছে। ৰজা আগবাঢ়ি আহি ভাত ৰন্ধাত লাগিলেহি। হাতীকেইটা তম্বুৰ ওচৰৰ ডাঙৰ ডাঙৰ গছ চাই বান্ধি থোৱা হৈছে। সিহঁতৰ মুখৰ আগত বনৰীয়া কলগছৰ দ'ম। বাহিৰত জুইকুৰা জ্বলোৱা হৈছে। ৰহমত আৰু ভদ্ৰেশ্বৰ জুইকুৰাৰ ওচৰত বহি আছে। ৰামেশ্বৰে সিহঁতৰ নিচা ভঙাৰ যা-যোগাৰ কৰিছে। ৰজাই নিচা মুখত নিদিয়ে। কলীয়াই এদিন কৈছিল, 'হাবিত হাতী ধৰিবলৈ আহিছু, নিচা ভাং নকৰিলে কেনেকৈ হ'ব?'

'নহয় অ' কলীয়া কাইটি' ৰজাই কৈছিল, 'মোৰ পাণ-তামোলৰ নিচাহে। পাণ-তামোলৰ নিচা হ'লে ইবোৰ নিচা নেলাগেই।' পিছে এতিয়াহে ভাবে, তাৰ নিচা বুলিবলৈ পাণ-তামোলৰো নহয়। হাবিত হাবিৰ নিচা, ঘৰত, ঘৰৰ। ইয়াত হাতীজাকৰ নিচা, ঘৰত পথাৰখনৰ নিচা। গাঁৱত লগ-সঙ্গৰ নিচা, ঘৰৰ ভিতৰত বুঢ়ীজনীৰ নিচা।

খামাৰিত লখীমাইক বন্ধা আছে। সন্ধিয়া নিচা খাই উঠি কলীয়াই লখীমাইৰ ওচৰলৈ গৈ তাইক শিকনি-বুজনি দিবগৈ। ভাত-পানী হৈ যোৱাৰ পিছত ৰজাও গৈ খামাৰিৰ ওচৰ চাপিবগৈ। লখীমাইক বৰকৈ খাবলৈ দিয়া হোৱা নাই। তাইক লাহে লাহে দুৰ্বল কৰি অনাৰ ব্যৱস্থা কৰা হৈছে। দুৰ্বল হ'লেহে তাই শিকনি ল'ব।

খামাৰিত বন্ধাৰ পিছুত সবল হৈ থকালৈকে হাতী পোৱালিটো বলাব পৰা নেযায়। লখীমাইকো নগৈছিল। তেতিয়া বৰ শাস্তি দিয়া হয়। ৰজা প্ৰথমবাৰৰ বাবে হাতী ধৰালৈ আহিছে। আৰু লখীমাইক দিয়া শাস্তিৰ ভয়াবহতা দেখি তেতিয়াই সি মুক্তিৰ কথা ভাবিবলৈ লৈছিল। মানুহৰ যি খুচি তাকে কৰিব পৰা স্বাধীনতাৰ পৰাহে বনৰীয়া জীৱ-জন্তুক মুক্তি লাগে। ইয়াত স্বাধীন কোন? মানুহ নে বনৰীয়া জীৱ-জন্তু? মানুহৰ স্বাধীনতাৰ পৰা বনৰীয়া জীৱ-জন্তুক মুক্তি লাগে। সেয়ে এই মুক্তিক সি স্বাধীনতাৰ পৰা মুক্তি বুলি গণ্য কৰিছিল।

ঘাঁচী ল'ৰা দুটা লগত লৈ কলীয়া খামাৰিত। সোমাইছেগৈ। ৰহমত আৰু ভদ্ৰেশ্বৰৰ সৈতে বাকী মাউত এটাও জুইৰ ওচৰতে বহি আছে। এলুমিনিয়ামৰ গিলাচত সিহঁতে বটলৰ পানী ঢালিছে। অথনিতেই ৰজাই সিহঁতক পহুৰ মাংসৰ ভজা আলুগুটি দুচকলমানৰ সৈতে দি থৈ আহিছে। সেইখিনি শেষ হ'ব পায়। ৰহমতে জুইৰ পৰা খুঁচৰি খুঁচৰি বনৰীয়া আলুকেইটামান উলিওৱা ৰজাই দেখিছিল। কাঁহীৰ লোণ জলকীয়া চেলেক মাৰি পোৰা আলুগুটিৰে সিহঁতে বটলৰ পানী খাইছে। এতিয়াৰ পৰা পোৰা আলু আৰু লোণ জলকীয়াৰেই বটলৰ পানী চলিব। কলীয়া হিচাপত চলে। হিচাপৰ বাহিৰত সি একাঞ্জুলো বেছিকৈ নেখায়। কিন্তু ৰহমতৰ

কোনো হিচাপ নাই। বটলৰ পানী শেষ হ'লে সি হয়তো ভাওৰ চিলিমো হাতত লব পাৰে। আৰু ভাত-পানী নোখোৱাকৈ শেষত জুইৰ ওচৰতে ৰাতিৰ ৰাতিটো পৰিও থাকিব পাৰে। হিচাপৰ বাহিৰলৈ যোৱা ৰহমতৰ এই স্বভাৱটো কলীয়াই কৈ কৈ এৰুৱাবগৈ নোৱাৰিলে।

কলীয়া থামাৰিৰ ভিতৰত। ৰজাও গৈ থামাৰি পালেগৈ। ল'ৰা এটাই জোৰ একুৰা জ্বলাই আনিছে। কলীয়াই হাতী চটোৱা নাম গাই গাই লখীমাইক শিকনি দিব।

লখীমাইৰ সৰু সৰু চকু দুটাত ত্ৰাসৰ চিন। তাইৰ কিজানি কলীয়ালৈ বৰ ভয় লাগিছে। কেবাদিনো বান্ধোনত থকা বাবে, পেট ভৰাই আহাৰ খাবলৈ নোপোৱাৰ বাবে, অচিনাকি জীৱন আৰু অচিনাকি জীৱন যাত্ৰা লৈ থকা ত্ৰাসৰ বাবে তাইক বৰ বিবশ যেন লাগিছে। কেবাদিনো বুকু পিঠি, আৰু ঠেঙত শিকলিৰে আটি আটি বান্ধি থোৱাৰ ফলত ঘঁহনি খাই খাই তাইৰ গাত ঘা লাগিছে। ঠেঙৰ ঘাডোখৰ বেছি ডেগডেগীয়া হৈ পৰিছে। মাখিয়ে কণী পাৰিব পাৰে বুলি ভাবি কলীয়াই কেবাদিনো পাণৰ ঠাৰিৰে চেঙা তেলো মাৰি দিছে। এদিন কটাহী পুৰিও দিছে। ঘা ভাল হোৱাগৈ নাই। কলীয়াৰ চিন্তা লগা নাই। চিন্তা লাগিছে ৰজাৰহে। ঠেঙৰ পৰা শিকলিডাল খুলি দিলেই ঘা ভাল হৈ আহিব। এতিয়া মাখিয়ে কণী পাৰিব নোৱৰাকৈ ৰাখিলেই হ'ল। ঠেঙৰ পৰা শিকলি খোলাৰ পিছত সি বন দৰব দি লখীমাইৰ ঘা ভাল কৰি ল'ব। শিকলিডাল খোলাৰ পিছতো যদি তাইৰ মনত আৰু এটা ঘা থাকি যায়? তাই যদি মানুহৰ স্বাধীনতাৰ পৰা মুক্ত হ'ব খোজে?

কলীয়া লাহে লাহে লখীমাইৰ ওচৰ চাপিল। ত্ৰাসত তাই তাইক বান্ধি থোৱা গছ জোপাৰ আঁৰ ল'লেগৈ। বেচেৰী অসহায় হাতীজনী! মানুহ এটাই দুহাতেৰে গৱা মাৰি ধৰিব পৰা বেৰৰ গছ এজোপাইনো হাতী এজনীক লুকুৱাব পাৰেনে? মানুহৰ নিৰ্দয় চকুত গছৰ পাত খোৱা অজলা হৰিণটো সাৰি নেযায়। বিলৰ পাৰত চৰি থকা উৰণীয়া চৰাই এটাও উৰি গৈ গছৰ আঁৰত লুকাব নোৱাৰে; বান্ধি চাটি থোৱা হাতী এজনীক গছ এডালে কি লুকুৱাব? এইকেইদিন শিকনি দিওতে লখীমাইক খুঁচি কাটি, জ্বলা জোৰ গাত লগাই দিয়া শাস্তিৰ ফলত তাইৰ গোটেই গাতে আঘাতৰ চিন। প্ৰতিৰোধ কৰিবলৈ চেষ্টা কৰিও জীৱশ্ৰেষ্ঠ মানুহক বলশ্ৰেষ্ঠ হাতীয়ে কোনোদিনেই ৰোধ কৰিব পৰা নাই। শিকলিত ভৰি দিয়াৰ পিছত শিকলি খোলাৰ চেষ্টা কৰিব পাৰি হয়, উপায় থাকেগৈনে?

কলীয়াই লখীমাইৰ গাত হাত দিলে। খঙেৰে নহয়, মৰমেৰে। তাই গাটো জোঁকাৰ মাৰি উঠিল। বিষ চাগৈ। বান্ধোনৰ বিষ, বন্দীত্বৰ বিষ। মৰমৰ হাত বুলনিয়েহে চাগৈ সেই বিষ উপশম কৰিব পাৰিব। তাইৰ সৰু সৰু চকু দুটাৰে অবিৰাম পানী বাগৰি আছে। লাহে লাহে ৰজাৰ মনটো বিমৰ্ষ হৈ আহিবলৈ ধৰিলে। সি আৰু ওচৰ চাপি গৈ মৰমেৰে মাত দিলে, লখীমাই—লখীমাই—লখীমাই।

হাবিখন ৰজনজনাই গ'ল নেকি? আকাশ চিৰাচিৰ হোৱাকৈ কোনোবাই ৰিং মাৰিলে নেকি? নে মাটিত ভূইকঁপৰ জোঁকাৰণি উঠিল? কি হ'ল? ৰজা উচাপ খাই উঠিল। হাবিখন ক'ৰ? ভিতৰৰ নে বাহিৰৰ? আকাশ আৰু মাটি? বাহিৰৰ নে ভিতৰৰ? আজি কেইদিনমানৰ পৰা ৰজাৰ কি হৈছে? বাহিৰৰ হাবিখন তাৰ ভিতৰলৈ আহিছে, ভিতৰৰ শূন্যতাবোধ বাহিৰলৈ ওলাই গৈছে। কোনে বিতৰৰ পৰা মাতি থাকে লখীমাই বুলি? লখীমাই বুলি মতা মাতষাৰ শুনিলেই কিয় তাৰ গাটো জিকাৰ খাই উঠিব লাগে? এইজনী লখীমাই কোন? ৰজাৰ মনৰ মাজত আজি কিছুদিনৰে পৰা হাতী এজনীয়ে দপ্‌দপাই মহতিয়াই আছিল। ৰাতি সি সেইজনী হাতীৰ উৎপাতত কেবানিশাও শুব পৰা নাই। হাতীজনীয়ে ৰাতি ঘৰৰ পদূলি পাৰ হৈ এখোজ-দুখোজকৈ আঁহি চোতালত ৰয়হি। তাৰ পিছত ভঁৰালঘৰলৈ সোমাই যায়। কেতিয়াবা পাগঘৰলৈ। কেতিয়াবা সিহঁতৰ চোতালখন পাৰ হৈ বাৰী পায়গৈ। কেতিয়াবা হাতীজনী তাৰ শৰীৰটোৰ ভিতৰলৈকো সোমাই আহে আৰু তাৰ শৰীৰটো ভাঙি-ছিঙি ছিন্ন-ভিন্ন কৰি পেলায়। ৰজা ৰাতি তাৰ শোৱা পাটীত শুব নোৱাৰে। হাতী এজনী শুই থাকেহি। তাৰ ভালো লাগে, ভয়ো লাগে। গাটোত এটা সিৰসিৰণি উঠে। গোটেই গা ঘামত তিতি জপজপীয়া হয়। পিয়াহত অণ্ঠ-কণ্ঠ শুকাই সি পানী খাবলৈ বিচাৰে। আৰু দেখে হাতীজনীয়ে তালৈ পানী এবাটি আগবঢ়াই দিছে। এইজনী হাতীয়েই সেইজনী হাতী হয়নে? তাইৰো নাম লখীমাই হয়নে? কিন্তু সেইজনী হাতী এইজনী হাতীৰ দৰে ইমান ত্ৰাসিত নহয়। সেইজনী হাতীৰ চকুত আকুলতা আছিল, কাৰুণ্য নাছিল। প্ৰেম আছিল, অবিশ্বাস নাছিল। হৃদয় আছিল, আত্মবিশ্বাস আছিল— নিৰাশ্ৰয় হোৱাৰ ভয় নাছিল। আশা আছিল, হতাশা, ক্ৰোধ আৰু অসহায়তা নাছিল। ৰজাই নিজৰ বুকুতে হাত দি চালে, আছেনে, হাতীজনী ইয়াতে আছেনে? মোৰ বুকুতে চিৰদিন সোমাই থকা মোৰ লখীমাই। তোৰ বিশ্বাস, তোৰ প্ৰেম আৰু আশাৰ মই মূল্য দিম। মোৰ মৰমৰ শিকলিৰে তোক আষ্টে-পৃষ্ঠে বান্ধি থ'ম। ত্ৰাস আৰু অমুক্তিৰ লোহাৰ শিকলিৰে নহয়।

কলীয়াই লখীমাইৰ গাটোত হাত ফুৰাই আছে। কলীয়াৰ পিছতে হাতত দুকুৰা জোৰ লৈ আলধৰা ল'ৰাকেইটা। পোনতে সিহঁতে লখীমাইৰ ওচৰ চাপিবলৈ ভয় কৰিছিল। লখীমাই বান্ধোনত আছিল— তথাপিও ভয়, এতিয়া আৰু ভয় নকৰে। লখীমাইৰ শক্তি কিমান তাৰ উমান সিহঁতে পাইছে। শক্তিলৈহে মানুহে ভয় কৰে। শক্তিহীন নিৰ্বলীলৈ কোনে ভয় কৰিব?

লখীমায়ে চটফটাই আছে। তাইৰ চকুৰ পৰাই নহয় সৰ্বশৰীৰৰ পৰাই ক্ৰোধ ছিটিকি পৰিছে। কলীয়াই তাইৰ গাত হাত ফুৰাইছে, মুখৰ আগত কুমলীয়া ঘাঁহ এমুঠি দিছে। মাজে মাজে খুঁচিছে বা জ্বলা জোৰটাৰ তাইৰ গাত লগাই দিছে। লখীমায়ে চিঞৰিছে। তাই চিঞৰিলে কলীয়াই কিবাকিবি কৈ আকৌ মৰমেৰে

তাইৰ গাত হাত বুলাইছে। তাইৰ কাণৰ ওচৰত তাইৰ নামটো বাৰে বাৰে মাতিছে, লখীমাই—লখীমাই— লখীমাই—। মাজে মাজে ফুচফুচাই, মাজে মাজে ডাঙৰকৈ। গছত ঠেকা খাইছে, নৈৰ পানীত সাঁতুৰিছে, আকাশত বলাইছে, হাবিত পাকঘূৰণি খাইছে, গছত বগাইছে—এটা মাথো নাম। এটা শব্দ, বৰ শক্তিশালী শব্দ, লখীমাই। মই তোৰ নাম থ'লো লখীমাই। লখীমাইক বশ কৰিব, পৰা নাই। গুৰুত উদ্দেশ্যে প্ৰণাম জনাই কলীয়াই মন্ত্ৰ মাতিছে—

'আচমান বিচমান তিলচিত
ৰিদবিন ৰচুল উল্লাহ
নিশ্চিত গুৰুৰ ডাক মান্তি হৈ পৰ,
মোৰ হাক, গুৰুৰ ডাক যদি বাক্য লৰচৰ কৰ,
ব্ৰহ্মাচক্ৰত পৰি মৰ।'

লখীমাইৰ গাত তিনিবাৰ হাত ফুৰাই সি দূৰলৈ গৈ থু এসোপা পেলাইছে। এইটোৱেই নিয়ম। থু পেলাই সি লখীমাইৰ গাৰ বনৰীয়া অপদেৱতা খেদাইছে। লখীমাইৰ আগত জোং এডাল লৈ কলীয়া, পিছে পিছে জোৰ লৈ আলধৰা ল'ৰাকেইটা। লখীমাইৰ প্ৰয়োজন অকল প্ৰেম। এতিয়া অকল প্ৰেমৰ বাহিৰে তাইক আন একোৱেই বলাব নোৱাৰে।

হাতীৰ স্মৃতিশক্তি আছে। মনত ৰাখিব পাৰে। লখীমায়ে বাৰু তাইৰ হাবিতলীয়া মুকলিমূৰীয়া দলবদ্ধ জীৱনটোৰ কথা ওৰেটো জীৱন মনত ৰাখিব পাৰিবনে? তাইক মাজে মাজে হাবিতলীয়া জীৱনৰ সুখ আৰু আনন্দ, আশ্বাস আৰু স্বাধীনতাই আমনি নকৰিবনে? যিদৰে এজনী তিৰোতা মানুহে বুঢ়ী হৈ নিজৰ ঘৰ এখন হৈ যোৱাৰ পাছতো, সেইখন ঘৰ 'আমাৰ ঘৰ' বুলি ক'লেও 'আমাৰ ঘৰ' বুলি নিজৰ শৈশৱ কটোৱা মাকৰ ঘৰখনৰ কথাকে বুজায়, লখীমাইৰ বাবেও বাৰু হাবিখন চিৰদিন 'আমাৰ ঘৰে'ই হৈ থাকিবলৈ নেকি?

'আমাৰ বাৰী তোমাৰ বাৰী
মধ্যে হীৰাৰ নদী,
হাত ধৰিয়া কৰব পাৰ
জলে ডুবা নাৰী—'

ভাটিয়ালী আৰু বিয়ানামৰ মিশ্ৰিত সুৰত গোৱা হাতী চটোৱা নাম। এই সুৰৰ নামবোৰ শুনিলে হাতীজনীয়ে আশ্বাস এটা পায়। ভয় ভাগে। শিকনি লয়। এজনী পানীত পৰি থকা অসহায় নাৰীক হাতত ধৰি উদ্ধাৰ কৰাৰ কথা। ঠিকেইতো। অসহায় মানুহৰ বাবেইতো সহায়ৰ আগবঢ়াই দিয়া হাত। দুখী জীৱনৰ বাবেইতো ভালপোৱাৰ বৰষুণ। পৃথিৱীখন অকল প্ৰেমৰ বাবেই হোৱা হ'লে কি বেয়া কথা আছিল। অকল প্ৰেমৰ বাবেই জোন-বেলি ওলালেহেঁতেন, ফুল ফুলিলেহেঁতেন,

চৰায়ে গান গালেহেঁতেন, গছে গছে ৰসাল ফলে বতাহত ঠেওকি ধৰি নাচিলেহেঁতেন। আঃ। ৰজাৰ মনটোও কলীয়াৰ হতী চটোৱা নামৰ সুৰে সুৰে আন্দোলিত হ'বলৈ ধৰিলে। তম্বুৰ বাহিৰে-ভিতৰে থকা হাতী চিকাৰী দলটোৰ পোন্ধৰ-বিশজন মানুহৰ গালৈ যেন হঠাতে তেজ উঠি আহিল। কোনোবাই নামৰ সুৰে সুৰে নাম গালে। জুইৰ ওচৰত বহি থকাকেইটাই জুইকুৰাৰ চাৰিওফালে ঘূৰণীয়া হৈ হালিজালি নাচিবলৈ লাগিল। সিহঁতৰ হাতী চটোৱা নামবোৰ শুনি ৰজাৰ লাজ লাগিবলৈ ধৰিলে। লাজ কথাবোৰকে সিহঁতে কিমান নিঃসঙ্কোচে গাইছে। হাবিৰ মাজ... ...ীয়া জীৱনৰ আদি ৰসৰে প্ৰভাৱ বেছি। কিহৰ লাজ? হাবিখনেই এখন আঁৰ কাপোৰ হৈ লাজ আৰু সঙ্কোচ ঢাক খুৱাই দিয়ে। হাবিৰ মাজত লাজ নাই, সংকোচ নোহোৱা হয়, দুখবোধ থকাৰো উপায় নাথাকে। হাবিৰ নিয়ম মতে ইয়াত আনন্দ আৰু ভালপোৱাৰহে স্থান।

কলীয়াই গাই আছে, 'ফান্দ দিলাম, ফান্দলা দিলাম' তোক মই ফান্দ আৰু ফান্দলা দিলো। কিন্তু তইতো নেজান তোক ধৰিবলৈ আহোতে মোৰ ঘৰৰ মৰমিয়াল মানুহজনীয়ে কিমান দুখ কৰিছিল।

হয়তো, ৰজাই নিজেও জানে। এসপ্তাহমানৰ আগৰে পৰাই কলীয়াৰ ঘৈণীয়েকৰ মনটো ডাৱৰে ঢাক খুৱাই থোৱা আকাশখনৰ দৰে কাৰুণ্যৰে ঢাক খাই আছিল। দুখ কৰিব নেপায়। সেই বাবেহে তাই দুখ কৰা নাছিল। কলীয়াই হাঁহি এটা মাৰি তাইক কৈছিল, 'ঘূৰি আহিমগৈ।' আচলতে কথাটো ভিতৰি ভিতৰি এনেকুৱাহে আছিল, 'ঘূৰি আহিবগৈও পাৰো, নাহিবগৈয়ো পাৰো। ঘৰ-দুৱাৰ, ল'ৰা-ছোৱালী তোক চমজালো।' তাৰ বোধহয় ঘৈণীয়েকৰ পিঠিখনত হাতটো থ'বৰ মন গৈছিল, বা ঘৈণীয়েকৰে চাগে তাৰ বুকুত মূৰটো থৈ দীঘল উশাহ এটা ল'বলৈ মন গৈছিল। নহ'ল। ওলাই অহা সময়ত ঘৈণীয়েকৰ স্পৰ্শই তাক আনন্দিত কৰা কথা আছিল; কিন্তু নিয়ম নাই বাবে সি বিৰত হ'ল।

বিহলঙনিৰ পাত, ভেটাই তিতা, ভলুকা বাঁহৰ পাত, চেকনি পৰুৱা, ম'হৰ গোবৰ মাছৰ তিতা, বিহ নিমখ, জালুক, মেৰমেৰী লতাৰ পানী তিনদিন সিজাই সেই পানীৰে কলীয়াই লখীমাইৰ গাটো মালিচ কৰি আছে। এইকেইদিনৰ কষ্টত তাইৰ গাত বিষ হ'ব পায়। দৌৰি ঢাপৰি ইফালৰ পৰা সিফাললৈ ঘূৰি ফুৰিবলৈ নোপোৱাৰ ফলত তাইৰ গা জঠৰ হৈয়ো যাব পাৰে। জঠৰ হৈ গ'লে বেয়া কথা হ'ব। গাৰ বিষ কাটিবলৈ আৰু জঠৰতা ভাঙিবলৈ এই ব্যৱস্থা আৰু কিছুদিন তাইৰ শিক্ষা জীৱন চলাই থকা হ'ব। তাৰ পিছতহে তাই বনৰীয়াৰ পৰা ঘৰচীয়া হ'ব। কলীয়াই গাটো মালিচ কৰি দিয়াত তাই আৰাম পাইছে। মালিচ কৰাৰ লগে লগে সি হাতী চটোৱা নাম এটাও গাই আছে ঃ

আগেত যা মাই
আগেত যা,
ধীৰে ধীৰে আস্তে আস্তে
আগেত যা।
চতালাত যাই মাৰিলু খুঁটি
চাহ, পিঠা নেদা মানে নাযাওঁ উঠি
ধীৰে ধীৰে আস্তে আস্তে
আগেত যা।
উধান পাতি বহালু চৰু
চাউল নেদলে ৰান্ধিবা নৰু
ধীৰে ধীৰে আগেত যা।
তালিৰ চালত উঠিল পুই
উধানৰ তলত দিলাক জুই
ভাত সিজি হ'ল পানী
শহুৰৰ জীয়াকক আন টানি
ধীৰে ধীৰে লাহে লাহে আগেত যা—

কিযে নিপুণ কাইটিৰ হাতখন। ৰজাই মনতে ভাবিলে। ইমান ধুনীয়াকৈ লখীমাইক মালিচ কৰিছে। আৰাম পাই লখীমায়ে শুঁৰডাল মেলি কলীয়াৰ গাত লগাই দিছে। তাই বেধহয় চিনি পাইছেগৈ। এনেকৈয়ে আহি লখীমাই ঘৰচীয়া হ'বগৈ। তাইৰ পৰিবৰ্তন কৰা হ'ল। যেন পাটগাভৰু ছোৱালী এজনীক মাহ-হালধিৰে গা ধুৱাই গাভৰু কৰা হ'ল, গাভৰু এজনীক মাহ-হালধি সানি বোৱাৰী কৰা হ'ল। প্ৰশিক্ষণ শেষ হোৱাৰ পিছতে বনৰীয়া লখীমাই ঘৰচীয়া হ'বগৈ। সৰু সৰু ল'ৰা-ছোৱালী উঠি কাণে-মূৰে ওলমি থাকিলেও তাই আমনি নোপোৱা হ'বগৈ, চাৰিও ঠেং জুটি লোহাৰ শিকলিৰ বাগুা নেমাৰিলেও হ'বগৈ। তাই ঘৰখনৰ প্ৰয়োজনীয় সদস্য হ'বগৈ। মানুহেই হ'বগৈ তাইৰ লগ, তাইৰ আশ্ৰয়।

বনৰ বনৰীয়া জীৱৰ লগ-সঙ্গ আশ্ৰয় যদি মানুহ হ'ব পাৰে, মানুহৰ লগ-সঙ্গ আৰু আশ্ৰয় মানুহ হ'ব নোৱাৰিব কিয়? কিয় নোৱাৰিব? সি কাৰ লগত আছে? তাৰ মাকক সি কাৰ লগত এৰি থৈ আহিছে? মাকৰ অসুবিধা হৈছে নেকি চাগৈ? সৰু সোণে মাকৰ হাতত পইচা কেইটামান দি থৈ অহাৰ কথা। ৰেৱতী বা আহিছেনে নাই। আহিছে চাগৈ, ৰেৱতীৰ কথা মনলৈ অহাৰ লগে লগেই তাৰ চাৎকৈ মনত পৰিল— ফুলবছা কাঠী। এইবাৰ ইয়াৰ পৰা গৈয়েই এবোজা ফুলবছা কাঠী চাঁচি নি ৰেৱতীহঁতৰ ঘৰৰ চোতালত পেলাই থৈহে সি অইন কামত হাত দিব। কি যে হৈছে, কথাবোৰ মনতেই নেথাকে।

লখীমায়ে এতিয়াও বৈশ্যতা স্বীকাৰ কৰিব খোজা নাই। তাই খাবলৈ বাদ দি আমৰণ অনশনহে কৰিব খুজিছে নেকি? ইতিমধ্যেই তাইক যথেষ্ট শাস্তিও দিয়া হ'ল। কাণ এখনত ঘা লাগিছে। লোহাৰ জোঙেৰে খোঁচাৰ ফল। পুৰণি ঘা শুকুৱাই নাই; নতুন নতুন ঘা লাগিয়েই আছে। ঘাৰ পৰা কেঁচা তেজ ওলাই আহিছে। কলীয়াক কিছু চিন্তিত যেন দেখা গ'ল। সি খামাৰিৰ পৰা ওলাই আহিল। কলীয়া আহি জুইৰ ওচৰত বহিলহি আৰু জুইৰ ওচৰত বহি ভাঙৰ চিলিম হুঁপি থকা ৰহমতৰ হাতৰ পৰা ভাঙৰ চিলিমটো লৈ হুঁপিবলৈ লাগিল।

অইন মানুহে নিচা ভাং কৰিলে কথাই মুখত আখৈ ফুটে। থলৰ থলৰ কথাই চৌদিশ ৰজনজনাই থাকে। ৰহমতৰ কথাটো ওলোটা। নিচা নকৰিলে সি কথা পাতে, নিচা কৰিলে মনে মনে থাকে। ৰজাও আহি জুইৰ ওচৰত বহিলহি। জাৰো পৰিছে বেছি। ৰহমত মনে মনে আছে। ৰজাই কলীয়াৰ মুখলৈ চালে। কলীয়াই অথনিৰে পৰা কিবা চিন্তা কৰি আছে। সি কি চিন্তা কৰি আছে সুধিবলৈ ৰজাৰ ভয় লাগিল। ৰহমতে কিবা এটা সোধা হ'লেও। নাই, ৰহমতৰ চকু মুদ খাই আছে। অথনিৰে পৰা নিচা কৰিয়েই আছে। বটলৰ পানী শেষ কৰি ভাঙৰ চিলিম লৈছে। ই মৰিবই নেকি আজি। ইমান নিচা খালে মানুহ কেনেকৈ বাচি থাকে? ৰজাই এবাৰ কলীয়াৰ মুখলৈ চাইছে, এবাৰ ৰহমতৰ মুখলৈ। তাৰ আমনি লাগিবলৈ ধৰিলে, আৰু নিচা নোখোৱাকৈয়ে নিচা খোৱা মানুহৰ দৰে চকু দুটা মুদ খাই আহিল। 'হুম', দুবাৰখন খোল খালে। 'কি হ'ল কাইটি?' ৰজাই সুধিলে। ৰহমতে চকু মেলাই নাই। সি বোধহয় একো শুনাও নাই।

'কথাটো এতিয়াহে বুজিছো। ইইঁতে বোধহয় বাহিৰ ফুৰি ভালদৰে মাটি-পানী নোলোৱাকৈ, বা গা-পা নোধোৱাকৈ খামাৰিত সোমাইছিল, নহ'লেবা।'

'কি হ'ল? উৎকৰ্ণ ৰজাই সুধিলে।

'হাতীজনী বশ হোৱা নাই। ইমান দিনে হাতী বশ হ'ব লাগিছিল।'

'এৰা' হাতী বিশেষজ্ঞৰ দৰে ৰজাই শলাগিলে।

ৰহমতৰ চকু মেল খোৱাই নাই। তাৰ মুখত কথাও নাই। এইবাৰ কলীয়াৰ মুখতো কথা নোহোৱা হ'ল। কথা কি? ৰজা কিছু চিন্তিত হৈ পৰিল। লখীমাইক বশ কৰিব পৰা নেযাবই নেকি? জুইকুৰা আগুৰি বহি থকা বাকী মানুহবোৰ দেখোন মনে মনে আছে, কথা কি? গছৰ পাতৰ পৰা নিয়ৰ পৰাৰ শব্দ হৈছে। হাবিৰ মাজত ক'ৰবাত বনৰীয়া জীৱ-জন্তুৱে চিঞৰিছে।

'ৰহমত' কলীয়াই মাতিলে। কলীয়া বৰ ফান্দী। ৰহমত কলীয়াৰ পিছৰ। কলীয়াৰ মাতত হুকুমৰ সুৰ এটাও শুনা গ'ল। ৰহমতে মুখেৰে মতা নাই। কিন্তু পুৱাৰ প্ৰথম বেলিটোৰ দৰে টিকটিকীয়া ৰঙা হোৱা তাৰ ৰঙা চকু দুটা মেল খালে।

'ৰহমত', কলীয়াই আকৌ মাতিলে। আকৌ তাৰ মাতত ওপৰৱালা বিষয়াৰ হুকুম আৰু কৰ্তৃত্বৰ সুৰ শুনা গ'ল।

'তই বাৰু কি বুলি ভাব? তোৰ কিবা এটা মনে ধৰিছেনে?' পুৱাৰ টিকটিকীয়া ৰঙা বেলিটো ডাৱৰৰ মাজত সোমাইছিল। ৰহমতৰ মুখখন এই সময়ত খোল খোৱা কঠিন। কিন্তু ৰজাৰ ভাব হ'ল, খুব চুটিকৈ হ'লেও ৰহমতে কিবা এটা ক'ব।

'গোন্ধাইছে নেকি?'

'গোন্ধাইছে। বাৰু হ'ব। মই পাই গ'লো। হাতীৰ গাত চুৱা লাগিছে।' তাৰ পিছত সি জুইকুৰাৰ চাৰিওফালে বহা অইনবোৰলৈ চাই সুধিলে, 'আজি কি বাৰ, তহঁতে ক'ব পাৰহঁতনে?'

আজি কি বাৰ, আজি কি বাৰ? সকলোৱে হিচাপ কৰিবলৈ ধৰিলে। দিন-বাৰৰ হিচাপ পাহৰি গৈছে সকলোৱে। হাবিৰ মাজত হিচাপৰ ভুল হয়েই। ইয়াত বেলি ওলোৱা আৰু বেলি ডুব যোৱা, এই দুটাই সময়ৰ জোখ। বাকী জোখ মতে সময় নচলে। এটাই দৌৰ মাৰি গৈ কঁঠাল গছজোপাৰ ওচৰ পালেগৈ। কঁঠাল গছজোপাৰ গাত সি কটাৰীৰে দৈনিক আঁক এটা মাৰি থয়। হিচাপ কৰি সি ক'লেহি, 'আজি শুকুৰবাৰ।'

'কাইলৈ তেনেহ'লে শনিবাৰ।' কলীয়াই ক'লে, 'হাতীৰ চুৱা ভাঙিব লাগিব।'

নামেৰীৰ হাবিৰ মাজেৰে বগুৱা বাই বাই ৰাতিটো বাগৰি বাগৰি গুটি গ'ল। পূবৰ পৰা পশ্চিমলৈ গ'ল নে, পশ্চিমৰ পৰা পূবলৈ গ'ল? ভাত-পানী খাই বাকীবোৰ শুলেগৈ। ৰজা আৰু তিনিটা ল'ৰাই জুইকুৰাৰ চাৰিওফালে বহি বহি পহৰা দিবলৈ লাগিল। কাক পহৰা দিছে। ৰাতিটোৱেহে কিজানি সিহঁত গোটেইকেইটাকে পহৰা দি থাকিবলৈ ধৰিলে। লগৰ ল'ৰাকেইটাই বিজুনাম জুৰিলে। ৰজাই শুনি থাকিল। ৰাতিটোৱে খিলখিলাবলৈ ধৰিলে। ৰজাই শুনি থাকিল। গছ-বনবোৰে টোপনিতে বাগৰ সলালে, ৰজাই মাথো শুনি থাকিল। পৰে পৰে নিশাটো চৰাইৰ মাত হ'ল; ভৰলীৰ পানী বৈ যোৱাৰ শব্দ হ'ল; কঁঠাল গছজোপাৰ পাতৰ পৰা নিয়ৰৰ টোপাল হ'ল, ৰং সলোৱা আকাশখন হ'ল, ৰজাই মাথোঁ পহৰা দি থাকিল।

## ।। চৌবিশ ।।

ৰহমত হাবিৰ মাজলৈ গৈছিল। পহু-চহু কিবা পালেও পাব, নহ'লে এপাক এনেয়েই ঘূৰি-পকি আহিব। হাতী নমাই নাই। এমাহমানেই হ'ল কিজানি, হাতীজাক আৰু নো কেনি গ'লগৈ। সৰু সোণ ঘৰৰ পৰাও আহিল; তাৰ আমনি লাগিছে হ বলা। আহি দুৰাতিমান থাকি আকৌ গ'লগৈ। যোৱাৰ আগতে কলীয়াক কৈ গ'ল, 'হাতী নেপালেও নাই। ৰৈ থাকিব নেলাগে। খোলা সামৰি গুচি যোৱাই ভাল—।' কলীয়াইহে আৰু দহদিনমান বাট চোৱাৰ কথা কৈছে। তাৰ পিছতে হাতী ধৰিব পাৰিলেও নোৱাৰিলেও খোলা সামৰি সিহঁত যাবগৈ।

লখীমাই চিকুণ হৈছে। কলীয়াই কৈছে, 'এইজনী বৰ জাতি হ'বগৈ, চাবি—।' চুৱা লাগোতে কলীয়াই বৰ ভয়েই পাইছিল। এনেকৈ চুৱা লগা হাতী কেতিয়াবা বান্ধোনতে মৰে। হাতী বান্ধোনত মৰাটো দলটোৰবাবেই বৰ অশুভ আৰু লজ্জাজনক কথা। পিছে একো নহ'লগৈ। শনিবাৰৰ দিনা কলীয়াই লখীমাইৰ চুৱা ভাঙিলে। সি হাবিৰ মাজৰ পৰা বিচাৰি বিচাৰি আনিলে বেলপাত, তুলসীৰ পাত, আৰু দুবৰি বন। শনিবাৰৰ দিনা ৰাতিপুৱাই সি নিজে গা-পা ধুই পাতকেইটা পানী একলহত তিয়াই থ'লে। আৰু সেই পানীৰে লখীমাইক গা ধুৱালে, গা ধুৱাওতে সি মন্ত্ৰ মাতি থাকিল ঃ

'এলকা পানী বেলকা পানী  
তাতে গা ধুই গোসাঁই গোসাঁনী  
গোসাঁই গোসাঁনী বুলিম তোক  
এচলু পানী দিয়া মোক  
ৰামে দিলে পানী,  
সীতা হ'ল শান্তী  
মাউতৰ নাম ৰহমত  
ফান্দীৰ নাম কলীয়া  
লখীমাই হাতীৰ ৰহমত মাউত,  
ভগীৰথ মালিকৰ হাতীৰ চুৱা কাটো—

সেই চুৱা সাগৰলৈ যোৱা—' পানীখিনিৰ এচলু সি মুখত ল'লে আৰু লখীমাইৰ মূৰৰ পৰা নেজলৈ ফু মাৰি পানীখিনি পেলালে। এনেকৈ সি তিনিবাৰ তিনিচলু পানী মুখত ল'লে, আৰু তিনিবাৰ ফু মাৰি একেধৰণৰেই পানীকেচলু পেলালে। খামাৰিৰ ওচৰৰ কেচেৰু গছজোপাত আঁউজি ৰজাই তাৰ গোটেই কামটো চাই থকিল।

খামাৰিৰ পৰা ওলাই আহি কলীয়াই গোটেই দলটোৰে চুৱা কাটিবলৈ লাগিল। সি বহুত কথা জানে। দেখিলে একো এটা নজনা এই কলীয়া ফান্দীৰ পেটত ইমানবোৰ জ্ঞান সোমাই আছেনে? ৰজা কিছু আচৰিত হ'ল। ৰজাৰ আগতেও কলীয়াৰ প্ৰতি শ্ৰদ্ধা আছিলেই, এতিয়া সেই শ্ৰদ্ধা বাঢ়িবলৈ ধৰিলে, কলীয়া যেন হাবিৰ মাজৰ এজোপা প্ৰাচীন আৰু বিয়াগোম শাল গছহে। দেখিলেই শ্ৰদ্ধাত মূৰ অৱনত হৈ যায়।

সেইটো শনিবাৰেই ৰাতি কলীয়াই কলহ এটাত পানী ভৰাই থ'লে। এনে ধৰণৰ কাম শনি বা মঙ্গলবাৰৰ বাদে অইনবাৰে কৰা নেযায়। সেইকলহ পানীতে হাতীটো মাইকী হ'লে সাতটা আৰু মতা হ'লে নটা চাউল কলহত পেলাই থ'ব লাগে। কলীয়াই লেখি লেখি সাতটা আৰৈ চাউল কলহত পেলাই থ'লে। ৰাতিপুৱালৈ সেই পানীখিনি ছুৰী-কটাৰী এখনেৰে কাটি কাটি সি মন্ত্ৰ মাতি থাকিল ঃ

'ইলাচি বিলাচি ভোগ বিলাচি
এই সেৱাজি তুমি কৰা গিয়াচি—' পানী মন্ত্ৰপূতঃ হৈ গ'ল।

সেইখিনি পানী সি লখীমাইৰ গাত, খামাৰিৰ বাহিৰে-ভিতৰে, গোটেই দলটোৰ গাত আৰু তম্বুত ছটিয়াই দিলে। হৈ গ'ল। হাতীৰ লগতে হাতী ধৰা দলটোৰো চুৱা কটা হৈ গ'ল। আচৰিত কথা— ৰজাই লক্ষ্য কৰিলে, পিছদিনাৰে পৰা লখীমাইৰ মনটো মুকলি হ'ল, ঘাঁহ-পানী খাবলৈ ধৰিলে আৰু কলীয়াৰ বশ্যতা স্বীকাৰ কৰি ল'লে।

হাতী ওলোৱা নাই। কিন্তু সেইদিনা হাবিৰ মাজৰ পৰা উলটি আহি ৰহমতে ক'লেহি, সি হেনো হাবিৰ মাজত পহুৰ লাদ দেখিছে। হাতী ওলাবহি। খাটাং কথা। কাৰণ, পহুৰ লাদৰ ওচৰে-পাঁজৰে হাতীৰ গোবৰো আছে।

হাতীৰ পিছে পিছে পহুৰ জাক আহে। দলবদ্ধ হৈ থকা এজাক হাতীলৈ বাঘে ভয় কৰে। সেয়ে, তাৰ সুবিধা লয় পহুৱে। সিহঁত ফুৰে হাতীৰ জাকৰ পিছে পিছে। ৰহমতে দেখি অহা পহুৰ জাকটো হাতীৰ আশ্ৰিত পহুৰ জাকহে।

কলীয়া উৎফুল্লিকৃত হৈ পৰিল, ওলাই আহোতে সি আশা কৰিছিল, কমেও চাৰি-পাঁচটা হাতী সি ধৰিব। বয়সো হৈ আহিছে। হাতী ধৰিবলৈ আকৌ এবাৰ আহিবলৈ দেহাৰ বল-শক্তি থাকেগৈ নে নাই বা।

ঘৰৰ খা-খবৰবোৰ লৈ গণেশৰ পিঠিত উঠি নন্দ আহিল। লগত ৰচদ-পাতিৰে সৈতে দুটা ল'ৰাও। সিহঁতে লখীমাইক লৈ যাবলৈ আহিছে। লখীমাইক ঘৰলৈ নিব পৰা হৈছেগৈ। তাই ৰহমতে শিকোৱা আগত, পিছু, চেই, উঠ বৈঠ আদি মানুহ আৰু হাতীৰ সমন্বয়ৰক্ষী ভাষাটো শিকি পেলাইছেই। বাকী তেনেকৈ খা-খবৰ একো নাই। সকলোৰে ঘৰৰ পৰা নন্দই খা-খবৰ লৈয়েই আহিছে। কলীয়াৰ পুতেকে পাঠশালা পাছ কৰিলে। তেজপুৰৰ ল'ৰাৰ স্কুলৰ বৰ্ডিঙত থৈ তাক হাইস্কুলত পঢ়োৱাৰ কল্পনা কৰে কলীয়াই। সৰু সোণে সকলো ঠিক-ঠাক কৰি দিম বুলি কলীয়াক আশ্বাস দি পঠাইছে।

লখীমাইক লৈ যোৱাৰ চলেৰে নন্দৰ লগতে ৰজায়ো ঘৰলৈ যোঁৱাৰ কথা ভাবিছে। কলীয়া ৰহমত, ভদ্ৰেশ্বৰহঁতৰ কথা বেলেগ। হাবিত থাঁকিলে সিহঁতে ঘৰখন পাহৰি থাকিব পাৰে। ৰজাই পৰাগৈ নাই। বুঢ়ীজনীৰ চিন্তাই তাক বিতত কৰি থাকে। মাজতে বোলে কঁকালৰ বিষত বুঢ়ীজনী দুদিনমান বিছনাৰ পৰা উঠিবই পৰা নাছিল। ৰেৱতী আহি আছেহি। চেনিৰাম, মদন, গোবৰ্ধনহঁতো আহি গৈ থাকে। মাষ্টৰো আছে। ৰেৱতীৰ ভণ্ডুৱা বাপেকটো বোলে কোনোবা সন্ন্যাসী এটাৰ লগত কেনিবা গুচি গ'ল। ৰেৱতী তেনেই অকলশৰীয়া হ'ল। এতিয়া ৰজাৰ মাকেই তাইৰ লগ হৈছে।

নন্দ আৰু তাৰ লগত অহা ল'ৰা দুটাৰ স'তে লখীমাইক হাবিখন পাৰ কৰি পঠাই দিয়া গ'ল। কেনেবাকৈ পলাব পাৰে বুলি গণেশৰ স'তে তাইক জুঁটি বান্ধি দিছে। চিৰদিনৰ বাবে ছোৱালী এজনীক ঘৰখনৰ পৰা বাহিৰ কৰি পঠিয়াইহে দিয়া হ'ল যেন। লখীমাই যোৱাৰ পিছত কিজানি গোটেই হাবিখনেই উদং হৈ পৰিব। ৰজাৰ দুখ লাগিছিল। বাকীবোৰৰো। লখীমায়ে সিহঁতৰ বুকুৰ ভাষা বুজি পোৱা হৈছিলগৈ। পেটে-পিঠিয়ে শিকলি বান্ধি গণেশৰ মতে তাইক জুঁটি লোৱা হৈছে। গণেশৰ পিছে পিছে তাই গৈ আছে। কলীয়াৰ চকু চলচলীয়া হৈ পৰিছিল।

ৰজা নন্দৰ লগতে ঘৰলৈ যাবলৈ ওলাইছিল। কলীয়াই ক'লে, 'দুদিনমান ৰৈ যা। তোৰ হাততে কিবা খা-খবৰ পঠাব পাৰো নেকি—।' ৰজা নগ'ল। তাতে ঘাঁচী ৰামেশ্বৰো দীক্ষাৰ দিন পৰিল। কলীয়াই তাৰ পৰীক্ষা ল'লে। সকলো পৰীক্ষাতে সি উত্তীৰ্ণ হৈছে। দীক্ষা লৈ সি ঘাঁচীৰ পৰা মাউত হ'ব। তামোল-পাণ এযোৰ, আধলি এটা, গামোচা এখন দি সি ৰাতিপুৱাই গা-পা ধুই আহি কলীয়াক গুৰু মানি সেৱা কৰিলে। তাক কলীয়াই গোপনে কিছু মন্ত্ৰ, হাতীৰ বেমাৰ, বেমাৰৰ লক্ষণ আৰু বেমাৰৰ বিধান সম্পৰ্কে শিক্ষা দিলে। আজিৰ পৰা ৰামেশ্বৰ ঘাঁচী ৰামেশ্বৰ মাউত হ'ল। ৰামেশ্বৰৰ দীক্ষা উপলক্ষে সেইদিনা শৰাই এখন দি কৰা নাম-কীৰ্তনত গোটেইবোৰে ভাগ লৈ আনন্দ-উলাহো কৰিলে।

সেইদিনাই সন্ধিয়া সময়ত পছু এটাও গুলীয়াই মৰা হয়। ৰহমতৰ স'তে হাবিৰ মাজলৈ ৰজা গৈছিল হাতীৰ পিঠিত উঠি। হাবিখনৰ গেজেপনি মৰা অংশ সি দেখাই নাই। হাবিৰ গেজেপনি মৰা অংশত যেন কিবা এটা ৰহস্য আছে। ৰজাৰ বহুত দিনৰ পৰাই ইচ্ছা এটা আছিল। গেজেপনি মৰা হাবি এখনত সি যেন বাট হেৰুৱাই ঘূৰি ফুৰিব। তাক যেন পৰুৱাই পাব। ঘূৰি ঘূৰি সি হাবিখনৰ সাৰসত্তাটো বিচাৰি ফুৰিব। ৰজাৰ দৃঢ়বিশ্বাস, প্ৰতিটো মানুহৰ মাজত আৰু এটা মানুহ লুকাই থকাৰ দৰে, প্ৰতিখন হাবিৰ মাজতেই আৰু এখন হাবিও লুকাই থাকে। মানুহৰ মাজত থকা মানুহটো কোনেও বিচাৰি নেপায়— আনকি মানুহটোৱে নিজেও। সি কিন্তু হাবিখনৰ মাজত হাবিখন বিচাৰি উলিয়াব। ৰজাই জানে, প্ৰতিজন মানুহৰ দৰেই প্ৰতিখন হাবিৰো এটা নিজা জীৱন আছে। আৰু হাবিখনৰ সেই নিজা জীৱনটোৱেই হাবিৰ অঙ্গস্বৰূপ— হাবিখনৰ সৌন্দৰ্য, অথবা প্ৰাণ। ৰহমতে ৰজাক কৈছিল— 'ৰজা হাবিলৈ যাবি নেকি?' হাবিৰ মাজতেই থাকি হাবি বুলি কৈ ৰহমতে যেন হাবিৰ কথা কোৱা নাছিল— হাবিখনৰ সাৰসত্তাটোৰ কথাহে কৈছিল। আৰু ৰজাই সেই সাৰসত্তা বিচাৰি যোৱাৰ এঘণ্টাৰ পিছতেই ৰহমতে সৰু পছু পোৱালি এটা গুলীয়াই মাৰিছিল।

ৰহমতে নহয়— গুলীয়াইছিল ৰজাই। কিন্তু আত্মপক্ষ সমৰ্থন কৰি ৰজাই ভাবে, ৰহমতেই গুলীয়াইছিল। ৰহমত আৰু ৰজাই ফুচফুচাই কথা পাতিয়েই গৈছিল। সি পছুৰ লাদ দেখিছিল। ওচৰে-পাঁজৰে হাতীৰ গোবৰ। দুই-এদিনতে আৰু এটা হাতী পোৱালি ধৰিব পৰা যাব— এনে ধৰণৰ কথা । হঠাতে ৰহমত মৌন হৈ পৰিল। ৰজাই কিবা এটা সুধিছিল। সি ফুচফুচাই ক'লে— 'চুপ থাক—' দুয়োটা গৈ থাকিল। হাবিৰ মাজৰ জোপোহাৰ আঁৰত চকু এযোৰ জ্বলিছিল। ৰজাই চকু নে জোনাকী পৰুৱা ঠাৱৰ কৰিব পৰা নাছিল। ৰহমতে চুকুযোৰলৈ নিৰ্দেশ দি ক'লে, 'মাজতে গুলীয়াই দে—।' তেজে তুমৰলি দিয়া পছ পোৱালিটো হাতীৰ ওপৰত তুলি দি সিহঁত দুয়োটা হাবিৰ মাজৰ পৰা উলটি আহিল। মৰা পছু পোৱালিটোৰ গাৰ পৰা চিকৰাবোৰ উঠি আহি সিহঁতৰ হাতে-পাতে, গায়ে-পায়ে উঠি পিৰপিৰাবলৈ ধৰিলে। আৰু, প্ৰতিটো চিকৰাই ৰজাৰ মগজুত কিটকিটকৈ কামুৰিবলৈ লাগিল। গাঁৱলীয়া ল'ৰা ৰজা। জীৱনৰ সূক্ষ্মতাতকৈ স্থূলতাৰ স'তেহে তাৰ অধিক পৰিচিতি। কিন্তু তথাপিও তাৰো মাজত তাৰ মনে কৈ থাকিল। সি কাক মাৰিলে? কাক? 'তই কাক মাৰি হাতীৰ পিঠিত তুলি লৈ আহিছ ৰজা? হাবিৰ সাৰসত্তাটোক নে তোক নিজকে? কাক মাৰিলি? কাৰ মঙহেৰে আজি বৰভোজ পাতিবি—?'

নিচা নেখালে থলৰ থলৰকৈ কথাৰ আখৈ ফুটাই থকা মানুহ ৰহমত। ৰহমতে কথা কৈ আহিছিল। নৈৰ দাঁতিকাষৰীয়া ঠাইত গজা ইকৰা-বনত সৰু সৰু পাত

দিয়া চৰাইবোৰ তেতিয়া টোপনি গৈছিল। ৰজা নিমাতে আছিল। হাবিখনৰ সাৰসত্তাটো, অথবা নিজকে হত্যা কৰাৰ দুখবোধ আৰু অপৰাধবোধ এটাই তাক বান্ধি থৈছিল। নিৰ্দিষ্ট ঠাইত সিহঁত হাতীৰ পিঠিৰ পৰা নামিল। পহুটোও নমালে। আলধৰা ল'ৰা দুটাৰ স'তে ৰামেশ্বৰে পহুটো খুঁটি এটাত বান্ধি ওলোমাই লৈ ক্ষিপ্ৰ হাতেৰে তাৰ গাৰ পৰা ছালখন গুচাই পেলালে। ৰজাৰ এনে লাগিল যেন গাৰ পৰা চোলাহে সোলোকাইছে। ছালখন গুচাই পেলোৱাৰ পিছত পেটটো ফালি পেটৰ পৰা টানি টানি উলিয়াই আনিলে পেটৰ নাড়ী-ভুৰু, আৰু অন্যান্য অঙ্গ-প্ৰত্যঙ্গবোৰ। মূৰটো ডিঙিৰ ওচৰতে দুটুকুৰাকৈ কটা হ'ল। ঠেং চাৰিটাও খুৰাৰ ওচৰতে কটাৰ পিছত পহুটোৰ পেটৰ ভিতৰে-বাহিৰে পানীৰে ধুই পেলোৱা হ'ল।

ৰজাই চাই থাকিল। পহুটোৰ গাৰ কেঁচা তেজবোৰ মাটিত পৰিল, আৰু তাৰ কিছু শুকান মাটিয়ে শুহি ল'লে। কিছু বৈ গ'ল। উগ্ৰ কেচেমা-কেচেম তামোল গোন্ধ এটাই ৰজাক বিব্ৰত কৰিবলৈ ধৰিলে। তাৰ পিছত ছাল-বাকলি গুচোৱা, নাড়ী-ভুৰু উলিয়াই পেলোৱা গোটা পহুটোত নিমখ সনা হ'ল। জুইকুৰা দপ্‌দপাই জ্বলিছিল। দগ্‌দগীয়া অঙঠাত বাঁহ এডাল বান্ধি অঙঠাৰ ওপৰত পহুটো ওলোমাই দিয়াৰ পিছত কাম শেষ। হাবিত কুমলীয়া পহু পোৱালি এনেকৈয়ে খোৱা হয়। ৰাতিলৈ পহু পোৱালিৰ ভোজ। ঘাঁচীৰ পৰা মাউতলৈ উত্তীৰ্ণ হোৱা, কলীয়াক গুৰু মানি দীক্ষা লোৱা ৰামেশ্বৰৰ পৰীক্ষাৰ পিছৰ আনন্দত এই বৰ ভোজ উছৰ্গা কৰা হ'ল।

## ।। পাঁচিশ ।।

ৰজা পোনে পোনে আহি সৰু সোণহঁতৰ ঘৰতে সোমাল। বাতৰি কেইটামান দিবলৈ আছিল—দিলে। কলীয়াহঁত হাবিৰ মাজত আৰু দহদিনমানহে থাকিব। ৰচদ-পাতিৰ প্ৰয়োজন। আৰু দুটা হাতী পোৱালি ধৰা হ'ল, এইকেইদিনতে আৰু এটা হাতীৰ জাক আহিব বুলি সিহঁতে আশা কৰি আছে। সেইটো জাকত চাৰি-পাঁচটামান জোখৰ হাতীও আছে। ৰজাই বা-বাতৰিবোৰ দিলে। মৌজাদাৰণীয়ে ৰজাক চাহ খাই যাবলৈ ক'লে। ক'লে— 'ৰাজেশ্বৰ, চাহ খাই যাবি—।' তেখেতে তাক ৰজা বুলি নেমাতে। তামোলৰ বঁটা আগত লৈ মৌজাদাৰণী পাগঘৰৰ বাৰাণ্ডাতে বহি আছিল। ঘৰখন নিতাল-তাল। মাঘৰ বিহুৰ পিছতে বৰ সোণহঁত গ'লগৈ। সকলোৰে মন উদং। ৰজাই মৌজাদাৰণীক দেখি হাতযোৰ কৰিলে। 'আই, সেৱা ল'ব—।'

পদুমীয়ে বাৰাণ্ডালৈকে চাহ আৰু পিঠা লৈ আহিল। 'ৰজা ককাইদেউ, হাতীৰ লগত লাগি তেনেই ক'লা পৰিলা' তাই ক'লে। 'এৰা—' ৰজাই উত্তৰ দিলে। 'বৰ কষ্ট অ' পদুমী হাবিৰ মাজত—'

'কৈছাহেনে—' পদুমীয়ে শলাগিলে।

চাহ খাই উঠি ৰজা যাবলৈ উঠিল। 'বৌটিয়েৰ ওলাইছিলহি অ' ৰাজেশ্বৰ—' মৌজাদাৰণীয়ে ক'লে। 'উৰুকাৰ আগদিনাই।'

'হয়নে আই, বৌটি ওলাইছিলহি নেকি? কেনে দেখিলে বুঢ়ীজনীক? ভালনে?' একে উশাহে ৰজাই কথাকেইটা সুধিলে, আৰু মৌজাদাৰণীৰ ওচৰ চাপি গ'ল। বটাৰ পৰা তামোল এখন চুণে-ধপাতে মেৰিয়াই ৰজাই মেলি দিয়া হাতটোৰ ওপৰতে থপককৈ পেলাই মৌজাদাৰণীয়ে ক'লে— 'বিহুটোও আহিল। তোৰ খা-খবৰ বা-বাতৰি পাওঁ বুলিয়েই বৌটিয়েৰ ওলালহি। সৰু সোণ নাছিল। নন্দহে আছিল। সি ভাল বুলি ক'লে। তামোল-চালি খালে— গ'লগৈ, বৰ চিন্তা কৰি আছে'— 'বৌটি তেনেকুৱাই। বৰ চিন্তা কৰে'।

ৰজা ওলাই আহিল। লখীমাইক পিছফালে বান্ধি থোৱা হৈছে। নন্দ আৰু কানাই দুইটা তাতে আছে। ৰজা সিহঁতৰ ওচৰলৈ গ'ল। 'বৰ জাতি অ' এইজনী—' শুঁৰডালত হাত ফুৰাই ফুৰাই নন্দই ক'লে।

'ৰামধন হেৰোৱাৰ পিছৰ পৰাই ঘৰ নিজম পৰিছিল। এইজনী আহি আকৌ খলক লগালে'— কানায়ে ক'লে, যাওঁ কাইটিইঁত। ঘৰ পোৱাগৈয়েই নই। লখীমাই থাক দেই'— ওচৰতে বান্ধি থোৱা গণেশলৈ নোচোৱাকৈ ৰজা মৌজাদাৰৰ কাঞ্চন গছ দুশাৰীৰ মাজৰ দীঘল পদূলিটোৰে ওলাই আহিল। সৰু সোণে কেনিবা যাবলৈ মটৰ-গাড়ী উলিয়াইছে। সি ক'লে— 'উঠ তহঁতৰ গাঁৱৰ মূৰতে নমাই দিম।' ৰজা সৰু সোণৰ মটৰ-গাড়ীত উঠিল।

সময় সন্ধিয়া। গৰু-গাই চাপিবলৈ লৈছে। ডুব যোৱা বেলিৰ জিলিকনিবোৰ গছে-পাতে ওলমি আছে। টোকোৰা চৰাইৰ আৰাওত গোটেই গাঁওখনেই উৰি যাওঁ উৰি যাওঁ কৰিছে। কুকুৰ দুটামানে ভুকিছে। বাটৰ দাঁতিৰ গছবোৰত ধূলিৰ পাতলীয়া আৱৰণ।

গাঁৱৰ মূৰৰ তিনিমুখীয়া আলিটোৰ থকা আঁহত গছজোপাৰ তলতে ৰজা সৰু সোণৰ মটৰ-গাড়ীৰ পৰা নামিল। তাৰ মনটোত উলাহৰ ভাব এটাই ধেমালি খেলি থাকিবলৈ লৈছে। বহুত দিনৰ পিছত সি নিজৰ গাঁওখনলৈ ঘূৰি আহিছে। আঁহত গছজোপাৰ পাতবোৰ সৰিছে। গাঁৱলৈ সোমোৱা বাটটো ধূলিয়ৰি হৈ আছে। গৰু গাড়ীৰ চকাৰ সাঁচ বহা গাঁৱলীয়া আলিবাটটোৱে তাক এদিন নামেৰীৰ হাবিখনলৈ লৈ গৈছিল। আজি আকৌ ঘৰৰ ল'ৰা ঘৰলৈ ঘূৰাই আনিছে। এই বাটেদি কিমান আহিল আৰু গ'ল। এই বাটেদি কিমান আহিব আৰু যাব। কিজানি কোনোবা এদিন এই বাটেৰেই গাঁওখনৰ গাঁৱলীয়া ল'ৰা এটা ওলাই যাব। সি নামেৰীৰ হাবিখন পাৰ হৈয়ো বহু দূৰলৈ গুচি যাব। পৃথিৱী চাবলৈ যাব। আৰু উলটি আহোঁতে এই বাটেৰেই লৈ আহিব পৃথিৱীৰ বিভিন্ন প্ৰান্তৰৰ মানুহৰ খা-খবৰ। হৃদয়ৰ বা-বাতৰি। কিজানি সি হাতৰ আজলি ভৰাই লৈ আহিব সভ্যতাৰ বাৰেৰহণীয়া ফুল। হ'বগৈনে এনেকুৱা? এই বাটৰ দাঁতিয়ে দাঁতিয়ে ৰজাই তেজপুৰ চহৰত দেখাৰ দৰে বিজুলী-চাকি জ্বলিবনে? দূৰৰ পৰা দেখিলে কাকিনী তামোলৰ গছৰ আগত তৰা এটা জিলিকি আছে বুলি ভ্ৰম হয়। জ্বলিবনে?

গুজুং গুজুংকৈ ৰজা ঘৰলৈ বুলি আহি আছে। হাবিত থকা বাবে তাৰ কাপোৰ-কানিবোৰ ক'লা পৰিছে। ভৰিত চৈধ্যঅনীয়া টায়াৰৰ চেণ্ডেল। এইযোৰ পিন্ধি সি সুখ পাইছে। এনেয়েনো, গাঁৱলীয়া ল'ৰাৰ ভৰিত জোতা-চেণ্ডেল কে'লেই? হাবি কাটিবৰ সময়ত, বা বেতনিত বেত কাটিবলৈ সোমালে গছৰ ডাঠ বাকলি আৰু মৰাপাটৰ জৰিৰে কৰা ফানটি পিন্ধে। বাকী সময়ত উদং ভৰি। হাবিলৈ যোৱাৰ আগে আগেহে সি চৈধ্যঅনা দি মটৰৰ টায়াৰৰ চেণ্ডেলযোৰ কিনি আনিছিল।

ৰজাৰ গোটেই গা ধূলিময়। হাবিত পৰিষ্কাৰ হৈ থাকিবলৈ সময় ক'ত? তাতে ভাত-পানী ৰন্ধা, খৰি-খেৰ গোটোৱা, বনৰীয়া শাক-পাচলি বনৰীয়া আলু-কচু গোটোৱা, গোটেই দলটোৰ আলপৈচান ধৰা আদি কামত লাগি থাকোঁতেই যায়।

তাৰ চুলি দীঘল হৈ কান্ধত পৰিছে। সি হাবিতে পোৱা ঢেঁকীয়া লতা এডালেৰে চুলিখিনি বান্ধি থৈছে। কালিলৈ চুলি-তুলি কাটি, কাপোৰ-কানি গা-পা ধুই ভালদৰে চাফ-চিকুণ হ'ব লাগিব হাবিত যেনতেন— চলি যায়। জনসমাজত নচলে।

ৰজা আহি ঘৰৰ পদুলিমূৰ পালেহি। সি নঙলাডাল খুলিলে। শিলিখা গছজোপাৰ তলত সেয়া কোন বৈ আছে? মাক নহয়নে? নঙলা খোলাৰ শব্দত মানুহজনীয়ে ঘূৰি চালে। মাক নহয় ৰেৱতী। ৰজাই ধৰিবই পৰা নাছিল। ৰেৱতী আগবাঢ়ি আহিল। 'কোননো? অ' ৰজা ককাইদেউ দেখোন। বৰবৌ, বৰবৌ ৰজা ককাইদেউ আহিল—।'

চাকিটো লৈ মাক পাগ্‌ঘৰৰ পৰা ওলাই আহিল। 'বোপাই পালিহিনে? উস্ মোৰ কি চিন্তা—' মাকে চাকিৰ পোহৰটো তাৰ মুখৰ ওপৰত পেলালে। 'গোটেইটো শুকাই ক্ষীণাই আহিছু। ৰেৱতী ইয়াক শুকান চুৰিয়া-গামোচা দে, গাটো তিয়াই লওক—।' শিয়াল কটাহী শিয়াল কটাহী গোন্ধ ওলাইছে—'

ৰজা চোতালতে বৈ থাকিল। ৰেৱতী ভিতৰ সোমাই গ'ল। ইমানদিনে ৰেৱতীক নেদেখাকৈ আছিল— ভাল আছিল। এতিয়া ৰেৰতীক দেখাৰ লগে লগে চাৎকৈ তাৰ মনলৈ ফুলবছা কাঠীকেডালৰ কথাহে আহিল। 'চেঃ বৰ লাজ লগা কথা হ'ল—' ৰজাই ভাবিলে। ৰেৰতী বৰঘৰৰ পৰা পাগ্‌ঘৰলৈ আহিছে। চাকিৰ ক্ষীণ পোহৰতে ৰজাই দেখিছে তাইৰ খোপাটো খোল খাই পিঠিখন ঢাক খুৱাই পেলাইছে। ঘৰখনত গাভৰু ছোৱালী এজনী ওলাই-সোমাই ফুৰাৰ চিন স্পষ্ট। বৰঘৰৰ বাৰাণ্ডাৰ ওচৰতে কাকিনী তামোলৰ খুঁটা চাৰিটা পুতি থোৱা আছে। তাৰমানে ৰেৱতীয়ে তাঁতো লগাইছে। আগচোতাল পাছচোতাল, পদূলি মূৰ, পুখুৰীলৈ যোৱা বাটটোত বাঢ়নি কাঠীৰ দাগ। গোহালি ঘৰ, শিলিখাজোপাৰ তল, কঁঠালজোপাৰ তল, পিছফালে বাঁহনি বাৰীলৈ যোৱা বাটটোত সাৰি-পুচি ফু মাৰি ভাত খাব পৰা হৈ জোনাকত জিলিকি আছে। গা ধুই উঠি ৰজাই পিন্ধি অহা চুৰিয়া গামোচাত কলগছৰ শুকান পাত পুৰি কৰা খাৰৰ গোন্ধ। পিৰালিটো ৰঙা মাটিৰে মচি থোৱা আছে। আৰু ৰঙা মাটিৰে মচি থোৱা পিৰালিটোৰ কাষতে নতুনকৈ ৰোৱা নাৰ্জি ফুল এজোপাত এপাহ ফুল ফুলিছে।

গা-ধুই আহিও ৰজা চোতালতে বৈ আছে। জোনাকৰ গাত বাৰীৰ পিছফালে ফুলা ৰবাব টেঙাজোপাৰ ফুলৰ গোন্ধ। যেন, পঁজা ঘৰ এটা ৰাজপ্ৰাসাদত পৰিণত কৰি ওলাই-সোমাই ফুৰা গাভৰু ছোৱালী এজনীৰ চাদৰৰ আঁচলত বান্ধি থৈ দিয়া গোন্ধ। এইটো কাৰ ঘৰ? মোৰ জুপুৰি পঁজা ঘৰটোৱেইনে? মোৰ ঘৰত জানো কেতিয়াবা নাৰ্জি ফুল ফুলিছিল? মোৰ ঘৰলৈ জানো জোনাকৰ গাৰে বগাই ৰবাব টেঙা ফুলৰ গোন্ধ আহিছিল? ঘৰৰ ভিতৰলৈ সোমাবলৈ ৰজাৰ কিছু সংকোচ হ'ল।

সি চোতালতে থিয় হৈয়েই থাকিল। তেনেতে পাগ্‌ঘৰৰ দুৱাৰমুখৰ পৰা ৰেৱতীয়ে মাতিলে—

'ৰজা ককাইদেউ, পানী দিছোঁ চেঁচা হ'ব—।' ৰজা পাগ্‌ঘৰলৈ সোমাই গ'ল।

জুহালৰ তুঁহ জুইকুৰাৰ ওচৰত ৰেৱতী অথনি তাইৰ চুলি মেল খাই পিঠিত পৰি আছিল— এতিয়া সেইখিনি চুলিয়ে এটা খোপাৰ ৰূপ লৈছে। অথনি তাইৰ চাদৰৰ আঁচলত ৰবাব টেঙা ফুলৰ গোন্ধ আছিল, এতিয়া সেই গোন্ধ তাইৰ গালৈ বিয়পিছে। আখলৰ পৰা মাকো ওলাই আহিল। বাটি এটাতে জলপান এমুঠি। ৰেৱতীয়ে মাকক ক'লে— 'বৰবৌ, ককাইদেৱে এতিয়া জলপান খাব নেলাগে পিঠা দুটাকে খাওক। ভাত সোনকালে খাই শুই থাকিব—।' ৰেৱতীয়ে দেখোন মাককো দিহা দিব পৰা হৈছে, কথা কি? কালিলৈ তাই গুচি গ'লে মাকে কি কৰিব? অভ্যাসটো বেয়া কৰিছে কিয়?

ৰজাই তলমূৰকৈ চাহ খালে। মাকো আহি ওচৰতে বহিলহি। জুহালৰ ওচৰত ৰেৱতী। দুইজনীয়ে তাক কিবাকিবি কথা সুধি থাকিল, সিয়ো উত্তৰ দি থাকিল। ৰজাৰ বাৰে বাৰে ভাব হ'ল, ৰেৱতীয়ে যেন তাক ক'ব— 'ৰজা ককাইদেউ, তুমি কথা দি কথা ৰাখিব নোৱৰা মানুহ—।' মিছাও নহয়, এবছৰমানেই হ'ল তাই ফুলবছা কাঠীকেইডালৰ কথা কোৱা। সি ইমান পাহৰিছে কেলৈই? এতিয়া ৰেৱতীয়ে মুখেৰে একো নক'লেও তাইৰ উপস্থিতিয়ে তাক সেই কথাকেই সোঁৱৰাই আছে। ফুলবছা কাঠী, ফুলবছা কাঠী।

চাহৰ বাটিত সোহা মাৰি সি ৰেৱতীক সুধিলে—

'ৰেৱতী, তই দুদিনমান থাকিবি নহয়?'

মাকে অৰ্থপূৰ্ণভাৱে তালৈ চালে।

'মই কালিলৈ যামগৈ। বহুত দিন হ'ল'— তাই ক'লে।

'তই গ'লে শালৰ গামোচাকেইখনৰ কি হ'ব? শালতে পচিব দেখোন। এই বয়সত মই শালত বহিব নোৱাৰো'—

'হ'ব, হ'ব। দিনত আহি মই বৈ থৈ যামহি—'

চাহখোৱা শেষ হৈছিল। সি মাকক সুধিলে— 'বাঁহ কাটিব লাগিছিল, কাইলৈনো কি বাৰ বৌটি?'

'মঙলবাৰে বাঁহ কাটিব নোৱাৰ। পৰহিলৈ কাটিবি। এখোঁটালি বঢ়াবও লাগে—'

'দুটা মানুহক ইমান ডাঙৰ ঘৰ কেলৈই?'

ৰেৱতীও আহি ইয়াতে থাকিব। তাই ঘৰত অকলে অকলে থাকে কেনেকৈ? গম পাইছ নহয় তাইৰ কথা?

'শুনিছোঁ, শুনিছোঁ। তায়ে তয়ে ডাঙৰখন পাটীত শুবি, ইখন পাটীত মই শুম। ডাঙৰ ঘৰ এটা হ'লে বেয়াহে—'

'কটা, অগিয়ানৰ সঁচ—

ৰজা উঠিল। বৰঘৰৰ বাৰাণ্ডাতে চাকি এটা লৈ ৰেৱতীয়ে মহুৰা ফুৰাবলৈ ধৰিছে। মাক ভাতত লাগিছে। মহুৰা ফুৰাই থাকোতে ৰেৱতীয়ে গুণগুণাই বিয়া নাম গাই আছে। ৰজাৰ ভাগৰ লাগিছে। ভিতৰলৈ গৈ সি তাৰ শোৱা পাটীত পৰিলগৈ। ৰেৱতীৰ মুখৰ বিয়া নামৰ গুণগুণনিবোৰ আহি ৰজাৰ বুকুত ঠেকা খাইছেহি। ঠেকা খাইছে আৰু প্ৰতিধ্বনিত হৈছে। নামেৰীৰ হাবিত যেন কোনোবাই ৰিং মাৰিছে। কোনোবাই যেন হাতত জোৰ লৈ হাতী চটোৱা নাম গাইছে—

'আল্লা আল্লা বলৰে ভাই, হায় আল্লা ৰচুল
কোন মহলৰ হাতীৰে ভাই হায় আল্লা ৰচুল
ধাৰিকাটি মহলৰ হাতীৰে ভাই হায় আল্লা ৰচুল
কোন ফান্দী ধৰেৰে ভাই হায় আল্লা ৰচুল
কলীয়া ফান্দী ধৰেৰে ভাই হায় আল্লা ৰচুল
কোন মাউতৰ দোহাৰৰে ভাই হায় আল্লা ৰচুল
ৰহমত মাউতৰ দোহাৰৰে ভাই হায় আল্লা ৰচুল—'

সিহঁত যেন হাতী ধৰিবলৈ ওলাই আহিছে। দিগবন্ধন কৰি লৈ ঘৰৰ পৰাই গাই গৈছে—

'উপজিলে গছৰ দোলনিত দুখানি কপাট
ৰাম কটাৰীয়ে কাটিলে হাত
চল হাতী চল—

পূবে চল, পশ্চিমে চল, উত্তৰে চল, দক্ষিণে চল মোৰ হাক গুৰুৰ ডাক, যদি বাক্য চলচৰ কৰ, ব্ৰহ্মাচক্ৰত পৰি মৰ'—

ৰেৱতীয়ে গুণগুণাই বিয়া নাম গাই আছে। আৰু ভিতৰত শোৱাপাটীত পৰি ৰজাই নামেৰীৰ হাবিত গোৱা হাতী ধৰাৰ গীত নিজৰ বুকুত ধ্বনিত প্ৰতিধ্বনিত হোৱাৰ শব্দ শুনিছে। ই কি কথা? সি হাতী ধৰা দলটোৰ লগত গৈছিল হাবিলৈ। এতিয়া ঘৰত তাৰ হাতী ধৰাৰ কথা মনলৈ আহিছে কিয়? ঘৰত ঘৰুৱা কথাহে মনলৈ আহিব লাগে। সি ধৰিবলৈ কোনজনী হাতী তাৰ ঘৰত বহি আছে? কোনজনী হাতীক সি কল-বুটৰ পাচি আগবঢ়াই, ধূপ-ধূনা জ্বলাই, গামোচা দি, সেন্দূৰ পিন্ধাই, সোণৰ-ৰূপৰ পানীৰে ভৰি ধুৱাই আগবঢ়াই আনিব— ভিতৰলৈ? কোনজনী হাতীক সি লখীমাই নাম দিব? কাণে কাণে হাতী চটোৱা নাম গাব? কাণে কাণে তাইৰ নামটো উচ্চাৰণ কৰিব। লখীমাই— লখীমাই— লখীমাই?

ৰজাৰ টোপনি আহিছিল। চিলমিল টোপনিতে সি সমাজিক দেখিছিল। নামেৰী হাবিৰ পৰা হাতী এজনী আহিছে। হাতীজনীয়ে সিহঁতৰ ঘৰৰ পদূলিমূৰৰ নঙলাডাল খুলিছেহি। হয়, হয়, তাই এইখন ঘৰলৈকে সোমাই আহিছে। তাই আহি বাৰাণ্ডাত

উঠিছেহি। তাই ঘৰ-চোতাল, বাহিৰ-ভিতৰ, পদূলি আঁতাই ফু মাৰি ভাত খাব পৰা কৰি থৈছে। তাই বাৰাণ্ডাত বহি মন্থৰা ফুৰাই আছে; গুণগুণাই নাম গাইছে। হাতীজনীয়ে বনৰীয়া মানুহ এটাক ঘৰচীয়া হোৱাৰ কথা শিকাব।

চিলমিল টোপনিত দেখা সমাজিক, ৰজা চাৎকৈ সাৰ পাই গ'ল। মাকে ভাত খাবলৈ মাতিছে। শোৱাপাটীতে সি উঠি বহিল। সি ক'ত আছে? হাবিৰ মাজত নে ঘৰত? চাকি ক'ত জ্বলিছে? হাবিৰ মাজত নে ঘৰত? সি এইটো কি সমাজিক দেখিলে? নে দিঠকেই হাতীজনীক সি ফুলবছা কাঠী চাঁচি দিছিলনে? নে হাতীজনীক ফুলবছা কাঠী চাঁচি দিয়াই নহ'লগৈ?

ভাত খাবলৈ বহি সি মাক আৰু ৰেৱতীক তাৰ সমাজিকটোৰ কথা ক'লে। বন শাকৰ আঞ্জা; পোৱা আলু-বেঙেনাৰ ধনীয়া পাত, পিঁয়াজৰ নলাৰে কৰা পিটিকা। মাকৰ হাত লাগিছে বাবে খাবলৈ ভাল হৈছে। ৰেৱতীৰ উপস্থিতিও কাৰণ হ'ব পাৰে। তাৰ সমাজিকটোৰ কথা দুইজনীয়ে শুনিলে। শেষ হওতে ৰেৱতী উঠি গৈ বাহিৰ পালেগৈ। 'মাকে মুখেৰে একো নেমাতিলে। কথা কি? ফুলবছা কাঠী নেকি?

ভাত-পানী, মাকহঁত শুবলৈ আহিল। সি পাটীত পৰিছিলহে। ৰেৱতী গহীন হৈ আছে। মাকে নানান কথা উলিয়ালে, হাবিৰ কথা—হাতীৰ কথা, কলীয়াৰ কথা— বিভিন্ন কথা। মাজে মাজে গাঁওখনৰ বা-বাতৰিও মাকে দিবলৈ লাগিল। কংসদেউৰ সৰুজনী ঘৈণীয়েক মৰিল। তিনিমুখীয়া আলিটোত থকা আঁহত গছজোপাৰ তলত ক'ৰবাৰ বাবাজী এটা আহি বহুত দিন আছিলহি। মুহীধৰ আৰু খুদমনৰ খুলশালীয়েক ৰেণুমাইক গোবৰ্দ্ধনহঁতৰ নেপালী গাঁৱৰ পৰা মাষ্টৰে গৈ লৈ আহিলগৈ। সোণাধৰৰ আগতীয়াকৈ ল'ৰা এটা হৈ মৰিল। চেনিৰামৰ সৰুটো ল'ৰাক সোণাধৰৰ ঘৈণীয়েকে বৰ মৰম কৰে। নানান কথা। মাকৰ কথা শেষ নহয়হে। ৰেৱতী টোপনি গ'ল হ'বলা। কথাৰ মাজতে সি সুধিলে— 'টোপনি গলি নেকি ৰেৱতী?'

'নাই যোৱা—'

'তোৰ ফুলবছা কাঠী মই চাঁচি দিম। বেয়া নেপাবি—'

উৱা, কথা কি? ৰেৱতীয়ে দেখোন গাৰুত মূৰ গুঁজি উচুপিবলৈহে লাগিল। 'কি হ'ল তোৰ? এইবাৰ দিম বুলিছোঁ দিমেই—' তাইৰ উচুপনি দেখোন নকমেহে নকমে। 'কি হ'ল অ' বৌটি, এইজনীৰ?' ৰজাই সুধিলে।

ৰজাৰ মাকে ৰেৱতীৰ মূৰত হাত দিলে। তাইৰ চুলিৰ মাজত ৰজাৰ মাকৰ হাতটো হেৰাই গ'ল। কপালৰ গাঁঠি থোপা কৰি মাকে ৰজালৈ চালে, আৰু ক'লে—

'কটা অগিয়ানৰ সঁচ—'

***